ঈশ্বৰী, জখমী যাত্ৰী আৰু অন্যান্য ------
ISWARI, JAKHAMI JATRI ARU ANYANYA ----
মামণি ৰয়ছম গোস্বামী

মামণি ৰয়ছম গোস্বামী

প্ৰথম প্ৰকাশ জানুৱাৰী ১৯৯১

মূল্য ঃ ৩০'০০ টকা

কম্পোজ আৰু অলংকৰণ ঃ
লাৱণ্য প্ৰেছ
উজান বজাৰ
গুৱাহাটী - ১

ছপা ঃ
শিল্পী প্ৰিন্টাৰ্ছ
বিহাবাৰী
গুৱাহাটী - ৮

# —উৎর্সগা—

শ্ৰীমতী বেলী গোস্বামীলৈ
মৰম আৰু শুভেচ্ছাৰে
মামণি ৰয়ছম গোস্বামী

# – পাতনি –

এই গ্ৰন্থত মোৰ শেহতীয়া ৰচনা কিছুমানে স্থান পাইছে। 'ঈশ্বৰী' নামৰ দীঘল গল্পটো ৰামায়ণক লৈ হোৱা এখন সম্মিলনৰ অভিজ্ঞতাৰ আধাৰত ৰচনা কৰা হৈছে। যথেষ্ট ৰহণ সনাও হৈছে। মই নিজে ৰামায়ণৰ ওপৰত গৱেষণা কৰিছিলোঁ। ভাৰতৰ বিভিন্ন ঠাইৰ বাহিৰেও থাইলেণ্ড, নেপাল, মৰিচাছা ইত্যাদি অনেক ঠাইত হোৱা ৰামায়ণৰ সম্মিলনত উপস্থিত আছিলোঁ। ৰামায়ণ সম্বন্ধে গৱেষণা কৰোতে অনেক বিদগ্ধ পণ্ডিতকো লগ পাইছিলোঁ। তেওঁলোকৰ দুগৰাকীমানৰ লগত গভীৰ অন্তৰঙ্গতাও হৈছিল। এইসকলৰ ভিতৰত জেসুইট পুৰোহিত ফাদাৰ কামিল বুল্কে অন্যতম আছিল। তেওঁ বেলজিয়ামৰ মানুহ আছিল। এই গৰাকী মহান পণ্ডিতৰ প্ৰেৰণাৰ কাহিনীলৈ মই ইতিমধ্যে দুটামান প্ৰবন্ধ লেখিছোঁ।

১৯৪৮ চনত তুলসীদাসৰ 'ৰামচৰিত মানস' ৰুছ ভাষাত অনুদিত হোৱাৰ পাছত ভাৰতীয় সাহিত্যৰ প্ৰতি ৰুছবাসীৰ আগ্ৰহ যেন বৃদ্ধি পাইছিল। এই ৰামায়ণ ৰুছ ভাষালৈ অনুবাদ কৰি এলেক্সি বাৰানিকোভ প্ৰখ্যাত হৈ পৰিছিল। এই পৃথিৱী বিখ্যাত অনুবাদক গৰাকীৰ জন্মশতবাৰ্ষিকী পালন কৰিবৰ কাৰণে তেওঁৰ পণ্ডিত পুত্ৰ টিউটৰ ব্ৰাৰান্নিকোভ ১৯৮৯ চনত ভাৰতলৈ আহিছিল। সৌভাগ্যক্ৰমে টিউটৰ ব্ৰাৰান্নিকোভ মোৰ বাসভৱনলৈও আহিছিল। কথা প্ৰসঙ্গত তেওঁ কৈছিল যে তেওঁৰ পিতৃ কোনো দিনে কবি নাছিল। কিন্তু তুলসীদাসৰ ৰামচৰিত মানস অনুবাদ কৰি থাকোতে আপোনা আপুনি মানসৰ পংক্তিসমূহ তেওঁৰ লেখনিত কবিতাৰ আকাৰেৰে প্ৰকাশ পাইছিল। অনুবাদ কৰি থাকোতে কোনো এক ঐশ্বৰিক শক্তিয়ে তেওঁক প্ৰেৰণা দিয়া বুলি তেওঁ বিশ্বাস কৰিছিল।

বৃন্দাবনত মোৰ শিক্ষা গুৰু উপেন্দ্ৰ চন্দ্ৰ লেখাৰুদেৱৰ লগত থাকোতেও মই অনেক ৰামায়ণী গায়ক আৰু পণ্ডিতৰ সৈতে চিনাকি হৈছিলোঁ। তেওঁলোকৰ কিছুমানৰ চৰিত্ৰই ৰৰকৈ আৰ্কষণ কৰিছিল। গৱেষণা কৰি লেখা গ্ৰন্থৰ বাহিৰেও এই সকলোবোৰ অভিজ্ঞতাক লৈ মই কিছুমান দীঘল গল্প লেখাৰ পৰিকল্পনা কৰিছিলোঁ। এই গল্পবোৰৰ ভিতৰত,

এটা গল্প 'ঈশ্বৰী'ও আছিল। এই গল্পটো নেপালৰ অভিজ্ঞতাক কেন্দ্ৰ কৰি ৰচনা কৰিছিলোঁ।

'অৰ্ধমী যাত্ৰী' নামৰ উপন্যাসখন মোৰ ইউৰোপ ভ্ৰমণক কেন্দ্ৰ কৰি ৰচনা কৰা হৈছে। এই উপন্যাসত অংকিত চৰিত্ৰসমূহৰ ভিতৰত কিছুমান কাল্পনিক চৰিত্ৰও আছে। ইয়াৰ হৰনাম সিং মাস্তানা সম্পূৰ্ণৰূপে কাল্পনিক চিত্ৰ।

স্কুল আৰু কলেজৰ ছাত্ৰী হৈ থাকোতে লেখা অজস্ৰ গল্প অসম এৰি অহাৰ পাছত হেৰাই গৈছে। এনে ধৰণৰ দুটা এটা গল্প কেতিয়াবা কোনোবাই দি থৈ যায়। এই গ্ৰন্থত সংযোজিত চুটি গল্পটো ঠিক তেনেধৰণৰে গল্প।

'জ্যোতি প্ৰকাশনৰ' স্বত্বাধিকাৰী শ্ৰী ইলা শৰ্মাই কিতাপখন প্ৰকাশ কৰিবলৈ অত্যন্ত আগ্ৰহ প্ৰকাশ কৰিলে। উঠি অহা নতুন লেখকসকলৰ লেখা প্ৰকাশ কৰিবলৈও তেওঁ এনেদৰে আগ্ৰহী হ'ব বুলি আমাৰ বিশ্বাস। শ্ৰীমতী শৰ্মাক ধন্যবাদ জনালোঁ। কিতাপখনৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰি কিছু সম্পাদনা কৰি দিয়া বাবে অসমৰ প্ৰখ্যাত কবি নীলমণি ফুকনদেৱৰ ওচৰতো কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

শক্তি নগৰ
পুৰণা দিল্লী
১৯,১২,৯০

মামণি ৰয়ছম গোস্বামী

ঈশ্বৰীৰ সংশয় আৰু প্ৰেম
জখ্‌মী যাত্ৰী
উমাকান্ত গোস্বামীদেৱৰ দিনপঞ্জী আৰু ব্ৰাউন চাহাবৰ চিঠি
'মোৰ প্ৰিয় পুৰুষ' বেলজিয়ামৰ জেসুইট পুৰোহিত ফাদাৰ বুল্কে
মোৰ লেখাৰ আঁৰৰ কাহিনী

## এক

এইবাৰ শ্ৰীধামৰ ৰামায়ণ মণ্ডলীৰ সভ্যসকল জনকপুৰলৈ যোৱাৰ আয়োজন কৰাৰ কথা ঈশ্বৰী দেৱীয়ে শুনিছিল। মন্ডলীৰ সভ্য ধৰ্ম বাহাদুৰ ৰাণাৰ পৰা তাই চিঠি এখন আশা কৰিছিল। চিত্ৰকূটৰ ৰামায়ণ মেলাত তাই এই যুৱকক লগ পাইছিল। এটা ভয়ংকৰ মটৰ দুৰ্ঘটনাত ধৰ্ম বাহাদুৰৰ ঘৈণীয়েকৰ মৃত্যু হৈছিল। সেইবাৰ হেনো আৰু অনেক মানুহৰ মৃত্যু হৈছিল। ধৰ্ম বাহাদুৰৰ চিঠি অৱশ্যে অহা নাছিল।

ঈশ্বৰী দেৱী বিধৱা আছিল। ধৰ্মবাহাদুৰ ৰাণাক চিত্ৰকূটত প্ৰথম লগ পাওঁতেই মানুহটোৰ প্ৰতি এক প্ৰবল আকৰ্ষণ তাই অনুভৱ কৰিছিল। তাইৰ গভীৰ বিশ্বাস হৈছিল ধৰ্ম বাহাদুৰক এদিন তাই স্বামী হিচাপে গ্ৰহণ কৰিব পাৰিব। শ্মশান সদৃশ হৈ পৰা এই জীৱনক আকৌ তাই নতুন কৰি গঢ়ি তুলিব পাৰিব। সেয়ে তাই এইবাৰো জনকপুৰলৈ নিমন্ত্ৰণ পাবলৈ আশা কৰি আছিল। ধৰ্ম বাহাদুৰ উত্তৰ প্ৰদেশৰে মানুহ আছিল।

নিমন্ত্ৰণ পত্ৰ আহিল। মন্ডলীৰ গুৰু স্বৰূপ শ্ৰীমহানন্দ শাস্ত্ৰী মহোদয়ৰ চিঠি পাই তাই অভিভূত হৈ পৰিল। .......... চিঠিখন তেওঁ মুন্সীৰ হতুৱাই লেখাই চহি কৰি পঠোৱা নাই। নিজ হাতেৰে তেওঁ চিঠিখন লেখিছে। ....... আঃ তাইৰ দুয়ো নয়ন তৰি আহিব খুজিলে। বৰ আন্তৰিকভাবে লেখিছে শাস্ত্ৰী মহোদয়ে ঃ "এইবাৰ ৰামায়ণ সম্মিলন জনক নন্দিনী সীতাৰ জন্মভূমি জনকপুৰত আয়োজন কৰা হৈছে ......। তুমি বৰ আন্তৰিকতা আৰু পবিত্ৰ ভাৱেৰে ৰামায়ণৰ সভাসমূহলৈ আহা। তুমি লিখি অনা গোটেই কেইটা প্ৰবন্ধই মই পঢ়িছিলোঁ। তোমাৰ চিন্তাৰ গভীৰতা আৰু বিশ্লেষণ ৰীতি দেখি মই মুগ্ধও হৈছিলোঁ, কিন্তু তুমি নিজে দেখিছাই, - দেশ বিদেশৰ পৰা অহা ৰামায়ণ প্ৰেমী আলহী বক্তাসকলক আমি বক্তৃতা দিবলৈ সুযোগ দিব লাগে, তদুপৰি স্থানীয় পণ্ডিত সকলকো সুবিধা দিব লাগে। তুমি দেখিছা নহয় - একো একোজন পণ্ডিত ৰাম ৰসত এনে ধৰণে মগ্ন যে মঞ্চত উঠিলে তেওঁলোকে আৰু নামিব

নোখোজে। শ্ৰীৰাম প্ৰেম ৰসত মজা এনে পণ্ডিতৰ বাবে আমি সময় কেনেদৰে ভাগ কৰিবলগীয়া হয় তুমি নিজ চকুৰে নিশ্চয় দেখিছা। কিন্তু এইবাৰ তুমি ভাল প্ৰবন্ধ এটা আনিবা। দেৱী জানকীৰ জন্মস্থান জনকপুৰত তুমি এইবাৰ নিশ্চয় পঢ়িবলৈ সুযোগ পাবা। আমি ৰামায়ণ প্ৰেমীসকলে আঠাইশ নবেম্বৰৰ দিনা নতুন দিল্লীৰ ৰেলৱে ষ্টেচনত লগ লাগিম। 'মাগধ এক্সপ্ৰেছত' আমি পাটনা অভিমুখে ৰাওনা হম। আবেলি চাৰে সাতটা বজাত গৈ আমি পুৱা চাৰে দহটা বজাত পাটনাত উপস্থিত হম। পাটনাৰ শ্ৰীৰাম মন্দিৰ আৰু 'নগৰ পালিকাই' এক সম্বৰ্দ্ধনা সভা পাতিব। আমাৰ লগত বিদেশী ৰামভক্ত পণ্ডিত সকলকো এই সময়তে পৰিচয় কৰাই দিয়া হব। এইবাৰ তোমালোকো বাদ নপৰিবা। পাটনাৰ পৰা আমি বাছেৰেই ৰাক্সৌললৈ গমন কৰিম। তাতেই বিদেশী পণ্ডিতসকলৰ পাছপৰ্ট বিচাৰ কৰা হব। ইমিগ্ৰেন্টছ ক্লিয়াৰ কৰাৰ পাছত আমি চিধাই বীৰগঞ্জত উপস্থিত হম। বীৰগঞ্জত আমাক অভ্যৰ্থনা কৰিব সিটো পাৰৰ কৰ্মকৰ্তাসমূহে। বীৰগঞ্জৰ পৰা- জনকপুৰ আৰু চাৰি ঘন্টাৰ ৰাস্তা। ------- এতিয়া শীত পৰিছে। হিমালয়ৰ বৰফ দেখা পাবা। কাপোৰ কম্বল ভালদৰে লৈ আহিবা। শ্ৰীশ্ৰীৰামচন্দ্ৰই তোমাৰ মনৰ কামনা পূৰ্ণ কৰক। ----- --

ইতি

তোমাৰ শুভাকাংখী, মহানন্দ শাস্ত্ৰী

গুৰুকুল ধাম, জিলা ------- -

শাস্ত্ৰী মহাৰাজে সকলো কথা বৰ্ণনা কৰি ইমান দীঘলীয়া চিঠি কেতিয়াও লেখা নাছিল। যোৱা তিনি বছৰে চিত্ৰকূট, অযোধ্যা আৰু উজ্জৈনত হোৱা ৰামায়ণ মেলালৈ শাস্ত্ৰী মহাৰাজৰ মাত্ৰ ছপা কৰা চিঠি আহিছিল। চিঠিৰ তলত শাস্ত্ৰী মহাৰাজৰ মাত্ৰ হস্তাক্ষৰহে আছিল। আৰু আজি এনে এখন দীঘল চিঠি লেখি নিমন্ত্ৰণ কৰিছে ?

চিঠিখন তাই লেফাফাটোত বৰ যত্নৰে সৈতে জাপি থলে। ঈশ্বৰীৰ বুজিবলৈ বাকী নাথাকিল যে শ্ৰীশ্ৰীমহানন্দ শাস্ত্ৰী মহাৰাজে এতিয়াহে তাই তিনি বছৰ আগেয়ে ইংৰাজী ভাষাত লিখি পঠোৱা প্ৰবন্ধবোৰ পঢ়ি চাইছে। তাইৰ হৃদয়ৰ কথা বুজি পাইছে। ইমান দিনে সভাবোৰত তাইৰ প্ৰবন্ধ ৰাখিব নোৱাৰি, বোধহয় কিছু গ্লানিও অনুভৱ কৰিছে। -------

ইস ইস্ গ্লানি ?

সিদ্ধ পুৰুষৰ মনলৈও গ্লানিৰ ভাব আহে নে ?

শাস্ত্ৰী মহাৰাজৰ প্ৰতি ভক্তিৰ ভাবত আকৌ এবাৰ ঈশ্বৰীৰ মন গদ গদ হৈ পৰিল। চিঠিখন তাই আৰু কেইবাৰমান পঢ়িবৰ বাবে ব্লাউজৰ ভিতৰত সুমুৱাই থলে।

-------- বিজুলী প্ৰবাহৰ দৰে ঈশ্বৰী দেৱীৰ মনত পৰিল চিত্ৰকূট, অযোধ্যা, উজ্জৈনত ৰামায়ণ মণ্ডলীৰ লগত যোৱা ধৰ্ম বাহাদুৰ ৰাণাৰ কথা। এইবাৰ সিও মণ্ডলীৰ লগত যাবনে ? ৰাছিয়া, থাইলেণ্ড, বেলজিয়াম, নিউইয়ৰ্ক, লণ্ডন, মালেছিয়া আৰু জাভাত ৰামায়ণৰ বিষয়ে গৱেষণা কৰি থকা পণ্ডিতসকলক দিয়াৰ দৰে তাকো উৰা জাহাজৰ মাৰ্গ ব্যয় দিবনে ? শাস্ত্ৰী মহাৰাজৰ বৰ প্ৰিয় ব্যক্তি ধৰ্মবাহাদুৰ ৰাণা। নহব কিয় ? ধৰ্ম বাহাদুৰ ৰাণাৰ দৰে আদি ৰামায়ণৰ বিকাশ আৰু প্ৰক্ষেপৰ বিষয়ে ধৰ্ম বাহাদুৰে দিয়া ভাষণ কেনে মহত্বপূৰ্ণ আছিল। ইন্দোনেছীয়াৰ ৰামায়ণ কাকবিন, জাভাৰ ৰাম কেলিংগ, সেৰীৰাম, শ্যাম দেশৰ ৰামকিয়েন, ব্ৰহ্মদেশৰ 'ৰাম যাগন'ৰ এটা অনন্য তুলনামূলক অধ্যয়ন প্ৰস্তুত কৰা ধৰ্ম বাহাদুৰ ৰাণাৰ পাণ্ডিত্যত তাই স্তম্ভিত। মানুহে কয় গোস্বামী তুলসী দাসৰ ৰামায়ণৰ প্ৰথম অনুবাদক স্কটিছ চাৰ্চ কলেজৰ আদালত খাই এৰি থৈ যোৱা অনেক দুষ্প্ৰাপ্য পাণ্ডুলিপি ধৰ্ম বাহাদুৰে লাভ কৰিছিল। গ্ৰীওছ চাহাবে ৰাম চৰিত অনুবাদ কৰি মথুৰাত এৰি থৈ যোৱা অনেক মূল্যবান পাণ্ডুলিপিও তেওঁ আৱিষ্কাৰ কৰিছিল।

ঈশ্বৰীয়ে গভীৰভাবে ভাবিলে সঁচাকৈয়ে ধৰ্ম বাহাদুৰ ৰাণা ৰাম ভক্ত নে ? অযোধ্যাৰ মেলাত এবাৰ হেনো তেওঁ কৈছিল– যিদিনাই শ্ৰীৰামচন্দ্ৰক তেওঁ ঐতিহাসিক ব্যক্তি বুলি প্ৰমাণ কৰিব পাৰিব সেইদিনাই তেওঁ ৰাম ভক্ত হব। 'তৈত্তিৰীয় অৰণ্যকৰ এক যজ্ঞতাই এক বছৰ মাংস নাখাই, স্ত্ৰী ভোগ নকৰি, মাটিৰ বাচনত পানী নাখাই 'ৰাম' অৰ্থাৎ এক অনন্য পুত্ৰ লাভৰ কথা আছে অথচ এই ৰামেই 'তৈত্তিৰীয় সংহিতাত' ৰামা হৈ হেনো বেশ্যাৰ ৰূপ লৈছে। ঐতৰেয় ব্ৰাহ্মণৰ ব্ৰাহ্মণ ৰাম ঋগবেদৰ নৃপতি ৰাম, জৈমনীয় উপনিষদৰ দাৰ্শনিক ৰাম ? ----- ------- এই অজস্ৰ ৰামৰ মাজৰ পৰা ঐতিহাসিক ৰামৰ কংকাল বিচাৰি অনা সহজ কথা নে। দুঃসাধ্য কথা! দুঃসাধ্য কথা ? অথচ ধৰ্ম বাহাদুৰ ৰাণাই পাণ্ডুলিপি আৰু তাল পত্ৰৰ ৰহস্যময় গহ্বৰ খান্দিয়ে আছে। খান্দিয়েই আছে।

ঈশ্বৰীৰ কিন্তু বদ্ধমূল ধাৰণা হৈছে ধৰ্ম বাহাদুৰ ৰাণাৰ হৃদয়ৰ কোনো এক গোপন কক্ষত ৰামভক্তি সুৰিৰ হৈ আছে। নহলে এনেদৰে

পৰিশ্ৰম কৰাৰ শক্তি ক'ত পাব ?

ঈশ্বৰীয়ে ধৰ্ম বাহাদুৰক অকল কৰ্কশ মনৰ পণ্ডিত বুলি কল্পনা কৰিব নোৱাৰে । তেওঁক দেখাৰ পৰাই তাই এক অনন্য আকৰ্ষণ অনুভৱ কৰিছে । তেওঁৰ হৃদয়ত পাণ্ডিত্য আৰু এক মহানুভৱ মানুহৰ আত্মা একত্ৰিত হৈ থকা বুলি তাইৰ বদ্ধমূল ধাৰণা হৈছে । শাস্ত্ৰী মহোদয়ৰ মণ্ডলীৰ লগত, অযোধ্যা চিত্ৰকূট উজ্জৈনত তাই অনেক কৰ্কশ পণ্ডিতকো লগ পাইছে , যিবোৰ পণ্ডিত অহংকাৰৰ কলংকিত পৰ্বতত উঠি আছে । - ------- ইস্ ইস্ অযোধ্যাত তেনে এগৰাকী পণ্ডিতৰ লগত কথা পাতিবলৈ গৈ তাই এদিন কেনেদৰে লাজত পৰিছিল এতিয়া ভাবিলে ক'বলৈ মন যায় – 'ফাট দিয়া বসুমতী পাতালে লুকাও' । --------- এনে ধৰণৰ পণ্ডিতৰ প্ৰতি লাহে ল'হে ঈশ্বৰীৰ মনলৈ এক ধৰণৰ ঘৃণাৰ ভাব আহিছে । অহংকাৰৰ পৰ্বতত উঠি থকা এনেবোৰ পণ্ডিত আৰু কচাইৰ মাজত যেন কোনো পাৰ্থক্য নাই । যি পণ্ডিতৰ হৃদয়ত মানৱ প্ৰেম নাই সেই পণ্ডিত নিজৰ কফিনত বন্ধ হৈ থকা একোটা মৰাশ্হে । ----- অথচ এনেদৰে ৰিজাবলৈ গৈ তাইৰ নিজকেমূৰ্খৰ দৰেও লাগিছিল । কোনোবাই যেন ঈশ্বৰীৰ কাণে কাণে কৈছিল, – একোজন ব্যক্তি বৰ ডাঙৰ পণ্ডিত হব পাৰে কিন্তু মানুহ হিচাপে তেওঁ বৰ ভাল মানুহ নহবও পাৰে ।

অসম্ভৱ ! অসম্ভৱ !

কিন্তু সঁচাকৈয়ে এনেকুৱা হয় । একোজন পণ্ডিত একোটা কচাইৰ দৰেও হয় । তেওঁতকৈ কম জনা মানুহৰ নাড়ী ভুক বাহিৰ কৰি তেওঁ বং চাব খোজে । ------- চিত্ৰকূট, অযোধ্যা আৰু উজ্জৈনত ঈশ্বৰীয়ে এনে প্ৰমাণ পাইছে । --------- নাই নাই ধৰ্ম বাহাদুৰ বাণা এনে হব নোৱাৰে । --------- শ্ৰীশ্ৰীমহানন্দ শাস্ত্ৰী মহাৰাজৰ চিঠিখনে তাইৰ বুকুৰ কোমলখিনিত যেন বিজুৰিৰ ধৰিলে । শাস্ত্ৰী মহোদয়ৰ সংঘৰ এই মণ্ডলীৰ লগত যাবলৈ ঈশ্বৰী একপ্ৰকাৰ উত্ৰাৱল হৈ উঠিল । আকৌ এবাৰ ধৰ্ম বাহাদুৰক লগ পাবলৈ তাই আকুল হৈ পৰিল ।

কোনো বাধা নাছিল । এই বিশাল পৃথিৱীত ঈশ্বৰী দেৱী একপ্ৰকাৰ অকলশৰীয়া ব্যক্তি আছিল ।

ঈশ্বৰীৰ মাক ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ উকিয়ামৰ মানুহ । দেউতাক উত্তৰ প্ৰদেশৰ যজমানি ব্ৰাহ্মণ । 'যজমানি' কৰিবলৈ যাওঁতে উকিয়ামতে দেখা হৈছিল ঈশ্বৰীৰ মাকৰ লগত । তাইৰ জন্ম মুন্সীগঞ্জত । অবৰ্ণনীয়

দৰিদ্ৰতা ভোগ কৰা পৰিয়ালটোৱে শেষত যজমানি এৰি ভাদোইৰ কাৰ্পেট ফেক্টৰীত কাম কৰিছিল। তাইৰ ভায়েক-ভনীয়েক সকলোৱে কাৰ্পেট ফেক্টৰীত কাম কৰিছিল। পঢ়া শুনাত ভাল আছিল কাৰণে পিতাকে তাইক পঢ়ুৱাইছিল। ঘৰত গোটেইবোৰ লৰা-ছোৱালীয়ে 'ৰাম চৰিত মানস' পঢ়িছিল। ঈশ্বৰীয়ে সুৰ লগাই 'ৰাম চৰিত মানস'ৰ দোহা চৌপাইসমূহ গাব জানিছিল। ৰাষ্ট্ৰভাষাৰ গোটেইবোৰ পৰীক্ষা পাছ কৰাৰ পাছত ঈশ্বৰীয়ে দিল্লীৰ হৰিজন সংস্থান এটাৰ ছাত্ৰসকলক ৰাষ্ট্ৰ ভাষা শিকোৱা শিক্ষয়িত্ৰী হৈছিল। যিকেইটা পইছা পাইছিল তাৰ সৰহ ভাগেই তাই ভাদোইৰ কাৰ্পেট ফেক্টৰীৰ বেৰেকত থকা বৃদ্ধ পিতাকলৈ পঠিয়াব লাগিছিল। হৰিজন সংস্থাই তাইক থাকিবলৈ এটি 'বৰসাতী' দিছিল। এই বৰসাতীটি ইমান সৰু আছিল যে সেইটো 'বৰসাতী' নে 'মিয়ানী' ভালদৰে ধৰিবই পৰা নগৈছিল।

ঈশ্বৰীয়ে বৰ নিষ্ঠাৰে ৰামায়ণ চৰ্চা কৰিছিল। যতেই ৰামায়ণৰ প্ৰৱচন হৈছিল তাতেই তাই উপস্থিত হৈছিল। --------- এদিন তাইৰ এই একে সংস্থানৰ এগৰাকী শিক্ষকৰ লগত বিয়াও হৈছিল। ১৯৮৪ চনৰ দিল্লী দাঙ্গাত জাহাংগীৰপুৰীৰ এক ভয়ংকৰ অগ্নিকাণ্ডৰ পৰা এটি শিখ শিশুক উদ্ধাৰ কৰিব যাওঁতে ঈশ্বৰীৰ স্বামীৰ মৃত্যু হৈছিল। এই শিখ শিশুটিয়ে ৰাষ্ট্ৰ ভাষা শিকিছিল। স্বামীৰ মৃত্যুৰ পাছত ধৰ্ম বাহাদুৰৰ প্ৰতি জগা এই আকৰ্ষণৰ বাবে তাইৰ মনত গ্লানিৰ সীমা নাছিল।

## দুই

নতুন দিল্লীৰ ৰেলৱে ষ্টেচনৰ ৬ নম্বৰ প্লেটফৰ্মত 'মাগধ এক্সপ্ৰেছ' ধৰিবৰ বাবে গধূলি সাত বজাৰ আগেয়েই ঈশ্বৰী আহি হাজিৰ হৈছিল। তাই এটা অভাৰকোট পিন্ধিছিল। কোটটো তেনেই পুৰণা। নতুন কোট কিনাৰ সামৰ্থ্য তাইৰ নাছিল। কান্ধত খদ্দৰৰ বেগ ওলোমাই লৈছিল। এই বেগত কাগজ পত্ৰ কলম পেঞ্চিল সকলো টিজিল লগাই লৈ আহিছিল। এই আন্তঃৰাষ্ট্ৰীয় সন্মিলনত পঢ়িবৰ বাবে তাই 'জনকপুৰৰ সীতাৰ পূৰ্ব ৰাগ' নামেৰে এটি সুদীৰ্ঘ প্ৰবন্ধ লেখিছিল। অনেক পঢ়া শুনা কৰি তাই বৰ আগ্ৰহেৰে প্ৰবন্ধটি লেখিছিল। তাইৰ দৃঢ় বিশ্বাস হৈছিল শাস্ত্ৰী মহাৰাজে নিজ হাতেৰে চিঠিখন দিছে, প্ৰবন্ধও মুদ্ৰিত কৰিবলৈ কৈছে। গতিকে তাই

নিশ্চয় পঢ়িবলৈ সুযোগ পাব। প্ৰবন্ধটো ক'ৰবাত হেৰাব বুলি তাই দুটা কপি কৰি লৈছিল। এটা কপি এই খদ্দৰৰ বেগত লৈ আহিছিল। আনটো কপি তাই কাপোৰ কানি লৈ অহা কেনভাছৰ বেগ এটাত লৈ আহিছিল।

প্লেটফৰ্মৰ ভিৰ ঠেলি ঠেলি তাই শাস্ত্ৰীজীৰ সংঘৰ মানুহবোৰ বিচাৰিব ধৰিলে। ------ ইতিমধ্যে 'মাগধ এক্সপ্ৰেছ' আহি প্লেটফৰ্মত ৰখা হ'ল। লগে লগে হুৰমুৰকৈ আহি পৰা প্ৰচণ্ড ভিৰত আগুৱাই যোৱাই যেন অসম্ভৱ হৈ পৰিল। ঈশ্বৰীয়ে উভ্ৰাৱল হৈ এটা ডবাৰ পৰা আন এটা ডবাত ৰামায়ণ মণ্ডলীৰ মানুহ বিচাৰি ফুৰিব ধৰিলে। প্ৰথম শ্ৰেণীৰ ডবাবোৰত মণ্ডলীৰ কাকো তাই দেখা নাপালে। দ্বিতীয় শ্ৰেণীৰ ডবাবোৰত বিচাৰি ফুৰোতে হঠাৎ তাই স্বামীজীৰ গেৰুৱা বস্ত্ৰৰ এটা অংশ দেখা পালে। ----- --- ঠেলি হেঁচি কেতিয়া গৈ গোটেইবোৰ মানুহে ডবাৰ ভিতৰত সোমাল ঈশ্বৰীয়ে যেন নিজেই গম নাপালে। নিজৰ খদ্দৰৰ আৰু কেনভাছৰ বেগ বুকুৰ মাজত লৈ কুচি-মুচি যাত্ৰীৰ ধাক্কা খাই বহি থকাৰ সময়তো ঈশ্বৰীৰ মন সজাত বন্দী হোৱা চৰাইৰ দৰে ধৰফৰাই থাকিল। ধৰফৰাই থাকিল এই ভাবিয়ে যে কিজানি ধৰ্ম বাহাদুৰ ৰাণা এইবাৰ আহিব নোৱাৰেই।---

------- নাই নাই হয়তো ধৰ্ম বাহাদুৰ ৰাণা অহা নাই। বাকী সকলো আহিছে। তাই ভুমুকিয়াই চাই দেখিলে সৌৱা ৰুছ দেশৰ বিদ্বান ৰেস্কোভিচ আহিছে, বেলজিয়ামৰ ৰামায়ণ মৰ্ম্মহৃত পণ্ডিত হাবাৰ্ট হণ্ডিন চাহাব আহিছে, সৌৱা গিনিৰ ডিলেন চাহাব আহিছে -------- সৌৱা সৌৱা বেংককৰ ৰামায়ণ প্ৰেমী সুন্দৰী শ্ৰী সুৰংগ পুলথুপিয়াও আহিছে ----- ---- হাবাৰ্ট হণ্ডিন চাহাবৰ মূৰৰ সোণালী চুলি, প্ৰকাণ্ড ওখ আৰু হটঙা ডিলেন চাহাবৰ গালৰ হনু আৰু ডাঠ ফ্ৰেমৰ চচ্‌মাৰ লগত ঈশ্বৰীৰ ভালদৰে পৰিচয় আছে --------, আৰু ৰুচ দেশৰ ৰেস্কোভিচৰ থুলন্তৰ বপু, আৰু শিশুৰ দৰে কোমল মুখ মণ্ডলৰ লগতো ঈশ্বৰীৰ পৰিচয় আছে - ------ আহ সৌজনী কোন ? ভিৰৰ মাজেৰে ভালদৰে মনিব নোৱাৰি ঈশ্বৰীয়ে খুকুৰিয়াই চালে। ঈশ্বৰীৰ বুজিবলৈ বাকী নাথাকিল সেইজনী বৃন্দাবনৰ সন্ন্যাসী বাবাৰ আশ্ৰমত থকা বৃটিছ মহিলা এলিজাবেথ অ'হাৰা। গেৰুৱা শাৰীখনেৰে তাই মূৰটো একেবাৰে ঢাকিয়েই ওৰণি লৈছে। তাইৰ জোঙা নাকটো আৰু নীলা উজ্জ্বল চকুযোৰ বৰ স্পষ্টভাৱে দেখা গৈছে ---- -সৌৱা সৌৱা ------- ক'ৰ সন্ন্যাসী সেইজন ? বাঙ্কত হাত থৈ, লাখুটিত ভৰ দি কোনোমতেহে ভিৰৰ হেচাঁত পৰি নোযোৱাকৈ থিয় হৈ আছে।

থুলন্তৰ চেহেৰা । মুৰৰ প্ৰকাণ্ড জটাৰ পৰা হাত সাৰিবলৈ ওচৰৰ যাত্ৰীবোৰে কেকুৰা হৈ বহিবলৈ চেষ্টা কৰিছে । ------- শৰীৰৰ বিবৰ্ণ কম্বল বাৰে বাৰে সুলকি পৰিব খুজিছে ------- - আৰু নৌৱা, সৌজন্য নিশ্চয় সন্ন্যাসী নহয় ব্ৰহ্মচাৰীহে চাগে । ডিণ্ডিত কদ্ৰাক্ষৰ মালা আৰু গেৰুৱা বস্ত্ৰ পিন্ধিলেও মুখটো তেনেই চিকুণকৈ খুৰোৱা ।--- -----আহ ! আহ ! কোনে ঠেলা মাৰিলে এইটো কোনে ঠেলা মাৰিলে -------ঈশ্বৰীয়ে কোনোমতেহে যাত্ৰী দুটামানৰ ওপৰত বাগৰি নপৰাকৈ থিয় হৈ থাকিল ।

আলিগড়ৰ ওচৰলৈ আহিহে শাস্ত্ৰী মহোদয়ৰ মণ্ডলীৰ সকলোবোৰ যাত্ৰীৰ একপ্ৰকাৰ থানথিত লাগিল, অহা যোৱা কৰিব পৰা বাট এটা প্ৰকট হৈ পৰিল ।

শাস্ত্ৰী মহাৰাজে মুন্সী ৰাজতিলকক লগত লৈ তেওঁৰ লগত মণ্ডলীৰ সভ্য হৈ অহা প্ৰত্যেকটি সভ্যৰ খবৰ লব ধৰিলে । এনেদৰে ঠেলি হেঁচি প্ৰত্যেকটিৰে খবৰ লোৱা বৰ কষ্ট সাধ্য কাম আছিল ; কিন্তু তেওঁ এনেদৰে ভ্ৰমণ কৰাত অভ্যস্ত ব্যক্তি । হিমালয়ৰ কত দুৰ্গম পথ তেওঁ অতিক্ৰম কৰিছে । মৰুভূমিৰ তপ্ত বালিৰে কতবাৰ তেওঁ গমন কৰিছে । অটব্য অৰণ্যৰ মাজেৰে কতবাৰ তেওঁ দিশ হাৰা হৈ ঘূৰিছে । ------গতিকে ঠেলা-হেচাঁ কৰি যাত্ৰীৰ ওচৰলৈ অহা তেওঁৰ বাবে কি কথা ?

মুন্সী আৰু শাস্ত্ৰী মহাৰাজে আগুৱাই অহাৰ লগে লগে ঈশ্বৰীৰ বুকুখনে থান বনাদি বানিব ধৰিলে । ধৰ্ম বাহাদুৰ বাপা আহিছে নে নাই এই কথা জানিবৰ বাবেই তাইৰ এই অৱস্থা হৈছে নে শাস্ত্ৰী মহাৰাজে তাইক এনে এক 'আন্তৰাষ্ট্ৰীয় সন্মিলন'ৰ বাবে নিমন্ত্ৰণ কৰা বাবে এনে হৈছে, ঈশ্বৰীয়ে ঠিক ধৰিব নোৱাৰিলে । তাই খিৰিকীৰ ওচৰত ভাল ঠাই এটুকুৰাই পাইছিল । তাইৰ ওচৰত লʼৰা-ছোৱালী লৈ পূব চাম্পাৰণ জিলাৰ এক গাঁৱৰ পৰিয়াল এটা বহি আছিল । সমুখৰ চিটত কেইবাটাও ডেকা লʼৰাই ঠেলা হেঁচা কৰি বহি আছিল । কথা কতবাৰ পৰা ঈশ্বৰীয়ে গম পাইছিল কেউটাই পাটনা বিশ্ববিদ্যালয়ৰ বিহাৰী ছাত্ৰ ।

------- শাস্ত্ৰী মহাৰাজৰ চকু এইবাৰ ঈশ্বৰী দেৱীৰ ওপৰত পৰিল । তেওঁ বৰ আগ্ৰহেৰে ঈশ্বৰীৰ ওচৰলৈ আগুৱাই গʼল । মুন্সীজনেও কাগজখন উলিয়াই তালিকাত তাইৰ নামটো বিচাৰিব ধৰিলে । ভক্তিত গদগদ হৈ ঈশ্বৰীয়ে ভিৰৰ মাজতো হাউলি গৈ শাস্ত্ৰী মহাৰাজৰ চৰণ স্পৰ্শ কৰিলে । গদ গদ কণ্ঠেৰে মহাৰাজে কʼলে – "ঈশ্বৰী তুমি শ্ৰীৰামচন্দ্ৰ প্ৰেমী বুলি মই

প্ৰথম দিনাই গম পাইছো । শ্ৰীৰামচন্দ্ৰই তোমাৰ মংগল কৰক । -------
হঠাৎ মুন্সীয়ে শাস্ত্ৰী মহাৰাজৰ কাণত ফুচফুচাই কিবা এটা ক'লে ।
মহাৰাজে ঈশ্বৰীৰ পিনে মূৰ তুলি চাই ক'লে – " ------ ঈশ্বৰীজী !
মুন্সীয়ে ঠিকেই কৈছে । বেলজিয়াম আৰু ফ্ৰান্সৰ পৰা তিনিজন ভক্ত
এসপ্তাহৰ নটিছৰ ভিতৰত আহি পাইছে । তেওঁলোক আমাৰ 'মেহমান' ।
কিবা কাৰণে যদি প্ৰয়োজন হয় তুমি তোমাৰ টিকটো আজৰি কৰি দিবা
তোমাক লেডিজ কম্পাৰ্টমেন্ট এটাত বহিবৰ বাবে মুন্সীয়ে যোগাৰ কৰি
দিব ।"

ঈশ্বৰীয়ে মূৰ দুপিয়াই সম্মতি জনালে । কিন্তু পেটে পেটে তাই অলপ ভয়ো খালে । ভয় খালে এই বাবে যে এবাৰ অযোধ্যাৰ ৰামায়ণ মেলালৈ যাওঁতে তাই প্ৰায় দহ ঘণ্টাই এটি টিণ্ডৰ বাকচৰ ওপৰত হাত ভৰি মেলিব নোৱাৰাকৈ বহি আহিব লগীয়া হৈছিল । সেই কথা মনত পৰিলে এতিয়াও তাইৰ কপালত ঘাম বিৰিঙি উঠে । সেইবাবে৷ এই বিদেশী 'মেহমান'ক স্থান এৰি দিব লগীয়া হোৱা বাবে এনে অৱস্থা হৈছিল । কিন্তু নাই নাই এই সকলো ভাৱনাক ঠেলি হেঁচি থৈ এই মুহূৰ্তত এক অন্য ভাবনাই ঈশ্বৰী দেৱীৰ বুকুত হিল্লোল তুলিলে । তাই একপ্ৰকাৰ আৰ্তনাদ কৰিয়েই স্বামীজীক সম্বোধন কৰি উঠিল "মহাৰাজ ! মহাৰাজ ! ধৰ্ম বাহাদুৰ ৰাণা আহিছেনে ? মই তেওঁক দেখা নাপালোঁ ।"

ভিৰ ঠেলি ঠেলি আগুৱাব খোজা শাস্ত্ৰী মহাৰাজ থমকি ৰ'ল । ক'লে – "আহিছে । ধৰ্ম বাহাদুৰ আৰু দক্ষিণ ভাৰতৰ পাৰ্টি এটা পূৰ্বাৰ ট্ৰেইনতে পাটনালৈ গৈছে । পাটনাৰ পৰা 'ৰাক্সোললৈ' আমি সকলোৱে একেলগেই যাম ।"

হটঙা আৰু অলপ কক্ষ স্বভাৱৰ ডাটিয়ে গোকে ভোবোকাৰ মুন্সীয়ে শাস্ত্ৰী মহাৰাজক টানি নিয়াৰ দৰে আগুৱাই লৈ গ'ল । কথা পতাৰ সময় নাই- বহুত কাম, দেশী বিদেশীক থানথিত লগোৱা সিহঁতৰ 'পাছপৰ্ট' ইত্যাদিৰ খুঁটি-নাটি বিচাৰ কৰাৰ কাম । ----------আহ এখন যেন সোণালী দুৱাৰহে মেল খাই পৰিল ঈশ্বৰী দেৱীৰ সমুখত । ধৰ্ম বাহাদুৰ ৰাণা আহিছে । ধৰ্মবাহাদুৰ ৰাণা আহিছে । -------- ছিঃ ছিঃ নিজৰ ওপৰতে যেন ধিক্কাৰ লাগিল ঈশ্বৰী দেৱীৰ । -------- তাই আহিছে লক্ষীদেৱীৰ অৱতাৰ সীতাৰ পৱিত্ৰ জন্মভূমি জনকপুৰলৈ । অথচ উৎসাহ বেছি হৈছে কিহত -------- ? কিহত ------- আহ সৌ সিদিনা মাথো

পাটীয়ান কৰিয়ে সীতাৰ দুঃখত কাতৰ হৈ লিখা কবিতাৰ পংক্তি দুটা তাই নোট বহীত টুকি থৈছে। খুনি দৰৱাজাৰ ওচৰত বাস কৰা ৰামভক্ত কুটুবুদ্দিন মোচা বোলা এই ছাত্ৰটিৰ লগতো তাইৰ দেখা হৈছিল। চিত্ৰকূটৰ ৰামায়ণ উৎসৱত ---------- তাই গুণ গুণাব ধৰিলে পাটীয়ান কবি ফিৰদৌচিয়ে সীতাক লৈ লিখা পংক্তি কিছুমান --------- এৰা, সীতাৰ মৃত্যুৰ পাছতহে সীতা যে এক বাহাদুৰ সৈনিক আছিল এই কথা গম পোৱা হ'ল –

"ওসকে মৰনে পৰ হোঠ ৰহ বাত
কহ নহী সকতে।
ওসকী বতানা তব হোতা হ্যায় জব
ৰহ জুল জাতি হ্যায়।
কহনে কো স্ত্ৰী হ্যায়, লেকিন বড়ে
বড়ে বাহাদুৰোন সে বড়কৰ হ্যায়।"

-------- ঈশ্বৰী দেৱীৰ ওচৰত বহি অহা বিহাৰী মানুহজনীয়ে তাইৰ কেঁচুৱাটোক সকলোৰে আগত নিঃসংকোচেৰে পিয়াহ খুৱাই বহি আহিছিল। তাই আটাহ পাৰি উঠিল ,– "কিবা গীত গাবৰ মন গৈছে যদি জোৰেৰে গোৱা। আমি সকলোৱে শুনো ------- !"

ঈশ্বৰী দেৱীয়ে মিচিকিয়াই হাঁহি মাৰিলে। কাক তাই প্ৰকাশ কৰিব মনৰ এই উৎসাহ। ------ এইবাৰ ৰেলে আৰু দ্ৰুত গতিৰে আগুৱাই যাব ধৰিলে। পানীৰ বটল, টিফিন কেৰিয়াৰ, বেঞ্চিন আৰু কাপোৰৰ বিভিন্ন বিচিত্ৰ মোনা, বেডিং, বাকচ আৰু ডেকা, বুঢ়া শিশুৰ এই ভিৰৰ মাজতো ঈশ্বৰী দেৱীৰ মনৰ এক ভাবধাৰাই হৃদয়ৰ দুৱাৰ খুলি বাহিৰ হৈ আহিল। -------- এই ধাৰাই সৌৱা দূৰৈত দেখা খেতি পথাৰ সেউজীয়া ভূমি আৰু মাটিৰ পঁজা ঘৰবোৰ বুকুৰে সৰীসৃপৰ দৰে বগাই ফুৰিব ধৰিলে। --------.

সৌৱা জকমকাই ফুলি আছে সৰিয়হৰ খেতি। আকাশৰ পৰা যেন এখন হালধীয়া সোণালী কমাল আহি খেতি পথাৰত পৰি আছে। -------- সৌবোৰ বাজৰাৰ খেতি। কাটি নিয়াৰ পাছত বাজৰাৰ নৰাবোৰ ভেড়াৰ নোমৰ দৰে লগা হৈছে। আৰু সৌ মৈয়াই থোৱা পথাৰবোৰ? সুগৰী পহুৰ শুকাৱলৈ দিয়া ছালৰ দৰে দেখা গৈছে। ---------কোনো কোনো ঠাইত নৰাৰ আটিবোৰ এনেদৰে বান্ধি থৈছে যে দূৰৈৰ পৰা সেইবোৰ ঢাৰিৰে বান্ধি থোৱা মৰাশৰ দৰে দেখা গৈছে। আৰু নৰাৰ সৌবোৰ

চিতাৰ জুইৰ মাজত দপদপাই থকা আঙঠাৰ দৰে জুই ? -------- যেতি পথাৰত খাৰ কৰিবৰ বাবেই এনে কৰিছে চাগে ? ঈশ্বৰী দেৱীৰ মনত এক ৰহস্যময় ভাবধাৰাৰ সৃষ্টি হ'ল। ভাব হ'ল তাই এই সকলোবোৰৰ মাজত এক ৰহস্যময় সৌন্দৰ্য্য দেখা পাইছে – মনৰ এক অনন্য পৰিস্থিতিৰ বাবেহে। ধৰ্ম বাহাদুৰ ৰাণা আৰু আযোগ মাহৰ অনন্য এই যেতি পথাৰ ? সকলোৱে মিলি ঈশ্বৰীক যেন এক নিচাসক্ত মানুহৰ দৰে কৰি তুলিছে, সকলো ভাবধাৰা যেন এই মুহূৰ্তত এডাল চন্দ্ৰহাৰ হৈ আছে। শ্ৰীৰামচন্দ্ৰ ধৰ্ম বাহাদুৰ ৰাণা আৰু প্ৰকৃতি এই চন্দ্ৰহাৰৰ হীৰা মাণিক আৰু সোণ হৈ আছে – এটাৰ পৰা আনটিক বাদ দিব নোৱাৰি।

চব কিছু লাভ লাগিছে। এই মুহূৰ্তত। হৃদয়ৰ মাজত অজস্ৰ সংগীত একেলগে জাকি মাৰি উঠিল। -------- তাইৰ সমুখত কেঁচুৱাটিক পিয়াহ খুৱাই বহি অহা মানুহজনীয়ে শুনাকৈ তাই ইকবালৰ গীত এটা গালে –

“হে ৰাম কে বাজুদ পে
হিন্দুস্থান কো নাজ,
য়াহান কি শাম দিন কে
উজালা সে অধিক ৰোশান হ্যায়।”

[ শ্ৰীৰামচন্দ্ৰৰ স্থিতিয়ে হিন্দুস্থানক মহান কৰিছে। হিন্দুস্থানৰ ৰাতিৰ অন্ধকাৰো দিনৰ পোহৰতকৈ বেছি উজ্জ্বল। ]

-------- আজি পথাৰৰ মাজৰ জুই দেখি তাইৰ ভাব পৰিবৰ্তিত হোৱা নাই, অথচ কিছুদিনৰ আগলৈ জুই দেখিলে তাই আটাহ পাৰিছিল। মূৰৰ চুলি ছিঙিছিল। চিকিৎসকে কৈছিল এই ভয় জুয়ে পুৰি গিৰিয়েক মৰাৰ বাবে হৈছিল। আজি এই ভয় নাই। হঠাৎ চমক ভাঙিল ঈশ্বৰীৰ।

-------- তাই দেখিলে সোঁহাতেৰে বুকুৰ মাজত টোপোলা এটা ধৰি আৰু বাওঁ হাতেৰে লাখুটিত ভৰ দি চতুৰ্ভুজ শ্ৰীৰাম মন্দিৰৰ পূজাৰী, ৰামায়ণ শাস্ত্ৰৰ মৰ্মজ্ঞ পণ্ডিত কৃষ্ণপদ সেৱক স্বামীয়ে বহিবলৈ ক'তো ঠাই নাপাই এই পিনেই আগুৱাই আহিছে। শাস্ত্ৰী মহাৰাজৰ সেই পিলিঙা মুন্সীটোৱে বোধহয় বিদেশী 'মেহমান'সকলৰ ব্যৱস্থা কৰোতে এনেদৰে ব্যস্ত হৈ পৰিছে যে সম্মিলনলৈ অহা এইসকল লোকলৈ সি বোধকৰো মূৰ তুলিয়েই চাব পৰা নাই। শাস্ত্ৰী মহাৰাজৰ এই মুন্সীটিৰ প্ৰতি ঈশ্বৰীৰ অলপো ভাল ভাব নাই। কোন কিমান পানীৰ মাছ, জেপত কাৰ কিমান পইছা এই কথা চাই চায়ে যেন সি সম্মিলনত ভাগ লবলৈ অহা মানুহৰ

চতুৰ্ভূজ শ্ৰীৰাম মন্দিৰৰ বৃদ্ধ পণ্ডিত কৃষ্ণপদ সেৰকক দেখিয়েই ঈশ্বৰী থপহকৈ থিয় হ'ল। পণ্ডিতে বুকুৰ মাজত গুজি অনা বেগটো তাই টান মাৰি লৈ ভিৰ ঠেলি লৈ তেওঁক হাতত ধৰি নিজৰ ঠাইলৈ লৈ আহিল। বৃদ্ধ পণ্ডিতে বহিলৈ ঘনঘনকৈ উশাহ লব ধৰিলে। ঈশ্বৰীয়ে মনে মনে ভাবিলে – "এই বয়সত ইমান কষ্ট কৰি আহিব লাগে কিয় ? ---------- কিন্তু পিছ মুহূৰ্তত তাই ভূমি চুই যেন কাণহে স্পৰ্শ কৰিলে। এয়া এক আত্মাৰ আহ্বান। এই আহ্বানত সকলো আহিব পাৰে – ল'ৰা, বুঢ়া, ডেকা। এয়া শ্ৰীৰামচন্দ্ৰ আৰু জানকী মাৰ আহ্বান।

তাই কিছু আগুৱাই 'আহি অহা যোৱা কৰা বাটটোতে কিংকৰ্তব্যবিমূঢ় হৈ থিয় হৈ ৰ'ল। লেভেটেৰিলৈ আৰু বিভিন্ন কামত অহা যোৱা কৰা যাত্ৰীবোৰে এইবাৰ ঈশ্বৰীৰ গাত খুন্দা লগাইহে যেন অহা যোৱা কৰিব ধৰিলে। কেঁচুৱা কোলাত লৈ থকা বিহাৰী মানুহজনীয়ে ঈশ্বৰীৰ বাবে বৰ কষ্ট কৰি এটুকুৰা ঠাই উলিয়াই দিলে। কৃষ্ণপদ সেৰকৰ কম্বল আৰু কাপোৰেৰে ঠাহ খাই থকা বেগটো বুকুৰ মাজত গুজি ঈশ্বৰীয়ে কুঁচি-মুচি বহিবলৈ চেষ্টা কৰিলে। ঠিক এনে সময়তে আৰু এটা জটাধাৰী মুখ দেখি ঈশ্বৰী চক খাই উঠিল। -------- ভিৰ ঠেলি ঠেলি এইপিনেই আগবাঢ়ি আহিছে বৃন্দাবনৰ ব্ৰহ্মকুণ্ডৰ ৰামায়ণী পণ্ডিত গজপতি মিশ্ৰ। -------- তেওঁ মুখেৰে ভোৰভোৰাই আহিছে। আজিও বোধহয় মণ্ডলীৰ ব্যৱস্থাত তেওঁ অসন্তুষ্ট হৈ আহিছে। যোৱা কুৰি বছৰ ধৰি তেওঁ ৰামায়ণৰ বিষয়ে চিন্তা চৰ্চা কৰিছে – দশৰথ জাতকৰ সমস্যা। যোগ বশিষ্ঠ ৰামায়ণ, আধ্যাত্ম ৰামায়ণ আদি সাম্প্ৰদায়িক ৰামায়ণৰ বিষয়েও তেওঁ নানা ধৰণৰ অধ্যয়ন কৰিছে। সেয়ে সন্মিলনৰ নাম শুনিলেই তেওঁ বিচিত্ৰ ভূৰ্জপত্ৰৰ টোপোলাটো লৈ আগ্ৰহেৰে আহে। কিন্তু ঈশ্বৰীয়ে লক্ষ্য কৰিছে ৰামায়ণী পণ্ডিতৰ প্ৰচণ্ড ভিৰৰ মাজত চিত্ৰকূট, অযোধ্যা আৰু উজ্জৈনৰ সন্মিলনতো তেওঁ নিজ হাতেৰে লেখি অনা প্ৰবন্ধ পাঠ কৰিবলৈ সুযোগ পোৱা নাই। এইবাৰো বোধহয় তেওঁ আশা এৰা নাই। চিত্ৰকূটত প্ৰবন্ধ পঢ়িবলৈ সুযোগ পালে পাৰত গজা ৰূপহী দুগৰাকীমানেহে। বব কৰা চুলি, হাইহিলৰ জোতা ওঁঠত লিপষ্টিক লৈ ৰামায়ণ সাহিত্য চৰ্চা কৰিব অহা ৰূপহী দুজনীয়ে বেলজিয়ামৰ মহা পণ্ডিত বগা চাহাবৰ লগত মঞ্চত উঠি তুলসীৰ দোহা গোৱৰ সুযোগ পালে, – অথচ গোটেই জীৱন দশৰথ জাতক আৰু সাম্প্ৰদায়িক ৰামায়ণৰ বিষয়ে অধ্যয়ন কৰা গজপতি মিশ্ৰই পূজাৰ পৰা

গধূলিলৈ মঞ্চৰ দাঁতিত খাপ পাতি থাকিও পটিবলৈ সুযোগ নাপালে। ------ চব কথা মনত আছে ------ চব কথা মনত আছে? ধহমহকৈ উঠি ঈশ্বৰীয়ে গজপতি মিশ্ৰক নিজৰ ঠাইখিনি এৰি দিলে। পুৰণা তালপাতৰ পুথি আৰু কম্বলৰ গোন্ধ চাৰিওফালে বিয়পি পৰিল। নাকত কাপোৰ লৈ কেঁচুৱা বুকুত লৈ থকা মানুহজনীয়ে খেংখেঙাই উঠিল। ঈশ্বৰীৰ বাবে এইবাৰ আৰু ক'তো ঠাই নোহোৱা হ'ল। ভিৰ ঠেলি ঠেলি তাই কিছুদূৰ আগুৱাই গ'ল। দুৱাৰৰ ওচৰত বন্দুকধাৰী পল্টন এজাক বহি আছিল। সিহঁতে তাইলৈ চাই ফিচিঙা-ফিচিঙি কৰিব ধৰিলে। তাই আকৌ গজপতি মিশ্ৰৰ ওচৰলৈ উভতি আহি তেওঁৰ টিঙৰ চুটকেচটোৰ ওপৰতে কুঁচি-মুচি বহি পৰিল।

* * *

পাটনাত ট্ৰেইনৰ পৰা নমাৰ সময়ত ঈশ্বৰীৰ কোনো অসুবিধা নহ'ল। কান্ধত খদ্দৰৰ বেগ, হাতত কেনভাছৰ চুটকেচ। কিন্তু গজপতি বাবাৰহে বৰ মস্কিল হ'ল, হাতত লাখুটি আৰু ভূজপত্ৰৰ টোপোলা, কম্বলেৰে মেৰিয়াই অনা বিছনা, টিঙৰ চুটকেচ ইত্যাদি লৈ তেওঁ ভিৰৰ মাজেৰে ঠেলি-হেঁচি আহিবই নোৱাৰা অৱস্থা হৈছিল। ঈশ্বৰীয়ে আগুৱাই গৈ তেওঁৰ হাতৰ পৰা ভূৰ্জপত্ৰৰ টোপোলাটো কাঢ়ি ল'লে। তেওঁ কথমপি আহিব পাৰিলে।

------ প্লেটফৰ্মত নাৰ্জি ফুলৰ মালা লৈ পাটনাৰ ৰামায়ণ মণ্ডলীৰ মানুহ আৰু 'ষ্টেচন মাষ্টাৰটি' সাজু হৈ আ'ছিল। ৰামায়ণ মণ্ডলীৰ মানুহবোৰ হৃষ্টপুষ্ট। খদ্দৰৰ ধৰ্‌ধৰকৈ বগা সাজ-পোছাক। কান্ধত উত্তৰীয় আৰু কপালত চন্দনৰ ৰেখা। ষ্টেচন মাষ্টৰটি বৰ ক্ষীণ। তেওঁ ঢিলা কোট পটলুন পিন্ধিছে। ------ শাস্ত্ৰী মহাৰাজৰ লগত পণ্ডিতসকলে ট্ৰেইনৰ পৰা নমাৰ লগে লগে পাটনাৰ ৰামায়ণ মণ্ডলীৰ ভক্তসকলে আগবাঢ়ি গৈ সকলোৰে ডিঙিত নাৰ্জি ফুলৰ মালা পিন্ধাই দিলে। শৰীৰত সুগন্ধি আতৰ ছটিয়ালে।

নাৰ্জিৰ মালা আৰু প্ৰকাণ্ড দীঘল চুলিকোছাৰে সৈতে ঈশ্বৰীকো এগৰাকী সাধিকাৰ দৰে দেখা গ'ল। এনেয়েও তাই ওখ। গাৰ গঠন আটিল।

প্লেটফৰ্মৰ দাঁতিত চামিয়ানা টনা হ'ল। মণ্ডলীক সম্বৰ্ধনা জনাবলৈ সভা বহিল। ইতিমধ্যে উৰা জাহাজেৰে আহি পাটনাত উপস্থিত হোৱা

কচী বিদ্বান ভিক্টৰ চাখাৰভ আৰু পেমিলা লুডমিলাও চামিয়ানাৰ তলত উপস্থিত হ'ল। নাৰ্জি ফুলৰ মালাৰে দুয়োৰে ডিঙি গোত খাই গ'ল। আতৰে তিয়াই পেলালে দুয়োৰে শৰীৰ।

------- চামিয়ানাৰ তলত ঈশ্বৰী দেৱীয়ে ধৰ্ম বাহাদুৰ ৰাণাক দেখা পালে।

* * *

-------- ৰাম্লোল অভিমুখে যাবলৈ মণ্ডলীৰ সকলো মানুহ যেতিয়া বাছত উঠিল ঈশ্বৰীয়েও বৰ আশা কৰিছিল ধৰ্ম বাহাদুৰ ৰাণাও আহি তাইৰ ওচৰত বহিব। ------ কিন্তু নাই সকলোকে ভাল চিটবোৰ দি ধৰ্ম বাহাদুৰ ৰাণাই শাস্ত্ৰী মহাৰাজৰ মুন্সীটোৰ লগত একেবাৰে শেষৰ চিট এটাত বহিল। ------- পাটনাৰ পৰা ৰাম্লোললৈ প্ৰায় তেৰ ঘণ্টাৰ পথ। ধৰ্ম বাহাদুৰ ৰাণাই তেনেদৰে বহি যাব পাৰিবনে ? ঈশ্বৰীয়ে লক্ষ্য কৰিছে যোৱাবাৰ অযোধ্যাত দেখাতকৈ ধৰ্ম বাহাদুৰ কিছু ক্ষীণাইছে। এইবাৰ সি ডাড়িও ৰাখিছে। এই ডাড়ি কোছাই তাৰ পুৰুষ সুলভ ব্যক্তিত্বক আৰু তুলি ধৰিছে। তাৰ জোঙা নাকটোৰ ওপৰত ডাঠ ফ্ৰেমৰ চছমা যোৰেও তাৰ ব্যক্তিত্ব আৰু উজ্জ্বল কৰি তুলিছে। ঈশ্বৰীৰ বৰ ইচ্ছা হ'ল তাৰ ওচৰত বহিব আৰু পাকে প্ৰকাৰে জানিব পত্নী বিয়োগৰ শোক এতিয়া সি সহ্য কৰিব পাৰিছে নে ? 'ৰামায়ণ মণ্ডলীৰ' লগত এনেদৰে ঘূৰা-পকা আৰম্ভ কৰিছে যেতিয়া সি নিশ্চয় নিজকে পৰিস্থিতিৰ লগত খাপ খুৱাই লব পাৰিছে। ক'ত কথা ক'বৰ মন গ'ল তাক। এতিয়া জুই দেখিলে তাই আৰু অচেতন হৈ নপৰে। চিকিৎসকে কয় এয়া সময়ে কৰিছে আৰু কিছু পৰিমাণে ধৰ্ম বাহাদুৰেও কৰিছে। হয় হয় ধৰ্ম বাহাদুৰেও কৰিছে।

* * *

------ ঈশ্বৰীৰ ওচৰত বৃন্দাবনৰ বৰসানা বাবাৰ মন্দিৰত থকা শুচিনা নামৰ বৃটিছ যুৱতী গৰাকী বহি গৈছিল। তাইৰ বৃন্দাবনত থকা প্ৰায় আঠ বছৰেই হৈছে। চুলিকোছা একেবাৰে সোণালী। মানুহজনী ওখ আৰু কিছু হটঙা যদিও নীলা চকুযোৰৰ সৈতে বৰ আকৰ্ষণীয় মানুহ। ব্ৰজৰ তিৰোতাবোৰৰ দৰে তাই ওৰণি লৈ শাৰী পিন্ধে। ------ ৰামচৰিত মানসৰ দোহা আৰু চৌপাই পদাৱলী গাই ইতিমধ্যে তাই সকলোৰে মন মুহি থৈছে। -------- তথাপিও ঈশ্বৰীৰ সন্দেহ হয়। সঁচাকৈয়ে ভক্তিয়ে তাইক ইয়ালৈ টানি আনিছে নে ? নিজৰ দেশ, পিতৃ-মাতৃ আৰু প্ৰিয়জনক

সঁচাকৈয়ে তাই এই ৰাম ভক্তিৰ বাবেই এৰিছেনে ?

....... শাস্ত্ৰী মহাৰাজৰ গলগলীয়া কণ্ঠ শুনা গ'ল - "আমাৰ বিদেশী মেহমান সকলে নিজৰ পাছপৰ্ট সমূহ যেন উলিয়াই লয়। 'ৰাক্সৌলত' ইমিগ্ৰেচন পাৰ হ'ব লাগিব।"

খৃষ্টিনাই তাইৰ কাষত ওলোমাই লোৱা বেগত 'পাছপৰ্ট' বিচাৰিব ধৰিলে। লগে লগে ভোৰভোৰাই যাব ধৰিলে – "কি দৰকাৰ পাছপৰ্টৰ, মানুহ জনমৰ পৰাই মুক্ত জীৱ। কি দৰকাৰ – কি দৰকাৰ এই কাগজসোপাৰ। মই এতিয়া সম্পূৰ্ণৰূপে ভাৰতৰ বাসিন্দা হব খোজো – অথচ---

*　　　*　　　*

মণিহাৰিত ভাত পানী খাই যাত্ৰীসকলে আকৌ নিজৰ নিজৰ ঠাইত বহিল।

-------পূব চাম্পাৰণ জিলাৰ এক মনোৰম ভূমিৰ মাজেৰে বাছ চলিব ধৰিলে। আকাশৰ পৰা বাগৰি পৰা সোণালী কমালৰ দৰে লগা সৰিয়হৰ পথাৰ। উটৰ ছালৰ দৰে বৰণ লোৱা "বাজৰাৰ" উদং পথাৰ।

মণিহাৰিতো ঈশ্বৰীয়ে ধৰ্ম বাহাদুৰৰ লগত ভালদৰে কথা পাতিব নোৱাৰিলে। কাৰণ মণ্ডলীৰ তিৰোতা মানুহবোৰ একালে বহিল। তায়ো তিৰোতা মানুহৰ লগতে বহি কটি থাকলগীয়া হ'ল।

বাছত বহিবৰ সময়ত খৃষ্টিনাই তাইৰ গেৰুৱা ৰঙৰ শাৰীখনেৰে মুখটো ঢাকি লৈ ঈশ্বৰীৰ কাণৰ কাষলৈ আহি ফুচফুচাই ক'লে – "মই পুৰুষ মানুহৰ ওচৰত বহিব নোখোজো। তুমি বুজিছা নহয় কি কাৰণে ? সিহঁতৰ সৰহভাগেই মাংসৰ উম বিচাৰি ফুৰে।

*　　　*　　　*

ইতিমধ্যে অন্ধকাৰ হৈ আহিল। পশ্চিমৰ আকাশ ৰঙা হ'ল। তাৰ পাছত আকাশে প্ৰাচীন খণ্ডহৰৰ ৰং ধাৰণ কৰিলে। তাৰ পাছত অন্ধকাৰৰ মাজত দৃশ্য জগত অদৃশ্য হৈ পৰিল।

*　　　*　　　*

সাত ঘন্টা অতিবাহিত হ'ল। হঠাৎ সীতামাৰি নামৰ ঠাইত উপস্থিত হৈ সকলোৱে হাহাকাৰ কৰি উঠিল "এই পিনৰ চেক পষ্টৰেতো

বিদেশীসকলক সোমাব দিয়া নহয় ? বাস্তা ভুল হ'ল । বাস্তা ভুল হ'ল ।"

শাস্ত্ৰী মহাৰাজৰ উদাত্ত কণ্ঠ শুনা গ'ল– "কি হ'ল । আমি বাঙ্গোলৰ পথ এৰি আহিলোঁ ?"

ড্ৰাইভাৰটোৱে জাঙুৰ খাই উঠি ক'লে যে তাৰ পাৰ্মিট আছে সেইপিনে সি দেশী-বিদেশী সকলো মানুহ নিব পাৰিব ।"

------- আকৌ বাছ চলিব ধৰিলে । অন্ধকাৰৰ মাজত ডুব যোৱা পথ বাছৰ শক্তিশালী লাইটৰ পোহৰত পানীৰ গৰা উঠি অহা ম'হৰ পিঠিৰ দৰে তিৰবিৰাই উঠিল ।

* * *

সীমাৰ আৰক্ষী চৌকিত এখন কাঠৰ দলঙৰ ওচৰত আহি আকৌ বাছ বৈ গ'ল । সীমাৰক্ষী বন্দুকধাৰী সৈনিক কিছুমানে বাছখন বেৰি ধৰিলে । কিছুমানে বাছৰ সমুখত আঁৰি দিয়া ৰামায়ণ মণ্ডলীৰ বেনাৰখন জুমি জুমি চাব ধৰিলে ।

------- শাস্ত্ৰী মহাৰাজ, তেওঁৰ মুন্সী আৰু দুটামান মাতব্বৰ ভক্তই কাঠৰ দলংখন পাৰ হৈ 'ইমিগ্ৰেশ্যন'ৰ ছাউনিৰ পিনে ঢাপলি মেলিলে । বাছৰ শক্তিশালী লাইটৰ পোহৰত কাঠৰ দলংখনৰ এক অংশ ভাস্বৰ হৈ উঠিল । কোনো জন্তুৰ অস্থিপুঞ্জৰ দৰে পৰি আছে বৃহৎ আকাৰৰ এই কাঠৰ দলং ! এই দলঙে সীমা ৰেখা টানি দিছে দুখন বেলেগ ৰাজ্যৰ ।

সীমা ৰেখা ? মানুহৰ পৃথিৱীত সীমা ৰেখা ? মানুহৰ পৃথিৱীত এই সীমা ৰেখাবোৰে যেন মানুহৰ নিষ্ঠুৰতাৰ প্ৰতীক । এনে এক ভাব হ'ল ঈশ্বৰীৰ । মানৱ জাতিৰ এনেদৰে সীমা ৰেখা টনাৰ অধিকাৰ আছে নে ?

ঈশ্বৰীৰ ওচৰত ওৰণি লৈ বহি থকা খৃষ্টিনাই টোপনিয়াই টোপনিয়াই বহি আছে । এয়া আইৰ ডিঙিৰ কদ্ৰাক্ষৰ মালাডাল যেন সুলকি আহিব খুজিছে ।

---------- বিবোৰ মানুহ 'চেক পইন্ট'ত নামি গৈছিল সেইবোৰৰ ভিতৰত ধৰ্ম বাহাদুৰ ৰাণাও আছিল । অলপ পাছতেই কিন্তু গোটেই জাক মানুহ হেঁপাই কোঁপাই উভতি আহিল । গাড়ী চালকৰ ওচৰলৈ আহি আৰ্তনাদ কৰি উঠিল শাস্ত্ৰী মহাৰাজৰ মুন্সীটোৱে – "এইপিনে আমাৰ লগত অহা এজনো বিদেশী ভক্তক সোমাব দিয়া নহব । 'পাছপৰ্ট' অৰ্থাৎ পাৰপত্ৰ হাতত থাকিলেও এইটো সিইতৰ 'এণ্ট্ৰি পইন্ট' নহয় । বাস্তা ভুল হ'ল ।। বাস্তা ভুল হ'ল ।।"

চাৰিওফালে হাঁহাকাৰ লাগি পৰিল ।

ভাগৰত একেবাৰেই ভাৰাক্ৰান্ত হৈ টোপনিয়াই থকা গোটেইজাক যাত্ৰী সাৰ পাই উঠিল !

মুন্সীয়ে আকৌ আৰ্তনাদ কৰি উঠিল–, "ভাৰতীয়সকলক যাব দিয়া হ'ব । কিন্তু বিদেশীসকলক ? কি কৰা যায় এতিয়া ।

শাস্ত্ৰী মহাৰাজৰ গলগলীয়া কণ্ঠ শুনা গ'ল –, "গোটেই ৰাতি যাব লগীয়া হ'লেও আমি ৰাক্সোললৈকে উভতি যোৱা ভাল হব । আমাৰ বিদেশী আলহীসকলক এই অৰণ্যৰ মাজত থৈ ভাৰতীয়সকলক জনকপুৰলৈ নিয়া কথাটো ভবাও অন্যায় ।"

---- --- গোটেইজাক যাত্ৰী আকৌ আহি হুৰমূৰকৈ বাছত বহিল ।

* * *

মাজৰাতি সীতামাৰি নামৰ ঠাইত এটা চৰাইঘৰত বাস কৰা আৰু লগত অহা সন্ন্যাসীসকলে ব্ৰহ্ম মুহূৰ্তত কৰা গায়ত্ৰী তৰ্পণৰ দৃশ্য চোৱা আৰু দুপৰীয়া সীমাৰক্ষী সেনাৰে ভৰা ৰাক্সোলত আহি উপস্থিত হোৱা এই সকলোবোৰ যেন ঈশ্বৰীৰ চকুৰ আগত সপোনৰ দৰে ঘটি গৈছিল ।

* * *

------- সীমাৰ মাজেৰে চলাচল কৰা ট্ৰাকবোৰেৰে ভৰি আছিল ৰাক্সোলৰ পথ । 'ইমিগ্ৰেশ্বন'ৰ ছাউনিৰ ওচৰত ট্ৰাকবোৰে শাৰী পাতিছিল ।

বিদেশী আলহীসকলৰ নিজৰ নিজৰ পাছপৰ্ট লৈ নামি যাবলৈ আহ্বান আহিল । শাস্ত্ৰী মহাৰাজে সকলোকে সোঁৱৰাই দিলে কাৰোবাৰ যদি কিবা ডিক্লেৰ অৰ্থাৎ দেখুৱাব লগীয়া আছে তেতিয়া হ'লে তৎক্ষণাতে 'কাষ্টম আৰু ইমিগ্ৰেশ্বন'ত দেখুওৱা উচিত ।

বিদেশীসকলে এইবাৰ নিজৰ নিজৰ কেমেৰা, টেপ ৰেকৰ্ডাৰ ইত্যাদি উলিয়াই ল'লে । এই সকলোবোৰ সিহঁতে ডিক্লেৰ কৰা উচিত বুলি ভাবিলে ।

------- খৃষ্টিনাৰ সৈতে ঈশ্বৰীয়ে চাহ জলপান খাবলৈ ওচৰৰ ধাবা এখনলৈ নামি গ'ল । ----- ধাবাৰ সমুখতে আছিল প্ৰকাণ্ড বৰ্ড এখন । ------ ঈশ্বৰীয়ে খৃষ্টিনাই শুনাকৈ ক'লে – নেপালৰ পৰা এই হিন্দুস্থানত প্ৰবেশ কৰাৰ লগে লগে সকলোৱে এই ইস্তাহাৰত লেখি থোৱা কথা পঢ়িব লাগে ।

খৃষ্টিনা আৰু ঈশ্বৰী দুয়ো ইস্তাহাৰত লেখা কথাখিনি পঢ়িলে, – "নেপালৰ পৰা বিদেশী বস্তু অনা নিষেধ । নেপালতে তৈয়াৰ হোৱা

ষ্টেইনলেচ ষ্টীলৰ বাচন বৰ্তন আদি অবৈধভাবে সীমা পাৰ কৰি অনা যদি হয় তাক কাষ্টম অনুসাৰে বাজেয়াপ্ত কৰা হব ।"

------ খৃষ্টিনাৰ লগত ঈশ্বৰীয়ে, বাম্মোল ইমিগ্ৰেশ্বন অফিচৰ ওচৰত কিছু সময় ঘূৰি ফুৰিলে যদিও ঈশ্বৰীৰ মন বাৰে বাৰে ধৰ্ম বাহাদুৰ ৰাণাৰ ওচৰলৈ ঢাপলি মেলিলে । চীন আৰু বেলজিয়ামৰ পণ্ডিত কেইটাৰ পাৰ পত্ৰত কিছু জট লাগিছিল । সি সিহঁতক সহায় কৰি আছিল । আৰু এয়া তাইৰ কাষত থকা এইজনী খৃষ্টিনা ?------ তাইৰ নীলা, চঞ্চল চকুযোৰ বাৰে বাৰে বিদেশীসকলৰ 'কাফিলা'ৰ ওচৰলৈ যেন লৰি গৈছিল ।

* * *

বাম্মোলৰ পৰা নেপালৰ এই প্ৰবেশ দুৱাৰ অতি চমৎকাৰ । এই প্ৰকাণ্ড প্ৰবেশ দুৱাৰৰ ৰং হাতীৰ দাঁতৰ দৰে । মুগা বৰণীয়া ৰঙেৰে অঁকা লতা আৰু ফুলে এই দুৱাৰক সুশোভিত কৰি ৰাখিছিল । হাতী, পদ্ম আৰু লক্ষীদেৱীৰ ছবিও অঁকা আছিল । শ্ৰীশ্ৰীশংকৰাচাৰ্যই এদিন এই প্ৰবেশ দুৱাৰ মুকলি কৰিছিল ।

ইয়াৰ 'ইমিগ্ৰেশ্বন'ত পলম নহ'ল । বিদেশীসকলৰ পাৰপত্ৰ কেইখন মুন্সীয়ে গোটাই ল'লে । মুন্সীৰ পিছে পিছে বিদেশীসকল আগবাঢ়ি গ'ল ।

------- তেওঁলোকে উভতি আহোতে নাৰ্জি ফুলৰ মালা পিন্ধি আহিল ।

বীৰগঞ্জ পোৱাৰ সময়ত ৰাতি দুপৰ হৈছিল ।

চব ব্যৱস্থা ঠিক হৈ আছিল । ৰাণী সতীৰ মন্দিৰত থকাৰ ব্যৱস্থা হৈছিল । 'সেবা ট্ৰাষ্টৰ' দ্বাৰা চলে মন্দিৰৰ ওপৰৰ চৰাইঘৰ । এগৰাকী সতীৰ বধ্য ভূমিৰ ওপৰত এই মন্দিৰ ।

বধ্যভূমি ! ছিঃ ছিঃ ? কি কাৰণে মুখৰ পৰা এনে কথা প্ৰকাশ হ'ল ।

এয়া এক মহাসতীৰ পৰম পবিত্ৰ ভূমি । ------- মন্দিৰৰ ভিতৰত স্বামীৰ মূৰ কোলাত লৈ থকা ৰাণী সতীৰ মাৰ্বলৰ মূৰ্তি এটাক বেলপাত আৰু সেন্দূৰেৰে জাতিষ্কাৰ কৰি থোৱা হৈছে ।

------- চৰাইঘৰৰ মাটিত পাৰি থোৱা বিছনাবোৰৰ পিনে সকলোৱে ঢাপলি মেলাৰ সময়তো ঈশ্বৰীয়ে ৰাণী সতীৰ মন্দিৰৰ ওচৰত জুপুকা মাৰি থিয় হৈ ৰ'ল । -------- হৃদয়ত বাৰে বাৰে সেই শংকা হ'ল –

বধ্যভূমি নে পবিত্ৰ ভূমি ? ৰাণী সতীৰ মাৰ্বলৰ প্ৰতিমাৰ চকুলৈ মূৰ

তুলি চাওঁতে তাইৰ শংকা হ'ল। মন্দিৰৰ সমুখৰ মাৰ্বলৰ বিশাল প্ৰাংগনত ঈশ্বৰী থিয় হৈ থাকিল।

------- যাত্ৰীসকলৰ হাই উৰুমি লাহে লাহে কমি আহিল। সকলোৱেই চৰাই ঘৰৰ বিছনাবোৰ ইতিমধ্যে দখল কৰি ল'লে।

------- কিমান সময় ঈশ্বৰীয়ে তেনেদৰে মাৰ্বলৰ প্ৰাংগণৰ একোণত থিয় হৈ আছিল তাই নিজেই ক'ব নোৱাৰে। হঠাৎ এটা কণ্ঠত তাইৰ চমক ভাঙিল – "ঈশ্বৰী। ঈশ্বৰী।! কিয় এনেদৰে থিয় হৈ আছা?"

তাই চকিত হৈ উভতি চালে। এয়া তাইৰ দুহাত দূৰৈত সেয়া ধৰ্ম বাহাদুৰ ৰাণা।

ঈশ্বৰীয়ে ধৰ্ম বাহাদুৰক কোনো উত্তৰ দিব নোৱাৰিলে।

ধৰ্ম বাহাদুৰ অৱশ্যে একে ঠাইতে ৰৈ নাথাকিল। ------ সৌৱা ধনুৰ্ধাৰী শ্ৰীৰামচন্দ্ৰৰ মন্দিৰৰ পৰা অহা সাধক গৰাকীৰ ওচৰলৈ সি আগুৱাই গৈছে। এই সাধক গৰাকীক তাই চিত্ৰকূট আৰু অযোধ্যাতো লগ পাইছে। মধ্য ৰাতিৰ পৰা তেওঁ তিতা গাৰে থাকি সহস্ৰ বাৰ কিবা এক ৰাম মন্ত্ৰ জপ কৰিব। এয়া তেওঁ কাষলতিৰ তলত অনা মৃগ চৰ্ম পাৰি লৈছে। তেওঁ জটাধাৰী। গেৰুৱা কাপোৰো পিন্ধি আহিছে। ------ অস্থি চৰ্মসাৰ দেহ। গেৰুৱা উত্তৰীয়খন তেওঁ একাষে খুলি থলে। এই প্ৰচণ্ড শীততো তেওঁ উদং গাৰে মৃগ চৰ্মৰ ওপৰত বহি মন্ত্ৰ জপ কৰিব ধৰিলে।

## তিনি

মোজেলিয়া কেম্পৰ প্ৰকাণ্ড সভাগৃহৰ এচুকত মণ্ডলীৰ আন কিছুমান সদস্যৰ লগত ঈশ্বৰীও বহি আছিল। সভা আৰম্ভ হৈছিল। শাস্ত্ৰী মহাৰাজে ইতিমধ্যে সভাত তেওঁৰ লগত অহা সভ্যসকলৰ পৰিচয় কৰি দিলে। প্ৰথমে বিদেশী পণ্ডিতসকলক তেওঁ বৰ গৌৰৱেৰে পৰিচয় কৰাই দিলে। তাৰ পাছত তেওঁ মণ্ডলীৰ সভ্যসকলক পৰিচয় কৰি দিলে। অযোধ্যা আৰু চিত্ৰকূটত তেওঁ ঈশ্বৰীক পৰিচয় কৰি দিছিল। এইবাৰ এই জনকপুৰত কিন্তু তেওঁ তাইক পৰিচয় কৰাই দিবলৈ পাহৰিলে। ইতিমধ্যে অনেক পণ্ডিত কাঠমাণ্ডুৰ পৰাও আহি পাইছিল। এই প্ৰথম দিনা ৰামায়ণৰ প্ৰক্ষেপবোৰ লৈ তাই যিটো প্ৰবন্ধ লেখি আনিছে সেই প্ৰবন্ধ পাঠ কৰিব পাৰিব নে নোৱাৰে এই বিষয়ে তাইৰ বৰ সন্দেহ হ'ল। -------- উচ্চমান বিশিষ্ট

পণ্ডিতৰ ওচৰত তাইৰ নিজৰ জ্ঞান তেনেই নিকৃষ্ট যেনো ধাৰণা হ'ল। ··· ··· নিজকে তাই সান্ত্বনা দিলে এই বুলিয়েই যে এনে এদল পণ্ডিতৰ চিন্তা চৰ্চাৰ কাহিনী তাই শুনিবলৈ পাইছে এয়ে পৰম সৌভাগ্যৰ কথা! এয়ে পৰম সৌভাগ্যৰ কথা!

*　　　*　　　*

দ্বিতীয় দিনাও ৰামায়ণক লৈ পণ্ডিতসকলৰ এক অনন্য চিন্তা আৰু চৰ্চাৰ যাত্ৰা আৰম্ভ হ'ল।

"হিন্দু সাম্ৰাজ্য গঠনত ৰামায়ণ"ৰ স্থান সম্পৰ্কে এলানি প্ৰবন্ধ লৈ মঞ্চলৈ উঠি আহিল এদল প্ৰৌঢ় বিদ্বান আচাৰ্য্য ক্ষেমৰাজ কেশব শৰ্মাৰ দৰে লব্ধপ্ৰতিষ্ঠিত পণ্ডিতসকল।

তৰ্ক হ'ল ঋগবেদৰ দশম মণ্ডলৰ ৰাজ সুক্তৰ ৰজাক লৈ ------

------- "সকলো মানুহৰ প্ৰতিপালক সেই ৰজাই পৃথিৱী আকাশ আৰু পৰ্বতৰ দৰে স্থিত প্ৰহৃত হৈ থাকে?

শুক্ল যজুবেদৰ ৰজাৰ দায়িত্ব?

শতপথ ব্ৰাহ্মণৰ প্ৰজাৰ ছবি!

অথৰ্ববেদৰ সভা, সমিতিসমূহৰ শক্তি। কৃষ্ণ যজুৰ্বৈদিক ঐতিৰীয় সংহিতাৰ মন্ত্ৰই সভাগৃহৰ চৌদিশ গুঞ্জায়িত কৰি তুলিলে। সভাগৃহৰ এচুকত বহি ঈশ্বৰীয়ে শুনিলে চিত্ৰকূটত শ্ৰীৰামচন্দ্ৰৰ সেই প্ৰখ্যাত উক্তি -------

"ৰজাৰ পথেই হৈছে সত্য আৰু ধৰ্মৰ পথ। কোনো ধৰ্মই সত্যতকৈ মহান হব নোৱাৰে! ৰজাই তেওঁৰ প্ৰজাৰ বাবেই সত্যৰ পথত ভৰি দিয়ে!"

চিত্ৰকূটত ভৰতৰ প্ৰতি ৰামে কৰা সেই প্ৰশ্ন?

"তুমি ৰাজ্য আৰু প্ৰজাৰ মংগলৰ বাবে চৈধ্যটা দোষ ত্যাগ কৰিব পাৰিছা নে? -------- চৈধ্যটা দোষ?

শ্ৰীৰামচন্দ্ৰৰ মুখৰ সেই প্ৰখ্যাত উক্তি "জননী জন্মভূমিস্য স্বৰ্গাদপি গৰিয়সী!"

লিচ্ছবি যুগৰ ৰাম ভক্তি?

সূৰ্যবংশী মল্ল ৰজাসকলৰ ৰাম ভক্তি? বাগমতীৰ পাৰৰ ঐতিহাসিক ৰামৰ মন্দিৰৰ কাহিনী।

------ ধৰ্মৰ ভেটিত এক হিন্দু ৰাষ্ট্ৰ তৈয়াৰ কৰাৰ ক্ষেত্ৰত ৰামায়ণৰ ভূমিকা ------

------ আচাৰ্য ক্ষেমৰাজ কেশৱ শৰ্মাৰ হিন্দু ৰাষ্ট্ৰ প্ৰতিষ্ঠাৰ প্ৰবন্ধটি তাই সভাগৃহৰ এচুকত বহি শুনিবলৈ পালে ।

------ হঠাৎ ঈশ্বৰীৰ মূৰটো আচন্দ্ৰাই কৰি উঠিল । তাই যেন আপোনা-আপুনি ক'লে – হিন্দু ৰাজ্য, খৃষ্টান ৰাজ্য, মুছলমান ৰাজ্য ------- কি অৰ্থ এইবোৰৰ ? আহ ! মুছলমান ৰাষ্ট্ৰহোৱা দেশবোৰ সুখত আছে নে ? মৰুৰ মাজত তেজৰ ফোৱাৰা বোৱা নাই নে ? খৃষ্টীয়ান ৰাষ্ট্ৰ হোৱা দেশবোৰে ইউৰোপত খোৱা-কামোৰা কৰা নাই নে ? কি অৰ্থ ? মনলৈ এনে এক ভাব অহাৰ বাবে নিজৰ প্ৰতি তাইৰ ধিক্কাৰো আহিল ।

------- দিনৰ দ্বিতীয় ভাগত "যুৱক শক্তি আৰু ৰামায়ণ"ক লৈ আলোচনা হ'ল । ঠিক এইখিনিতে ত্ৰিনিদাদৰ যুৱক এটিয়ে আটাহ পাৰি উঠা ঈশ্বৰীয়ে শুনা পালে –, "এনেকুৱা সভাসমূহ খোলাকটিৰ তাল হৈ পৰিছে । এনেকুৱা সভাই যুৱশক্তিক নতুন দিশ প্ৰদৰ্শন কৰিবলৈ অসমৰ্থ হৈ পৰিছে ।"

------- তীক্ষ্ণ কাঁড়ৰ দৰে আৰু শব্দ ভাহি আহিল , "শ্ৰীৰামচন্দ্ৰই বালিক পাছফালে কাঁড় মাৰি হত্যা কৰিলে ----- পণ্ডিতসকলে যি যুক্তি দি এই ক্ষেত্ৰত শ্ৰীৰামচন্দ্ৰক সকৰাব খুজিছে সেই যুক্তি তৰ্ক আমাৰ মনঃপূত হোৱা নাই ।"

------- "ৰামচন্দ্ৰই কৰা শম্বুক বধৰ যুক্তিও আমি মানি লব নোৱাৰো । ------- শম্বুক শূদ্ৰ আছিল আৰু বেদ পঢ়া বাবে শ্ৰীৰামচন্দ্ৰই তেওঁক হত্যা কৰিছিল এই কথা বাল্মীকি ৰামায়ণৰ দাক্ষিণাত্য সংস্কৰণত স্পষ্ট লেখা আছে ------- । ------ এই ঘটনাৰ উচিত তৰ্ক আমাক লাগে ।

------- তিনি চাৰিজন পণ্ডিতে একেলগে উঠি এইবাৰ আৰ্তনাদ কৰি উঠিল , "ছাত্ৰটিয়ে ৰামায়ণৰ প্ৰক্ষেপ সমূহ পঢ়াই নাই । শম্বুক বধ সীতাৰ 'পাতাল প্ৰবেশ' আদিৰ কথা বাল্মীকিয়ে লেখাই নাছিল ।"

"হয় হয় বিভিন্ন সম্প্ৰদায় সমূহে মূল বাল্মীকিৰ ৰামায়ণক এনেদৰে টনা আঁজোৰা কৰিছিল যেন বনত পৰি থকা পহুৰ মাংসকহে টনা আঁজোৰা কৰিছে ।"

ঠিক কৈছে, ঠিক কৈছে গৌড়ীয় সংস্কৰণ আৰু পশ্চিম উত্তৰীয় সংস্কৰণততো শম্বুক বধৰ কাহিনীয়েই নাই ।

উঃ উঃ পঢ়ক ফিৰিঙ্গি বাটলাৰ চাহাব ------- পঢ়ক ফিৰিঙ্গি কামিল বুল্কে চাহাব ---- -

আৰে আৰে কি কৰে ছাত্ৰটিয়ে ! ------- মাইকটো ভাঙিব নেকি সিহঁতে এতিয়া ------ ।

"শ্ৰীৰামচন্দ্ৰৰ দৰে ৰজাই পৃথিৱীত ভৰি দিছিল "।

বিষ্ণুৰ অৱতাৰ শ্ৰীৰামচন্দ্ৰ ! পৰম ব্ৰহ্মৰ অৱতাৰ শ্ৰীৰামচন্দ্ৰ ------ ।

"আহ্ আহ্ এবাৰ মঞ্চত উঠিলে আৰু নামিবই নোখোজে ------- সময়ৰ জ্ঞান আছে নে কিবা ।"

"আহ্ আৰু এজাক পণ্ডিতে পেপাৰ পঢ়িব বাকী আছেই ।" "আহ্ হতাহতিয়ে লাগে নেকি এতিয়া ------- শম্বুক বধক লৈ ------ ।

* * *

ঈশ্বৰীয়ে বিচলিত হৈ বাহিৰলৈ ওলাই আহিল । ------- তাইৰ হাতত বৰ যত্নেৰে অনেক সময় ব্যয় কৰি লেখা প্ৰবন্ধটি ইতিমধ্যে সোতমোচ খাই পৰাৰ দৰে হৈছিল । --------- তাই নিজেই সান্ত্বনা লাভ কৰিব খুজিলে এই কথা ভাবিয়েই যে প্ৰবন্ধটো লেখি তাই হৃদয়ত এক প্ৰকাৰ শান্তি লাভ কৰিছিল । ------এয়ে বহুত । এয়ে বহুত । নুশুনালেই যেনিবা আনক ! কত বিচিত্ৰ কথা শুনিলে তাই ? এয়ে বহুত, এয়ে বহুত । ৰামায়ণৰ মালয় সংস্কৰণটিৰ ৰামৰ মাতৃয়ে শ্ৰীৰামচন্দ্ৰৰ বাবে বোৱা পাগুৰিটি হেনো মালেচিয়াৰ মুছলমান নৰেশ য়াং, ডি পেৰটুৱান আগঙ্গৰ শিৰস্ত্ৰাণ হৈ পৰিছে –

------- থাইলেণ্ডৰ চক্ৰী ৰাজবংশৰ শ্ৰীৰামচন্দ্ৰৰ প্ৰতি নিষ্ঠাৰ কথাও তাই শুনিলে ।

সীতা ত্যাগৰ বিচিত্ৰ কথাও তাই শুনিলে । ক'ত ঠাই ঘূৰিলে সীতাই অঁকা ৰাৱণৰ চিত্ৰই ------- কাশ্মীৰ, সিংহল, ইণ্ডোনেচিয়া, জাভা ------ আহ্ কত ৰূপ ল'লে সীতাই অঁকা ৰাৱণৰ চিত্ৰই ! ------- কিন্তু সঁচাকৈয়ে সীতাই ৰাৱণৰ চিত্ৰ আঁকিছিল নে ?

------ বাহিৰলৈ ওলাই আহি ঈশ্বৰীয়ে ধৰ্ম বাহাদুৰ ৰাণাক বিচাৰি চলাথ কৰিলে । কিন্তু মানুহটো ক'লৈ যে উধাও হ'ল ।

* * *

যি কেইগৰাকী সন্ন্যাসী মণ্ডলীৰ লগত আহিছিল সেই কেইগৰাকীয়ে মণ্ডলী কেম্পৰ সমুখত তম্বু টানি নিজৰ দৈনন্দিন কৰ্ম কৰিছিল ।------ সভাগৃহলৈ যোৱাৰ সময়ত ঈশ্বৰীয়ে যি গৰাকী সাধুক সূৰ্যৰ পিনে মুখ কৰি স্থিৰ হৈ এক বিস্ময়কৰ আসন কৰি বহি থকা দেখিছিল, এতিয়া উভতি

সেই সাধু গৰাকীক তাই একে ধৰণেই বহি থকা দেখিলে।

হৰি হৰি, দেহৰ ওপৰত এয়া কেনে অদ্ভুত পৰীক্ষা ? ধনুৰ্ধাৰী শ্ৰীৰামচন্দ্ৰৰ মন্দিৰৰ স্বামীজীয়ে বীৰগঞ্জৰ পৰা আহোঁতেও কংকালৰ কাপোৰৰ মোনাত হাত সুমুৱাই মালা জপ কৰি অহা ঈশ্বৰীয়ে দেখিছিল। সুদীৰ্ঘ পথছোৱা তেওঁ একটোপা পানীও মুখত লোৱা নাছিল। এতিয়া ঈশ্বৰীয়ে দেখিলে উটৰ ছালৰ দৰে বং লোৱা তম্বু কেইটাৰ ওচৰলৈ উঠি আহি তেওঁ কাগজ একজাপ পটি আছে। ভূৰ্জপত্ৰৰ দৰে বৰণ লোৱা কাগজ। বহুদিন ধৰি বোধহয় ধনুৰ্ধাৰী ৰামচন্দ্ৰৰ মন্দিৰৰ স্বামীয়ে প্ৰবন্ধ এটা লিখিছিল। কিন্তু তেওঁ মঞ্চৰ ওপৰত উঠিব নোৱাৰিলে। লেখি অন্য কথাখিনি পঢ়িব নোৱাৰিলে --------- । আহ্ তাৰ বাবে কিবা আক্ষেপ হ'ল নে ? কেইখিলামান কাগজ তেওঁ ৰ'দত দি থৈছে। ------- পানী পৰিছিল নেকি ?

------- নিজৰ প্ৰবন্ধটো পঢ়িব নোপোৱা বাবে ঈশ্বৰীৰ সিমান দুখ নহ'ল, কিন্তু দুখ হ'ল স্বামীজীয়ে পঢ়িব নোপোৱা বাবেহে।

* * *

চৰাইঘৰলৈ উভতি আহি ঈশ্বৰীয়ে দেখিলে মণ্ডলীৰ বহুতো মানুহ ইতিমধ্যে উভতি আহিছে। ঈশ্বৰীৰ বিস্ময়ৰ সীমা নাথাকিল। সৌৱা ধৰ্ম বাহাদুৰ ৰাণা। মণ্ডলীৰ মহিলা কেইগৰাকীমানৰ লগত জানকী দেৱীৰ মন্দিৰ অভিমুখে যাত্ৰা কৰিবলৈ সাজু হৈছে।

মণ্ডলীৰ গেৰুৱা বস্ত্ৰধাৰী মহিলা দুগৰাকীয়ে কাগজপত্ৰ লৈ উভতি অহা ঈশ্বৰীক দেখি ক'লে – "তুমি নিশ্চয় পাঠ পঢ়িবলৈ সুযোগ নাপালা। দুখ নকৰিবা আমাৰ মণ্ডলীৰ তিনি গৰাকী মহিলাই চাৰি বছৰ অধ্যয়ন কৰি লিখা প্ৰবন্ধ পাঠ কৰিব নোৱাৰিলে।"

ঈশ্বৰীয়ে তেওঁলোকৰ প্ৰশ্নৰ উত্তৰ নিদিলে। আকৌ ক'লে তেওঁলোকে,– "ধৰ্ম বাহাদুৰ ৰাণাই আমাক জানকী দেৱীৰ মন্দিৰ শ্ৰীৰামচন্দ্ৰৰ মন্দিৰ আৰু বিবাহ মণ্ডপ ইত্যাদিলৈ নিব। তুমিও আহা।"

------- ধৰ্ম বাহাদুৰ ৰাণাক সভাগৃহৰ বাহিৰত দেখি ঈশ্বৰীয়ে বৰ আঁচৰিত হৈছিল। কি কাৰণে সি এনেদৰে ওলাই আহিল ? তাই ভালদৰে ধৰিব নোৱাৰিলে। সংস্কৃত সাহিত্যত ধুৰন্ধৰ পণ্ডিত ধৰ্ম বাহাদুৰ ৰাণাই কিয় সভাগৃহ এৰি আহিল ?

* * *

জানকী দেৱীৰ মন্দিৰৰ প্ৰাংগণত নেপালৰ বিভিন্ন স্থানৰ পৰা অহা লোকৰ প্ৰচণ্ড ভিৰ। এই কৃষ্ণ পক্ষতে শ্ৰীৰামচন্দ্ৰ আৰু সীতাদেৱীৰ বিবাহৰ দিন। সুদূৰ ধানকুটাৰ পৰা আৰম্ভ কৰি জাজাৰখ'ট, চামঘাস, ভৰতপুৰ, চৌতাৰা, গোৰ্খা, বিদূৰ ইত্যাদিৰ পৰাও মানুহ আহিছে।

------- ধৰ্ম বাহাদুৰ ৰাণাৰ সৈতে এই ভব্য মন্দিৰৰ এনে এক বিশাল প্ৰাংগণত থিয় হৈ ঈশ্বৰীয়ে এক অনন্য আনন্দ অনুভৱ কৰিলে। সকলো দুৰ্ভাৱনা, জীৱনক খুলি খুলি খোৱা সকলো যাতনা যেন এই মুহূৰ্তত শেষ হৈ গ'ল ------ এয়া টিকম গড়ৰ মহাৰাণীয়ে নিজৰ ভঁৰালৰ সম্পূৰ্ণ ধন ব্যয় কৰি সজা সীতাৰ মন্দিৰৰ প্ৰাংগণত থিয় হৈ ঈশ্বৰী মনত এনে ভাব হোৱা বাবে নিজৰ প্ৰতি আকৌ ধিক্কাৰ উপজিল ঈশ্বৰীৰ।

------ নিজৰ স্বামী মৰা বেছি দিন হোৱা নাই তাকৌ পৰ পুৰুষলৈ তাইৰ মনত এনে এক ভাব হৈছে। মহাসতী সীতাৰ মন্দিৰৰ প্ৰাংগণত তাইৰ এনে ভাব হৈছে। তাই অসতী তিৰোতা নেকি? অসতী তিৰোতাবোৰ ঠিক তাইৰ দৰেই হয় নেকি?

ধং ধং ধং।

ধং ধং ধং।

হাতত খঞ্জৰী আৰু ঢোল লৈ এজাক ভক্তই টিকম গডৰ ৰাণীয়ে সজা মন্দিৰৰ এই বিশাল প্ৰাংগণলৈ আগবাঢি অহা দেখা গ'ল। ধৰ্ম বাহাদুৰে আটাহ পাৰি উঠিল –, "তোমালোকে পিছ দুৱাৰেদি বিবাহ মণ্ডপলৈ যোৱা। মই এইখিনিতে থিয় হৈ থাকিম। তোমালোকে জোতাবোৰ মোৰ ওচৰতে থৈ যোৱা।"

--------- বিবাহ মণ্ডপৰ ওচৰতো মানুহৰ ভিৰ দেখা গ'ল। কাৰণ ৰাম সীতাৰ বিবাহ উৎসৱলৈ আৰু মাত্ৰ দুটা দিন বাকী।

------- কিছুমান উদণ্ড ডেকা ল'ৰাই দুৱাৰৰ ওচৰত টানি থোৱা চামিয়ানাৰ তলত বহি আছিল। টিকেট ঘৰতো ডেকা ল'ৰা এজাক বহি আছিল। ------ ঈশ্বৰী আৰু মণ্ডলীৰ মহিলা দুগৰাকীক দেখি সিহঁতে আটাহ পাৰি উঠিল – "ভাৰতৰ পৰা আহিছে? আজি ভাৰতৰ লগত সম্বন্ধ ভাল হোৱাহেঁতেন ভক্তৰে ভিৰ লাগি থাকিলহেঁতেন।" মণ্ডলীৰ মহিলা এগৰাকীয়ে সুধিলে ,– "তোমালোকৰ ডেকা ল'ৰাবোৰে এই জানকী মন্দিৰৰ বিবাহ উৎসৱত ভাগ লব অহিছে, নহয় নে?"

সকলোৱে সমস্বৰে ক'লে, " আমি বেকাৰ ছাত্ৰ। আমি চৰকাৰক

পঁয়ত্ৰিশ হাজাৰ টকা দি বিবাহ মণ্ডপৰ এই টিকেট বেচা কাম লৈছোঁ। পোন্ধৰ দিনৰ ভিতৰত বাকী তিনি লাখ পয়ষষ্ঠি হাজাৰ টকা দিব নোৱাৰিলে আমি জেলত যাব লাগিব। টিকেট বেচা আৰু ফটো তোলা এয়ে আমাৰ কাম।"

আকৌ ক'লে সিহঁতে – "ভাৰত চৰকাৰে পোন্ধৰখন দুৱাৰৰ ভিতৰত দুখন খুলি দিছে। ভক্তৰ ভিৰ কমি কমি শতকৰা দহ ভাগ বাকী ৰৈছে। ------ নহ'লে আমি এই শ্ৰীৰাম জানকীৰ বিবাহ উৎসৱত কিমান লাভ কৰিব পাৰোঁ জানে নে ?

মণ্ডলীৰ ভক্তিমতী মহিলা এগৰাকীয়ে ক'লে, – "তোমালোকৰ দৰে তজবজীয়া ল'ৰাবোৰ নিবনুৱা কিয় ?"

"আঁ চাবুকৰ কোব খোৱা মানুহ। আমি স্বাধীনতা বিচাৰিছিলোঁ - ----- জেলতো আছিলোঁ, এতিয়া আমাৰ তেজ চিঁয়াহীৰ দৰে ক'লা হৈ গৈছে।"

------- গোটেই কেইটা তজবজীয়া ডেকাৰ শৰীৰৰ পৰা ভেচভেচীয়া গোন্ধ বাহিৰ হৈ আহিছিল। এটাই ঈশ্বৰীৰ একেবাৰে কাণৰ ওচৰলৈ গৈ ক'লে, – কিবা বস্তু পাৰ কৰি দিব লাগিব নেকি ? কোনো ভয় নাই চব পুলিচ চৌকিতে আমাৰ চিনাকি মানুহ আছে ------ কওক ? ------ এতিয়াও যদি কিবা বিশেষ বস্তুৰ প্ৰয়োজন ৰংগভূমি --------- জানকীদেৱীৰ লীলাভূমি, ধনুভংগ হোৱা স্থল ------- বুজিছে নহয় ------ হৰধনুভংগ হোৱা সেই ক্ৰীড়া স্থলৰ কাষতে আমাৰ আড্ডা -------- কওক ? আমি কাকো পৰোৱাই নকৰোঁ। আমাৰ তেজ চিঁয়াহীৰ দৰে ক'লা হৈ গৈছে।

ধং ধং ধং।

ধং ধং ধং।

------ আৰু যাত্ৰী আহিছে।

আৰু যাত্ৰী আহিছে -----

ঈশ্বৰীয়ে মণ্ডলীৰ মহিলা দুগৰাকীৰ লগত কোবাকোবিকৈ বিবাহ মণ্ডপৰ পিনে আগুৱাই গ'ল। মণ্ডলীৰ ভক্তিমতী তিৰোতা এগৰাকীয়ে এইদৰে দ্ৰুত বেগেৰে গৈ থাকোতেই কৈ গ'ল ,– "বাল্মীকিয়ে বৰ্ণনা কৰি গৈছিল এই জনকপুৰ এসময়ত হেনো ফুলে ফলে নদন-বদন হৈ আছিল। পোন্ধৰখন নদীৰ পলস পৰি নদন-বদন হোৱা এই ভূমি। কত নাম এই মিথিলাৰ। বৈদহী, তৈৰমুক্তি, যজ্ঞক্ষেত্ৰ, ক্ৰিয়াপীঠ, বৈজয়ন্ত আৰু কত ? --

----- সীতাৰ লগত যৌতুকত অজস্ৰ গৰু, সোণৰ ফুলবচা দলিচা, হাতী আৰু ঘোঁৰাৰ কাফিলাও গৈছিল । বিভিন্ন ৰঙৰ মণি-মাণিক খচিত অলংকাৰ পিন্ধি গৈছিল সেনাৰ পল্টন । মণ্ডলীৰ আন এগৰাকী চাপৰ মহিলাই হুমুনিয়াহ কাঢ়ি ক'লে ,- "এতিয়া এই জনকপুৰৰ মানুহবোৰ দেখিছা নে ? চীনৰ পৰা অহা কোট পিন্ধিছে ------- মূৰত পিন্ধিছে কছু দেশৰ টুপি --- ------ কিন্তু ভৰিবোৰ উদং । অনাহাৰী মানুহৰ দৰে দুৰ্বল চেহেৰা ।"

আন এগৰাকীয়ে চিঞৰি উঠিল, – "হয় হয় সিহঁত অনাহাৰী ! পেট্ৰ'ল নাই, কেৰাচিন নাই, কাৰবাৰ বন্ধ ।" ভাৰতৰ লগত সম্বন্ধ বেয়া ।

শুনিছিলো চীনৰ পৰা কিবা অস্ত্ৰ-শস্ত্ৰ গোটাইছিল ।

"সেইবোৰ খাইতো আৰু কোনো জীয়াই থাকিব নোৱাৰে । ------- শুনা নাই চীনাহঁতে হেনো নিঃসংকোচে একেবাৰে ৰাস্তোলৰ ওচৰলৈকে আহি ঘূৰা পকা কৰে । ------ সেইদিনা এক অমাত্যৰ ভায়েকে কোৱা শুনা, নাই চোৰাং কাৰবাৰ বন্ধ হ'লে এই দেশখন তাচপাতৰ ঘৰৰ দৰে বাগৰি পৰিব ।"

ঈশ্বৰীৰ এইবোৰ কথা শুনি থকাৰ আগ্ৰহ নাছিল । তাই কোবাকুৰিকৈ গৈ আকৌ জোতাবোৰ ৰখি থকা ধৰ্ম বাহাদুৰৰ ওচৰত উপস্থিত হোৱাৰ ইচ্ছা হৈছিল । এক অভিনৱ ভাব হৈছিল মনত ।' ---- তাই যেন দুৰ্লভ্য নিধি বিচাৰি পাইছে । হৃদয়ৰ মাজত মজবুত প্ৰাচীৰৰ দৰে থকা সেই গ্লানিৰ ভাবনা লাহে লাহে শেষ হৈ আহিছে ------- । ভাবনাৰ সকলো স্ৰোত যেন এঠাইত আহি উপস্থিত হৈছে ।

* * *

শ্ৰীৰামচন্দ্ৰ মন্দিৰৰ শিলৰ প্ৰাংগণত ভৰি দিয়াৰ সময়তো ধৰ্ম বাহাদুৰ ৰাণা ঈশ্বৰীৰ তেনেই ওচৰত আছিল । এই আঘোণ মাহৰে শুক্ল পক্ষৰ পঞ্চমী তিথিত জানকী মন্দিৰৰ বিবাহ উৎসৱৰ বাবে হবলগীয়া উৎসৱলৈ অহা ভক্তসকলৰ ভিৰ এই শ্ৰীৰাম মন্দিৰতো হৈছিল । ইয়াৰ ৰাম পঞ্চায়তন, লক্ষ্মী নাৰায়ণ আৰু দশাৱতাৰৰ মূৰ্তিৰ সমুখত প্ৰচণ্ড ভিৰ হৈছিল । --------- প্ৰাচীন কালৰ পৰাই হেনো এই মন্দিৰৰ পূজাৰীসকল সন্ন্যাসীহে আছিল । মণ্ডলীৰ মহিলা দুগৰাকীৰ লগত ঈশ্বৰী আৰু ধৰ্ম বাহাদুৰ সন্ন্যাসী পুৰোহিতৰ ওচৰলৈ আগবাঢ়ি যোৱাৰ সময়ত বেণ্ডপাৰ্টিৰ এক অতীব সুন্দৰ সুৰ শুনা পালে । এয়া মন্দিৰৰ 'বেণ্ডৰ' সুৰ । প্ৰচীন সুৰ ।

-------- হাতত নাৰ্জি ফুলৰ মালা লৈ ভিৰ ঠেলি ঠেলি যেতিয়া ঈশ্বৰী ধৰ্ম বাহাদুৰৰ লগে লগে আগবাঢ়ি গৈ আছিল , তাইৰ ভাব হৈছিল তাই এক বিবাহ মণ্ডপলৈ আগবাঢ়ি গৈছে। -------- এগ ধৰ্ম বাহাদুৰ তাইৰ স্বামী। আৰু তাই তেওঁৰ স্ত্ৰী।

ধৰ্ম বাহাদুৰ তাইৰ স্বামী ? -------- ইস্ ইস্ তাই বিধৱা মানুহজনীৰ শ্ৰীৰামচন্দ্ৰৰ পবিত্ৰ মূৰ্তিৰ ওচৰত এনে এক ভাব হৈছে ------- এতে এক অদ্ভুত ভাব হৈছে।

বেণ্ডপাৰ্টিৰ সেই সুৰ, হাতত ঈশ্বৰীৰ নাৰ্জি ফুলৰ মালা ' বুকু দুফাল কৰি যেন এক নিনাদ বাহিৰ হৈ আহিছে।

* * *

মণ্ডলীৰ মহিলা দুগৰাকীয়ে আটাহ পাৰি উঠিল, "আগুৱাই যোৱা ঈশ্বৰী। আগুৱাই যোৱা।"

------- সন্ন্যাসী পুৰোহিতৰ ওচৰত থিয় হোৱাৰ সময়তো তাই এক ৰহস্যময় পৃথিৱীত যেন ঘূৰাপকা কৰি থাকিল। শ্ৰীৰামচন্দ্ৰৰ ওচৰত দম হৈ আছে সৰু ডাঙৰ অজস্ৰ শালগ্ৰাম। এই সকলোবোৰৰ পৰা বাৰে বাৰে দৃষ্টি আঁতৰি আহিছে। মন যেন নদী হৈ ধৰ্ম বাহাদুৰক স্পৰ্শ কৰি আঁতৰি গৈছে কোনো এক সাগৰক উদ্দেশ্য কৰি। এই ওখ গেৰুৱা কাপোৰ পিন্ধা মহিলা দুগৰাকীৰ কণ্ঠত আকৌ চমক ভাঙিল ঈশ্বৰীৰ।

"মহাৰাজ চন্দ্ৰ শামশেৰে এই মন্দিৰৰ ছতখনক সোণেৰে বন্ধাই দিছিল। চোৱা চোৱা এতিয়া এই ছতৰ অৱস্থা। ------ ইস্ ইস্ জাবৰবোৰ ক'ত পেলাইছে চোৱা।"

মণ্ডলীৰ আন গৰাকী মহিলাই সন্ন্যাসী পুৰোহিতক সম্বোধন কৰি সুধিলে, "শুনিছোঁ মন্দিৰ গুঠী সংস্থানে" চলায়। আপোনালোকৰ দেহৰ হাড়বোৰ দেখোন লেখিব পৰা হৈছে। যেন দুৰ্ভিক্ষহে হৈছে ইয়াত।

আৰ্বাত কৰিব সাজু হোৱা সন্ন্যাসী পুৰোহিতে ক'লে – "চৰকাৰে মাত্ৰ দুকুৰি টকা দিয়ে।

আন এগৰাকী মহিলাই চিঞৰি উঠিল, – "বিবাহ মণ্ডপত ল'ৰাহঁতে আটাহ পাৰি উঠিছিল। সিহঁতৰ তেজ হেনো চিঁয়াহীৰ দৰে ক'লা হৈ গৈছে। - -- অনেক মন্দিৰৰ পূজাৰীয়ে চুৰি কৰিবলগীয়া হৈছে। ইস্ ইস্ "।

* * *

মন্দিৰৰ প্ৰাংগণ প্ৰদক্ষিণ কৰাৰ সময়তো বেণ্ডপাৰ্টিত সেই পৰমাৰ্থিক সুৰ বাজি আছিল --------- । ঈশ্বৰীয়ে তেতিয়াও ধৰ্ম বাহাদুৰৰ ছায়া হৈ মন্দিৰ প্ৰদক্ষিণ কৰি আছিল । ------- মন্দিৰৰ প্ৰাংগণ নগ্ন আৰু অৰ্দ্ধ নগ্ন সন্ন্যাসীৰে ভৰি পৰিছে । সকলোৰে সমুখত একুৰা জুই । এই জুই দেখি ঈশ্বৰীয়ে আটাহ পাৰি চুলি ছিঙা নাই । দিল্লীৰ ৰায়তৰ জুইত পুৰি মৰা স্বামীৰ শোক হৃদয়ৰ কোনো গোপন গহ্বৰত শুই আছে । এতিয়া এই মুহূৰ্তত এই জুই সীতাৰ কপালৰ সেন্দুৰৰ দৰে লাগিছে । তেজ খোৱা চামুণ্ডা দেৱীৰ জিভাৰ ৰঙৰ দৰে লগা নাই ।

শুক্ল পঞ্চমী তিথিৰ জানকীৰ বিবাহ উৎসৱলৈ আহিছে এই সন্ন্যাসীসকল ।

উত্তৰ কাশী<br>
তিৰ্ব্বত , বিন্ধ্যা পৰ্বত<br>
হিমালয়ৰ গুহা ?

------- বেণ্ডপাৰ্টিৰ সেই পৰমাৰ্থিক সুৰ আৰু ৰহস্যময় হৈ পৰিছে । সন্ন্যাসীসকলৰ ধুনিৰ ধোঁৱাই মন্দিৰৰ গম্বুজ ক'লা কৰি পেলাইছে । সিহঁতৰ চুলিৰ জটা আৰু মন্দিৰৰ খহি পৰা প্ৰাচীৰৰ ৰং এক হৈ গৈছে ।

যাত্ৰীৰ দলৰ অনেকে ইতিমধ্যে প্ৰাংগণৰ যতেই সুবিধা পাইছে তাতেই বাগৰি পৰিছে । ------ আহ্ সৌ চিৰিত শুই পৰা ক'ৰ মহিলা সিহঁত ? এৰা ক'ৰ মানুহ সিহঁত ? ৰাজ বিৰাজ, বীৰগঞ্জ, জলেশ্বৰী, গাইঘাট, চিৰহা আনকি সুদূৰ বিৰাট নগৰৰ পৰাও আহিছে চাগৈ ------ । সৌৱা কিছুমানে মন্দিৰৰ প্ৰাংগণতে চৌকা জ্বলাই ভাত ৰান্ধিছে, কিছুমানে কাঁচৰ চুৰি আৰু ৰঙা মাটিৰ বৰণ লোৱা সেন্দুৰৰ বজাৰ সামৰিবলৈ আয়োজন কৰিছে । সৌৱা সৌজাক তিৰোতাই কেঁচুৱা বুকুত লৈ শুই আছে – টোকোৰা চৰাইৰ বাহৰ দৰে ওলমি পৰিছে সিহঁতৰ উন্মুক্ত স্তনবোৰ ।

বেণ্ডপাৰ্টিৰ সেই পৰমাৰ্থিক সুৰৰ ধ্বনি প্ৰকট হৈ আহিল । ধৰ্মবীৰ বাহাদুৰৰ লগত এয়া তাই যেন এক স্বৰ্গ ৰাজ্যৰ পৰা ওলাই আহিল ।

------------ এনে এক অভিনৱ সুখৰ স্বাদ ঈশ্বৰীয়ে কেতিয়াও অনুভৱ কৰা নাছিল ।

## চাৰি

শুক্ল পঞ্চমীৰ দিনা সভাগৃহলৈ নগৈ মণ্ডলীৰ প্ৰায়বোৰ সভ্যই ধনুষা আৰু কমলা নদীৰ তীৰলৈ যাবলৈ সাজু হ'ল। আন এটা দলে নগৰ অতিক্ৰমাৰ অন্তৰ্গত পুৰন্দৰসৰ অগ্নিকুণ্ড, বিহাৰ কুণ্ড, মধ্যমসৰ আদিৰে গৈ মৌনী বাবাই কাটি থোৱা পথেৰে গৈ লক্ষ্মণসৰত স্নান কৰিব। চিত্ৰকূট আৰু অযোধ্যাৰ পৰা অহা ব্ৰহ্মচাৰী কেইগৰাকীয়ে ৰাতি নৌপুৱাওঁতেই পৰিক্ৰমা আৰম্ভ কৰিছে। এই পৰিক্ৰমাৰ পথ আঠৈ ক্ৰোশ।

অযোধ্যাৰ ব্ৰহ্মচাৰী গৰাকীয়ে মিথিলা সম্পূৰ্ণ কৰি 'বৃহতী পৰিক্ৰমা' কৰিবলৈ সাজু হৈছিল। তেওঁ এক 'লধ্বী মহল' পৰিক্ৰমাৰ কথাও মণ্ডলীৰ মানুহবোৰৰ আগত কৈ ফুৰিছিল।

ঈশ্বৰীৰ মনে অহৰহ ধৰ্ম বাহাদুৰৰ পথকে অনুসৰণ কৰি ঘূৰ্মুটিয়াই ফুৰিছিল।

সভাগৃহ, আনকি অনেক পৰিশ্ৰম কৰি লিখি অনা প্ৰবন্ধ কেইটা চকু ফুৰাই চোৱাৰ আৰু ইচ্ছা নহৈছিল।

* * *

ধনুষাৰৰ বৃহৎ বট গছজোপাৰ তলত থিয় হোৱাৰ সময়তো ধৰ্ম বাহাদুৰ ৰাণা ঈশ্বৰীৰ তেনেই ওচৰত আছিল। কিম্বদন্তী মতে এইখিনিতে শ্ৰীৰামচন্দ্ৰই ভঙা, ধনুৰ কিছুমান টুকুৰা পৰি আছে। ------- গছৰ শিপাৰ সৈতে এক হৈ থকা কিম্বদন্তীমূলক এই ধনুৰ টুকুৰাটি ঈশ্বৰীয়ে ধৰ্ম বাহাদুৰৰ ছায়া হৈয়ে খুটি খুটি পৰীক্ষা কৰি চালে। ইস্ কোনো ঠাইত এই টুকুৰাক সম্ভোগৰত দুডাল জালপহীয়া সাপৰ দৰে দেখা গৈছে। বিস্ময়কৰ ৰং এই ধনুৰ।

ভাগি পৰা শুকান ডাল কিছুমানত যেন গুড়ি পকৰাহে ভৰি আছে।

মামৰে ধৰা লোহাৰ টুকুৰা কিছুমানহে যেন সিঁচৰতি হৈ পৰি আছে ------ । ------ ঈশ্বৰীয়ে হাউলি গৈ টুকুৰা টুকুৰি হৈ পৰি থকা এই ৰহস্যময় ধনুৰ অংশবোৰ হাতেৰে চুই চালে ----- - একেবাৰে মামৰে ধৰা লোহাত হাত দিয়াৰ দৰে লাগিল। মানুহে কয় এই শিপাৰ লগত তাম মিহলি হৈ আছে। গছৰ শিপাৰে গঠিত ধনুৰ টুকুৰাৰ এই অনন্য অংশবোৰ স্পৰ্শ কৰাৰ সময়তো এক ধৰণৰ ভাব মনলৈ আহিল ঈশ্বৰীৰ। তাই শ্ৰীৰামচন্দ্ৰৰ এই পবিত্ৰ ধনুত হাত দিছে অথচ তাইৰ মন ------ ।

সকলোবোৰ ভাবেই এক নদীৰ দৰে গতি কৰি এটি লক্ষ্যত উপনীত

হৈছে। এনে অৱস্থা ধৰ্মবীৰবো হৈছে নে ?

এই পৱিত্ৰ ভূমিলৈ আহি সিও ঠিক এনে এক অৱস্থাত পৰিছেনে ?

-------- সৌৱা শ্ৰীৰামচন্দ্ৰই ভঙা হৰধনুৰ টুকুৰাবোৰ ধৰ্ম বাহাদুৰেও হাতেৰে স্পৰ্শ কৰিব আৰম্ভ কৰিছে ----------- ।

------ আহ ! ------- সৌৱা তাৰ ওচৰত বৈতৰণীৰ পাৰৰ মন্দিৰৰ ওখ, হটঙা ব্ৰহ্মচাৰী গৰাকী থিয় হৈ আছে। কোনো ঠাইত হাতীৰ শুঁৰৰ দৰে লগা ধনুৰ খণ্ড খণ্ড টুকুৰাবোৰ স্পৰ্শ কৰি তেওঁ মুখৰ ভিতৰত এটা মন্ত্ৰ উচ্চাৰণ কৰিছে।

*          *          *

মণ্ডলীৰ এই শোভাযাত্ৰা কমলা নদীৰ পাৰলৈয়ো আহিল। বাছৰ পৰা নামি সকলো যাত্ৰীয়ে কমলা নদীৰ বালিত ভৰি দিলে।

বেত্ৰাৱতীৰ পাৰৰ মন্দিৰৰ ব্ৰহ্মচাৰী গৰাকীয়েও সৌৱা লেঙেৰিয়াই লেঙেৰিয়াই সংঘৰ আন আন সভ্যৰ লগত আগুৱাই আহিছে। ব্ৰহ্মচাৰী চুটি চাপৰ মানুহ। গালৰ হনু স্পষ্ট। মূৰত জটা, হাতত তেওঁৰ এটা বিচিত্ৰ কেনভাছৰ বেগ। ব্ৰহ্মচাৰী বাকপটু মানুহ। সকলোৱে শুনাকৈ তেওঁ ক'লে,– "কিম্বদন্তী মতে মন্দাৰচল পৰ্বতৰ এক ব্ৰাহ্মণৰ কন্যা এই কমলা নদী। নিজৰ তপস্যাৰ দ্বাৰা শ্ৰীশ্ৰীগংগা নদীৰ বৰ প্ৰাপ্তি কৰিছিল। মকৰ সংক্ৰান্তিত এই নদীত স্নান কৰিলে সকলোৰে মনোকামনা পূৰণ হ'ব।

------ নাই নাই ব্ৰহ্মচাৰীৰ কথা শুনি থকাৰ মনৰ অৱস্থা ঈশ্বৰীৰ নাই।

কমলা নদীৰ পানী গভীৰ নহয়। পানীৰ তলৰ শিলা বমাবোৰ কম বয়সীয়া নাৰীৰ দেহৰ অংগৰ দৰে যেন সিচঁৰতি হৈ পৰি আছে।

দুই এগৰাকী যাত্ৰীয়ে নদীত নামি মতলীয়া হৈ পৰিল। ঈশ্বৰীয়েও এই নদীৰ দলঙৰ পিনে মুখ কৰি থকা ঘাটেৰে এখোজ দুখোজকৈ পানীলৈ নামি গ'ল।

------- একুৰা প্ৰকাণ্ড জুইৰ ভগ্নাৱশেষ পাৰত পৰি আছে। বৃহৎ আকাৰৰ গছৰ ঠানিৰে কোনোবাই জুই ধৰিছিল। ক'লা বনৰীয়া মেথোনৰ অংগ প্ৰত্যংগৰ দৰে পৰি আছে অগ্নিয়ে খাই এৰা বৃক্ষৰ অস্থিপুঞ্জ। -------- বনৰীয়া মেথোনৰ অংগ প্ৰত্যংগৰ দৰে লগা খৰিৰ আধা পোৰা টুকুৰা কিছুমান নদীৰ পানীৰ বুকুতো পৰি আছে। ------ বৈ যোৱা পানীৰ ধাৰাৰ লগে লগে মাজে মাজে আধা পোৰা টুকুৰাবোৰে বাগৰ সলাবলৈহে

যেন আৰম্ভ কৰিছিল ।

------- ঈশ্বৰীয়ে পানীৰ মাজলৈ গৈ এই আধা পোৰা খৰিৰ টুকুৰাবোৰ ভৰিৰে ঠেলি তাৰ তলত থকা পোনা মাছবোৰৰ লগত খেলা হে যেন কৰিব খুজিলে । তাই একোবাৰ ভৰিৰে লঠিয়াই টুকুৰাবোৰ দূৰলৈ ঠেলি পঠিয়ালে । নাই সেইবোৰ দূৰলৈ নাযায় । কমলা নদীৰ দুৰ্বল সোঁতে এইবোৰ দূৰলৈ উটুৱাই নিব নোৱাৰিলে ------- । হঠাৎ এক কৰ্কশ আটাহত তাইৰ চমক ভাঙিল ।

"বৈতৰণীৰ পাৰৰ ব্ৰহ্মচাৰীয়ে আৰ্তনাদ কৰি উঠিল – "উঠি আহা । উঠি আহা ------ সেইবোৰ মানুহৰ ঔৰ্দ্ধ দেহিকৰ অৱশেষ ।"

– "ঔৰ্দ্ধ দেহিক ।

– ঔৰ্দ্ধ দেহিক" ॥

তাই ভৰিৰে খেলি আছে কাৰোবাৰ অস্থিপুঞ্জক চেলেকি নিঃশেষ কৰা জুয়ে পোৰা খৰিৰ টুকুৰাৰ লগত ? বিষাক্ত সাপ ভৰিৰে গচকাৰ দৰে একপ্ৰকাৰ আৰ্তনাদ কৰিয়েই তাই জঁপিয়াই পাৰত উঠিল ।

ব্ৰহ্মচাৰীৰ সৈতে ধৰ্ম বাহাদুৰে কিংকৰ্তব্যবিমূঢ় হৈ থিয় হৈ আছিল । সি কথা কম কয় । কিন্তু ইমান কম কয় যে ঈশ্বৰীৰ অস্বস্তি লাগে । দুৰ্বোধ্য যেন লাগে ।

## পাঁচ

ৰামায়ণ মণ্ডলী ৰাম্ভোললৈ উভতি যোৱাৰ সময়তো ঈশ্বৰীৰ সোঁহাতে ধৰ্ম বাহাদুৰ আৰু বাওঁহাতে বৈতৰণীৰ পাৰৰ ব্ৰহ্মচাৰী গৰাকী বহিল ।

জীৱনত কোনে দিনে অনুভৱ নকৰা এক সুখ অনুভৱ কৰিলে ঈশ্বৰীয়ে ধৰ্ম বাহাদুৰৰ লগত এনেদৰে বহি আহি ।

এই সুযোগ ভগৱানে দিছে । সুখ আৰু শান্তিৰ পথৰ চাবি কাঠি এতিয়া এই মুহূৰ্তত তাইৰ হাতত আছে -------- হয় তাইৰ হাতত আছে ! উত্তেজনাত ঈশ্বৰীৰ বুকু কঁপি উঠিল ! ----- এয়ে সুযোগ ! এয়ে সুযোগ ! ------ কোনোবাই কাণে কাণে কৈয়ে আছে ,– "এই সুযোগ আৰু নাহে ! এই বয়সত এনে সুযোগ আৰু নাহে ! ------- জীৱনৰ আৰু এখন দুৱাৰ এয়া এতিয়াই মেল খাব । সেই কৰ্কশ নৰক যন্ত্ৰণাৰ ভাগৰৰ আৰু কোনো চিন চাব নাথাকিব । তাৰ সম্মতিৰ কথা তাই এতিয়াই গম পাব ।

------- আবেলিৰ সোণালী ৰ'দ পথাৰবোৰত উবুৰি হৈ পৰিল। ধানৰ পথাৰৰ নৰাবোৰে সোণগুইৰ বৰণ ল'লে। আলিৰ দুয়ো পিনে মানুহৰ ভিৰ বাঢ়ি আহিছিল। কিছুমান পৰিয়ালে টাংগাত উঠিও আহিছিল। সকলোৰে লগত একো একোটা খাহী ছাগলি। হয় প্ৰত্যেকটো পৰিয়ালৰ লগতে একো একোটা ছাগলি। এই শীত মাহৰ কিবা উৎসৱলৈ গৈছে এই কাফিলা বলিৰ বাবে যোৱা এই ছাগলিবোৰৰ কিছুমানে ভিৰোতা মানুহবোৰৰ কোলাত কুককি কুককি সোমাই গৈছে। যেনেদৰে কেঁচুৱা ল'ৰা-ছোৱালীয়ে মাকৰ বুকুত নিশ্চিন্ত হৈ আশ্ৰয় লয়, ঠিক তেনেদৰেই শুই গৈছে। কেনেকৈ জানে সিহঁতে হত্যাকাৰীৰ বুকুতে মুখ গুজি শুই গৈছে। সৌখন কি নদী ------ জনক নন্দিনীক দুগ্ধ পান কৰোৱাই কামধেনু গায়ে পবিত্ৰ কৰা এয়া দুগ্ধমতী নদী? নে এয়া গৈৰিকা নদী? পিতৃ কৰ্মৰ বাবে পবিত্ৰ গৈৰিকা নদী? ------ নাই নাই এতিয়া আৰু একো মনত নাই। পেশীবাহুল পুৰুষৰ কলাফুলৰ শিৰা উপশিৰাৰ দৰে এই নদী আগুৱাই গৈছে।

-------- কচাইৰ দোকানৰ মাংসৰ টুকুৰাৰ দৰে নদীৰ বুকুৰ অ'ত ত'ত বালিচৰ পৰিছে। বিচিত্ৰ বৰণৰ বনৰীয়া হাঁহবোৰে পাতি থোৱা একোখন ঢেকী জালৰ দৰে চক্ৰাকাৰ হৈ নদীৰ বুকুত বহি আছে ------ হৰি হৰি ------- এয়া এয়া তাইৰ বুকুত ধৰ্ম বাহাদুৰৰ নিশ্বাসে আহি ঠেকা খাইছে। --------- এক অনন্য অনুভূতিয়ে শৰীৰ তিয়াই বুৰাই একেবাৰে যেন চপচপীয়া কৰি থৈ গৈছে। -------- তাইৰ এই দেহ যেন অন্য এটি দেহৰ ভিতৰত একেবাৰেই চিনচাৰ নোহোৱাকৈ সোমাই যাব খুজিছে। যন্ত্ৰণাময়, অথচ স্বৰ্গীয় এই দেহ বিনিময়ৰ যন্ত্ৰণা? এয়ে নেকি প্ৰেম। কিন্তু প্ৰেম দেহৰ এই যন্ত্ৰণাৰ উৰ্দ্ধত ------। এই প্ৰেমৰ স্থিতি আত্মাত।

আত্মা কি? আত্মা কি? নাই নাই কোনো দিনেই আত্মা কি এই কথাষাৰৰ উত্তৰ ঈশ্বৰীয়ে নিজৰ বুকুৰ মাজত পোৱা নাই।

--------- অথচ এই মুহূৰ্তত সকলো চিন্তা, সকলো ভাবনা সেই দেহৰ পিনে ধাবিত হৈছে। ------- নদীৰ পাৰত থকা মাটিৰ দৰে এই দেহ নদীৰ বুকুলৈ যেন খহি পৰিব খুজিছে -----। আঃ দেহ স্বৰূপ কি নদী এইখন? শৰীৰৰ প্ৰতিটো অংগই কথা কয় আৰু এক হৈ মিলি যায় -------- আঃ কি যন্ত্ৰণা এই বক্তত? কি যন্ত্ৰণা এই বক্তত? দুয়ো

স্তনৰ শিৰা উপশিৰাবোৰ যেন সাৰ পাই উঠিছে। কঠিন হৈ উঠিছে বক্ষৰ মাংস পিণ্ড।

আগুৱাই গ'ল গাড়ী বীৰগঞ্জৰ পিনে -------- নদীখনে আকৌ মুখ দেখুৱাইছে – নদীৰ পাৰত সৌৱা কোনোবাই ছাগলি কাটিছে -------।
মৃত ছাগলিৰ ৰক্তাক্ত ছালখনৰ ওপৰতে মাংসৰ টুকুৰাবোৰ তুলি থৈছে।

নিজৰ ছালৰ ওপৰতে নিজৰ মাংসৰ স্তূপ।

আহ তাইবো এই কথাই হৈছে নেকি? নিজৰ আত্মাৰ ওপৰতে নিজৰ কটা মাংসৰ স্তূপ দম খাবলৈ আৰম্ভ কৰিছে। নেকি? ------ উঃ আত্মা। ধৰ্ম!!

-------- আকৌ স্তনৰ মাংসপেশী কঠিন হৈ আহিছে।

হঠাৎ ঈশ্বৰীৰ বুকু পৰিল তাইৰ বাওঁহাতে বহি অহা বৈতৰণীৰ পাৰৰ ধনুৰ্ধৰ চতুৰ্ভুজ ৰাম মন্দিৰৰ ব্ৰহ্মচাৰী সন্ন্যাসীলৈ। দুয়োৰো মাজতে তাই বহি আহিছে। ------- এই সন্ন্যাসী? কোনে কৈছিল – কোনে কৈছিল? এই সন্ন্যাসীয়ে বিন্ধ্যা পৰ্বতৰ এক অন্ধকাৰ গুহাৰ ভিতৰত দহ বছৰ সাধনা কৰিছিল। কিবা প্ৰাপ্তি কৰিছিল নে? শৰীৰক জয় কৰাৰ দৰে মহৎ কিবা বস্তু!! এয়া তাইৰ একেবাৰে গাতে গা লগাই বহি আছে? ইমান সময় তাই লক্ষ্যই কৰা নাছিল যে ব্ৰহ্মচাৰীৰ বাহু এটা তাইৰ বাহুৰ ওচৰতে পৰি আছে! -------- এই কথা তাই এই মুহূৰ্ততে হে গম পাইছে।

ছিঃ ছিঃ চব কথা গম পাইছে এই ব্ৰহ্মচাৰী সন্ন্যাসীয়ে ----- সঁচাকৈয়ে চব কথা গম পাইছে নে? এনে লোক অন্তৰ্যামী হয়। ধৰ্ম বাহাদুৰৰ প্ৰতি থকা তাইৰ এই মনোভাৱ তেওঁ গম পাইছে। ------ তাইক তেতিয়া হ'লে দুশ্চৰিত্ৰা বুলিয়েই ভাবিছে!

দুশ্চৰিত্ৰা?

দুশ্চৰিত্ৰা?

চিত্ৰকূটৰ ৰামায়ণ সভাতো গিৰিব্ৰজৰ পৰা অহা সন্ন্যাসী এগৰাকীক তাই লগ পাইছিল। অস্থি চৰ্মসাৰ দেহ মূৰৰ চুলিৰ জটাই বঁদত শুকাবলৈ দিয়া মাছ মৰা জালৰ দৰে ৰৰূপ লৈছিল। তেওঁক সকলোৱে হনুমান সন্ন্যাসী – হনুমান সন্ন্যাসী বুলি মাতিছিল। কাৰণ, যতেই শ্ৰীৰামচন্দ্ৰৰ গুণ কীৰ্তন হৈছিল, ততেই হেনো তেওঁ উপস্থিত হৈছিল। গছৰ ওপৰত মাচান সাজি বাস কৰিছিল।

সেই সময়ত মন অস্থিৰ আছিল। বিধবা হোৱাৰ বেছি দিন হোৱা নাছিল। তাই মাহুানৰ ওপৰত বহি এই ৰহস্যময় সন্ন্যাসীৰ পৰা আশীৰ্বাদ বিচাৰিছিল। তেওঁ হাত উঠাই আশীৰ্বাদ দিছিল। -------- বৰ বিস্ময়কৰ কথা এয়ে যে ঈশ্বৰীয়ে সেই আশীৰ্বাদ পোৱাৰ পাছত মনলৈ কিছু পৰিমাণে স্থিৰতা আহিছিল। -------- সেইদিনাৰ পৰা সাধু সন্ন্যাসীৰ প্ৰতি তাইৰ মনত এক ধৰণৰ সমীহ আৰু কৌতূহলৰ ভাবনাই ঠাই লৈছিল। ----- কত সাধুৰ আশীৰ্বাদ পাইছিল তাই! উত্তৰকাশী, বঙ্গসাগৰ, উজ্জৈন ----- আৰু এয়া এয়া তাইৰ ওচৰত একেবাৰে গাতে গা লাগি বহি আছে বৈতৰণীৰ পাৰৰ ধনুৰ্ধৰ শ্ৰীৰামচন্দ্ৰৰ মন্দিৰৰ সন্ন্যাসী জটাধাৰী সেৱক ------।

চব জানিছে! চব জানিছে তাইৰ মন আৰু শৰীৰত এই মুহূৰ্তত কিহৰ ধুমুহা বাগৰি গৈছে। চব জানিছে। --------- কি ভাবিছে চাগৈ? -------- এনে ধৰণৰ ধৰ্মৰ অনুষ্ঠানলৈ এনে মানুহো আহে?

কিন্তু কি কৰিব তাই? সকলোবোৰ ভাবনাক ঠেলি হেঁচি সেই একেই সংজ্ঞাহীন, শক্তিশালী ভাবনাই শৰীৰ আৰু মন ঢৌৱাই গৈছে ----।

নিজৰ দেহ ধৰ্ম বাহাদুৰ ৰাণাৰ দেহৰ মাজত বিলীন হৈ গৈছে --। এয়া এয়া তাৰ হাত এখন তাইৰ কলাফুলৰ ওপৰত বৈ গ'ল। তাই শংকাত সেই পিনে চকুই দিব নোৱাৰিলে। যেন উদং মাংসপিণ্ড এটুকুৰাৰ ওপৰত এটি মাংসাহাৰী পক্ষী আহি পৰিল।

শৰীৰ যেন ভাষা হৈ পৰিল। ইমান দিনে নিশ্চুপ, নীৰৱ হৈ থকা ৰাণাই ------- এয়া এয়া শৰীৰৰ ভাষাৰে সেই কথাও কৈ দিলে, যি কথা শুনিবলৈ চিত্ৰকূট উজ্জৈন আৰু অযোধ্যাৰ প্ৰত্যেকখন 'ৰামায়ণী বৈঠকত' তাই অধীৰ আগ্ৰহেৰে বাট চাইছিল।

--------- আহ -------- এক দেহৰ পৰা আন এক দেহলৈ ৰূপান্তৰ হোৱাৰ এই যাত্ৰাৰ পথ? কেনে ধৰণৰ যন্ত্ৰণা আৰু সৌন্দৰ্য্য এয়া। বাৰে বাৰে আঙঠি এটা তাইৰ আঁঠুত ঘহনি খাইছে ------ কি আঙঠি পিন্ধিছে ধৰ্ম বাহাদুৰে, কি আঙঠি পিন্ধিছে ------? দেহৰ এটা অংশলৈ গৈ আকৌ নামি আহিছে সেই হাত --------। আকৌ আঙঠিটোৱে তাইৰ আঠুত আঘাত কৰিছে -------। পৰ্বতীয় নদীৰ বালিৰ পাহাৰৰ দৰে এক পাহাৰ যেন ধীৰে ধীৰে খহি পৰিল। প্ৰচণ্ড সংযমেৰে যেন ধৰ্ম বাহাদুৰে এই বালিৰ পৰ্বতৰ এক সীমা অতিক্ৰম কৰিব নুখুজিলে -------। সেই ৰহস্যময় মাংসপিণ্ড আকৌ কঠিন হৈ আহিল।

ইস্ ইস্ এই কাষতে বহি আছে বৈতৰণীৰ ধনুৰ্ধৰ শ্ৰীৰামচন্দ্ৰৰ মন্দিৰৰ সন্ন্যাসী ? তেওঁৰ জটাৰ শুকান ডিমকৰ দৰে লগা গোন্ধো আহি তাইৰ নাকত লাগিছে ------ ।

------ আহ বুকুৰ কঠিন হৈ অহা মাংসপিণ্ড ------

আৰু এই সন্ন্যাসী ?

এফালে যেন ৰুক্ষ, কৰ্কশ মৰুভূমি আৰু আনফালে ৰৰষুণে তিয়াই পেলোৱা এক ৰম্য কানন ।

একালে যেন যুদ্ধত ধ্বংস হৈ যোৱা এক প্ৰাচীন দুৰ্গৰ ভগ্নাৱশেষ আনকালে এক জাকজমক মদ্যগাৰ ----- । উঃ সকলো গম পাইছে -- --- । তাইৰ গাতে গা লাগি বহি অহা সন্ন্যাসীয়ে সকলো গম পাইছে ----- । কতদিন চাগৈ কৃচ্ছ্ৰসাধনা কৰি এই অৱস্থালৈ আহিছে বৈতৰণীৰ ধনুৰ্ধাৰীৰ মন্দিৰৰ এই ব্ৰহ্মচাৰী সন্ন্যাসী ।

--------- আকৌ আঁঠুত তাইৰ আঙঠিৰ আঘাত লাগিল ।

কি আঙঠি পিন্ধিছে ধৰ্ম বাহাদুৰে ? কিহৰ আঙঠি এইটো ?

আঁঠুত বাৰে বাৰে ঘহনি খোৱা এই আঙঠি ----- ? একেবাৰেই অন্ধকাৰ হৈ আহিছে । চৌদিশ অন্ধকাৰ হৈ আহিছে ।

প্ৰচণ্ড হুৰ্ৰগোল এটাত ঈশ্বৰীৰ মোহ ভংগ হ'ল । সকলোৱে সমস্বৰে চিঞৰি উঠিল – পথ ভুল হৈছে । পথ ভুল হৈছে ----- । এয়া বীৰগঞ্জ আৰু বাঙ্গোললৈ যোৱা পথ নহয় ।

বাঙ্গোললৈ যোৱা পথ নহয় ? ----- গোটেইবোৰ লাইট একে লগে জ্বলি উঠিল । বাছৰ ভিতৰখন দিন যেন পোহৰ হৈ উঠিল ।

--------- স্পষ্ট হৈ উঠিল এখন হাত আৰু সেই হাতে পিন্ধি থকা এটি লোহাৰ আঙঠি ----- পোহৰ -------- । এই পোহৰে যেন তাইৰ বুকুত এখন ছুৰিহে বহুৱালে ।

এই আঙঠি ধৰ্ম বাহাদুৰে পিন্ধা নাই ----- এই আঙঠি সন্ন্যাসীয়েহে পিন্ধি আহিছে ।

"এই আঙঠি ধৰ্ম বাহাদুৰৰ নহয় ----- বৈতৰণীৰ পাৰৰ জটাধাৰী সন্ন্যাসীৰহে ।

পোহৰে অনা ছুৰিখন যেন ঈশ্বৰীৰ বুকুৰ আৰু গভীৰলৈ সোমাই গ'ল ।

□

# জখমী যাত্ৰী

এক

হৰনাম সিং মাণ্ডানাক মই দিল্লীৰ সিং সভা ৰ'ডত প্ৰথমতে লগ পাইছিলোঁ। প্ৰায় ছয় ফুট ওখ, দীঘল ডাটি, গান্ধীৰৰ দৰে গাৰ ৰং, উন্নত নাক, আৰু এযোৰ সুন্দৰ চকুৰে সৈতে এই শিখ যুৱকগৰাকীয়ে মোক ভগৱান যীশুৰ ছবি এখনৰ কথা মনত পেলাই দিছিল। মই যেতিয়া সিং সভা ৰ'ডৰ ৱৰসাতী এটাত থাকিবলৈ আহিছিলোঁ, তেতিয়াই গম পাইছিলোঁ হৰনাম সিংইতো এই সিং সভা ৰ'ডতে বাস কৰে। ইয়াৰ পাছত অৱশ্যে হৰনামক বিশ্ববিদ্যালয়ত সঘনে লগ পাইছিলোঁ। প্ৰতিবেশীৰূপে এই কথাও গম পাইছিলোঁ যে সিং সভা ৰ'ডৰ আমাৰ এই একেই দালান দেৱান নিবাসত বাস কৰা জেটলে পৰিবাৰৰ ছোৱালী হৰি দেৱীৰ সৈতে এই শিখ যুৱকগৰাকীৰ একধৰণৰ সম্বন্ধ আছে। দেৱান নিবাসৰ সকলোৱে এই কথা জানিছিল।

----- ১৯৮৫ চনৰ এপ্ৰিল মাহত সিং সভা ৰ'ডৰ এটা মূৰত থকা ট্ৰেভেল কৰ্পৰেশ্বনে কাগজে-পত্ৰে এটা ভ্ৰমণৰ বিজ্ঞাপন দিছিল। এই ভ্ৰমণ বৰ বিস্তৃত আছিল। নেপলিয়নৰ দেশ, মাইকেলেঞ্জেলোৰ দেশ, বিথোভেনৰ দেশ, মহা শিল্পী ৰেমব্ৰান্টৰ দেশ আৰু সৰ্বশেষত আছিল মহাৰাণী ভিক্টোৰীয়াৰ দেশ। দেশ ভ্ৰমণ কৰা মোৰ একপ্ৰকাৰ নিচাৰদৰেই আছিল। স্বামীৰ মৃত্যুৰ পাছত মই ঘূৰিয়েই ফুৰিছিলোঁ। প্ৰথম অৱস্থাত সেই মৃত্যুৰ অসহনীয় যন্ত্ৰণা পাহৰিবৰ বাবে ঘূৰি ফুৰিছিলোঁ। তাৰ পাছত এনে এটা নিচা হৈছিল যে হাতৰ কাণৰ বেছিও মই ঘূৰি ফুৰিবলৈ ভাল পাইছিলোঁ।

সেয়ে ঘৰৰ নিচেই ওচৰৰ ট্ৰেভিল কৰ্পবেশ্বনৰ বিজ্ঞাপন দেখি মই মোৰ নামটো ৰেজিষ্টাৰ কৰি আহিছিলো ।

১৯৮৫ চনৰ ১৪ মে'ৰ দিনা ট্ৰেভেল কৰ্পবেশ্বনৰ পৰা কনৰ্ফামেশ্বনৰ চিঠি আহিল । আনন্দত উত্ৰাৱল হৈ লৰেন্স ৰ'ডত বাস কৰা মোৰ বন্ধু গুলছন ৰাজভীক এই খবৰ দিবলৈ মই সাজু হৈছিলোঁ । গুলছন ৰাজভী আৰু মই দুয়ো একেলগে প্ৰাচীন ভাৰতীয় ইতিহাসৰ ওপৰত গৱেষণা কৰিছিলোঁ । দুয়ো ছাত্ৰ বৃত্তি পাইছিলোঁ, আৰু অনেক ঠাইত আমি ইন্টাৰভিউ দিছিলোঁ যদিও কতো কাম পোৱা নাছিলোঁ । দিল্লী বিশ্ববিদ্যালয়ৰ বিচাৰ্ছ স্কলত ৰাজভী আৰু মোৰ বন্ধুত্বৰ কথা সকলোৱে জানিছিল । পুথিভঁড়ালৰ বিষয়াসকলে ৰং-ৰহইচ কৰি কৈছিল, ---

"এই বিচাৰ্ছ স্কলত এইখনৰ সৈতে আমি তিনিখন হিন্দু মুছলমানৰ বিয়া দেখিম । প্ৰথমখন ছাৰ মৰিচ গয়াৰৰ দিনত হৈছিল ।

----- আজি এই ১৪ মে'ৰ দিনা ট্ৰেভেল কৰ্পবেশ্বনৰ পৰা খবৰ পাই সেয়ে মই-পুৱাই লৰেন্স ৰ'ডৰ ৰাজভীৰ ওচৰলৈ যাবলৈ সাজু হলোঁ । সি বেচেৰাই কথা বৰ কম কয় । মোৰ ভ্ৰমণৰ কথা কি ক'ব ? বোধহয় হা না একোৱেই নকব । সি তেনেকুৱাই, মৌন হৈ থাকি অনেক কথা কৈ দিয়ে । কেতিয়াবা এনেকুৱা একোটা কথা কয়, যাৰ উত্তৰ বিচাৰি কিছু সময় চিন্তা কৰাৰ বাহিৰে কোনো উপায় নাথাকে ।

এটা সময়ত মই বাছেৰে গৈ গুলছনক লগ ধৰিছিলোঁ । কথা বতৰা পতাৰ পাছত উভতিও আহিছিলোঁ । সি থিচিচখনৰ ফাইনেল ড্ৰাফটখন কৰি আছিল । মোক আগবঢাই দিবলৈ সি স্যাণ্ডেল কানি সলাব খুজিছিল । ময়ে হাক দিলোঁ ।

অকলশৰে উভতি আহোঁতেই ঘটিল সেই ঘটনা । লৰেন্স ৰ'ডৰ সীমাত পৰিত্যক্ত মাটি এটুকুৰাত দুটা প্ৰাচীন কবৰ আছিল । গুলছনৰ ওচৰলৈ অহাযোৱা কৰোঁতে প্ৰায়ে মই এই কবৰ দুটা দেখা পাইছিলোঁ । কঁইটীয়া জোপোহাই, মকৰা জালৰ দৰে আৱৰি ধৰিছিল কবৰ দুটাক । দিল্লীৰ বনৰীয়া লতা আৰু কঁইটীয়া জোপোহাৰ মাজত যেনেদৰে হিন্দুস্থানৰ প্ৰথম সাম্ৰাজ্ঞী ৰাজিয়া চুলতানাৰ কবৰ লুকাই আছে, যেনেদৰে নিজামুদ্দিনৰ ম'হৰ মাংস বিক্ৰী কৰা কচাইহঁতৰ বস্তিৰ মাজত মহাকবি গালিবৰ মাজাৰ একেবাৰে অৱহেলিতভাৱে পৰি আছে, ঠিক তেনেদৰে এইকেইটা জহি খহি যোৱা কবৰো বছৰৰ পাছত বছৰ ধৰি তেনেকৈয়ে

হয়তো পৰি আছিল। দিল্লীবাসীৰ সময় ক'ত, এই পৰিত্যক্ত কবৰৰ কথা ভৱাৰ ?

এয়া হিন্দুধৰ্মী মানুহেৰে পৰিপূৰ্ণ এলেকা। এই কবৰ দুটাৰ সৈতে প্ৰায় তিনি কঠা মাটি এইদৰে পৰিত্যক্ত হৈ আছিল।

গুলছন ৰাজভীক লগ পাবলৈ যোৱাৰ সময়ত ক্ৰুছাৰে কৰা বগা টুপী, আৰু একেবাৰে লেতেৰা পাইজামা আৰু কুৰ্তা পিন্ধা মুছলমান বনুৱা দুটামানে এই ঠাইখিনিৰ কিবা জোখ মাপ কৰি বেৰা দি আছিল। মই ভাবিছিলোঁ ইয়াতো মহাৰাণীবাগ, চেখ ঢৰাই নাইবা চিৰাগ দিল্লীৰদৰে হয়তো আকাশচুম্বী প্ৰাসাদ কিছুমান উঠিব। বনুৱাকেইটাই একান্ত মনে কাম কৰি আছিল। বাতাবৰণ একেবাৰে শান্ত আছিল।

কিন্তু গুলছনক লগ ধৰি উভতি আহোঁতে বাতাবৰণ একেবাৰে গৰম হৈ উঠিল। মানুহৰ ভিৰত মই আগবাঢ়িব নোৱাৰিলোঁৱেই। দুই একক সুধি গম পালোঁ সেইখনক কবৰস্থান কৰিবৰ বাবে ৱাকফ বৰ্ডে হেনো একেবাৰে কৰ্টৰ হুকুম লৈ আহিছে।

হিন্দু লোকালিটিত মুছলমানৰ কবৰস্থান ?

বনজুইৰদৰে একমুহূৰ্ততে খবৰটো যেন চাৰিওফালে বিয়পি পৰিল।

লাঠি দাণ্ডাৰ হিৰহিৰণি লাগি পৰিল। গাঁথি অনা ইটাৰ বেৰ একমূহূৰ্ততে লণ্ড-ভণ্ড হৈ বাগৰি পৰিল।

পলা পলা ভাগ ভাগ -------!! মই স্কুটাৰ এখন বিচাৰি চাৰিওকা'ল ঢপলিয়াই ফুৰোঁতেই, এটা তিনিকোণীয়া ইটাৰ টুকুৰা আহি মোৰ কপালত লাগিল। মই লাইটপষ্টৰ তলত বহি পৰিলোঁ।

কোনোবাই দফনাবলৈ ঠিক সময়তে কাৰোবাৰ শ এটাও আনিছিল। মোৰ নাকৰ আগেৰেই সিহঁতে লৰা-ঢপৰা কৰি পাৰ হৈ গ'ল। লাঠি দাণ্ডা লৈ অহা ভিৰ এটাই মোক একেবাৰে ঠেলা মাৰি বগৰাই থৈ গ'ল।

কথমপিহে. উঠিলোঁ। হেঁফাই ফোঁপাই আহি মই চাৰি আলিৰ গুলমোহৰ এজোপাৰ ওচৰত থিয় হ'লোঁ। ঠিক এনে সময়তে হৰনাম সিং মাত্তানাই তাৰ মটৰ চাইকেলখন গুলমোহৰৰ ওচৰলৈ আনি আটাহ পাৰি উঠিল–

"ৰাজবালা জী আপুনি ইয়াত ? উঠক উঠক, ------

ৰাণীৰাস্য ৰোডেৰে আহি সি কেতিয়া ৰোথক ৰোড ধৰিছিল সেই কথা মোৰ মনত নাছিল। মই চক খাইছিলোঁ। দিল্লীত বহু বছৰ আছোঁ

যদিও ঠিক এনেধৰণৰ পৰিস্থিতিত আগে পিছে পৰা নাছিলোঁ । তদুপৰি কপালত ইটা পৰা ঠাইখিনি উখহি পৰিল । বহু সময়ৰ মূৰতহে মই গম পাইছিলোঁ, মই হৰনাম সিং মান্তানাৰ চার্টত খামুচি ধৰি আছোঁ । হাতত সাপ এডাল ধৰি থকাৰদৰে চক খাই তাৰ ঘামেৰে তিতি থকা চার্টৰপৰা মুঠিটো একৰাই আনিলোঁ ।

আমি ইতিমধ্যে দুই নম্বৰ চৌকিৰ ৰেলৱে ক্ৰছিং পাইছিলোঁ । গেট বন্ধ । ঘোঁৰাগাড়ী, স্কুটাৰ, চাইকেল, ৰিক্সা আৰু মটৰৰ দীঘল লাইন এটাৰ নেজৰ পিনে আহি হৰনাম সিং মান্তানাই তাৰ মটৰ চাইকেল ৰখালে । এইখিনিৰপৰা সিং সভা ৰ'ড বেছি দূৰত নহয় । মই জাপ মাৰি নামি কলোঁ, গেট খুলিবলৈ আৰু বহুত পলম আছে এইখিনি মই নিজেই যাব পাৰিম ।"

সি দুয়োপাৰি দাঁত উলিয়াই হাঁহিলে । এই খণ্ড মটৰ চাইকেল চলাই অনাত যেন কোনো অসুবিধা হোৱা নাই । এই ভিৰৰ মাজত সাৱধানে অথচ বিদ্যুৎ গতিৰে মটৰ চাইকেল চলাই আনিবলৈ যি এক মানসিক সন্তুলনৰ প্ৰয়োজন এই সন্তুলন সিং সভা ৰ'ডৰ এই হৰনাম সিং মান্তানাৰ আছিল ।

মই আগুৱাই যাব ধৰিলোঁ । জেটলে পৰিবাৰৰ হৰিদেৱীৰপৰা শুনিছিলোঁ হৰনাম সিং মান্তানাহঁত দেশ বিভাজনৰ সময়ত পাকিস্তানৰ পৰা ভাগি অহা লোক আছিল । সি নিজেও এবাৰ কৈছিল সিহঁত ৰাবী নদীৰ পাৰৰ এনে এখন গাঁৱত বাস কৰিছিল, য'ত হিন্দু মুছলমানৰ সংঘৰ্ষই এক ভয়ানক ৰূপ লৈছিল । সেই গাঁৱত এনে এক গৃহস্থী নাছিল যাৰ ঘৰত হত্যাকাণ্ড হোৱা নাছিল ।

----- গাভৰু ছোৱালীবোৰক পুৰুষৰ সাজ পিন্ধাই যি কষ্টেৰে এই খণ্ড পাৰ হৈ আহিব লগীয়া হৈছিল, সেই কষ্টৰ কথা মানুহে দোহাৰিলে হৰনাম সিং মান্তানাৰ হেনো সাধুকথাৰ দৰে লাগে । মাক দলজিত কৌৰ আৰু পিতাক গুৰুচৰণ সিং মান্তানাই অৱশ্যে কেতিয়াও এইবোৰ কথা হৰনাম সিঙৰ সৈতে নাপাতিছিল । কিন্তু মাকে আঘোণ মাহৰ বিশেষ এটা দিনত ঘৰৰ পাছফালৰ চিৰিত বহি নোখোৱা নোবোৱাকৈ কান্দি-কাটি কটাইছিল । ঘৰৰ সকলোৱে এই দিনটোৰ কথা জানিছিল । সেইদিনাই হৰনাম সিং মান্তানাৰ ককায়েকক ঘৰৰ সমুখতে হত্যা কৰা হৈছিল । দলজিত কৌৰৰদৰে ১৯৪৮ চনত সৰ্বস্বান্ত হৈ দিল্লীলৈ ভাগি অহা অনেক

পৰিয়ালৰ এনেকুৱা বৃদ্ধা মহিলা আছে যাৰ চুলি পকি মৰাপাটৰদৰে বগা হৈ গৈছে, শৰীৰৰ ধগ্‌ধগকৈ বগা ছাল পুৰণা পাটৰ কাপোৰৰদৰে বিবৰ্ণ হৈ যেন খহিছে পৰিছে। বৈৰামখা পাৰ্ক, পাঞ্জাবী বাৰ্গ, গোলানী বাৰ্গ, ডেপুটিগঞ্জত, খানখানাৰ টম্বৰ আশে-পাশে যতেই সুবিধা পাইছিল তাতেই পাকিস্তানৰ পৰা অহা এই ভগনীয়াৰ দলসমূহে নিজৰ বাসস্থান কৰি লৈছিল। কেতিয়াবা এই তিৰোতাবোৰে ঘৰৰ মজিয়াৰ কাণত নাইবা বেলকনিত বহি উচুপি উচুপি কান্দে।

সকলোৱে জানে কিয় কান্দে তেওঁলোকে।

----- ইতিমধ্যে মই ৰেলৰ লাইন পাৰ হৈ বৌৰানাবা ৰ'ডৰ ফুটপাথত ভৰি দিলোঁ। বাগিচাৰপৰা অহা মুকলি বতাহ এতিয়াহে মোৰ গাত লাগিল। ইউক্লিপটাছ আৰু গুলমোহৰৰ মিশ্ৰিত গোন্ধ এটাও নাকত লাগিল। কপালত ইটা পৰা ঠাইখিনিৰ যন্ত্ৰণা অনুভৱ কৰিছোঁ। মনতো এক ধৰণৰ যন্ত্ৰণা অনুভৱ কৰিলোঁ।

----- এতিয়া মোৰ কপালৰ এই ঘা দেখিলে জেটলে পৰিবাৰে হয়তো প্ৰশ্ন কৰিব, ৰাজপাল গুপ্তইও হয়তো কিছু চিন্তিত হৈ পৰিব। ( ৰাজপাল গুপ্ত ? এই গুপ্তা চাহেবো মোৰ সমুখৰ বৰসাতীত বাস কৰে। দুয়োটা বৰসাতীৰ মাজত মাত্ৰ এখন চটৰহে ব্যৱধান। তেওঁৰ পৰিবাৰ দিল্লীৰ প্ৰান্তৰ মেহৰুলী গাঁৱত বাস কৰে। পৰিয়ালটো ৰোথকৰ। অৰ্থ কষ্ট ভোগ কৰা পৰিয়াল। তেওঁৰ সৰু ল'ৰা এটাইও তেওঁৰ লগত থাকি পঢ়া শুনা কৰে। গুপ্তা চাহেব বৰ সৎ স্বভাৱৰ, বিনয়ী ব্যক্তি। গুলছন আৰু মোৰ বন্ধুত্বৰ কথা তেওঁ জানিছিল। হৰনাম সিং আৰু হৰিদেৱীৰ কথাও তেওঁ জানিছিল।)

মই সিং সভা ৰ'ডৰ 'দেৱান নিবাস'ৰ লোহাৰ গেটৰ ওচৰত নিৰাপদে আহি থিয় হলোঁ।

হয় হয় মই ঠিকেই ধৰিছিলোঁ - সৌৱা চিৰিৰ ওচৰত ৰাজপাল গুপ্ত থিয় হৈ আছে। মোক দেখি উৎসাহিত হৈ তেওঁ ক'লে, -

"শুনিছোঁ বিদেশলৈ যাব ? আমাৰ এই সিং সভা ৰ'ডৰ হৰনাম সিং মাস্তানাও যাব হেনো !

"হৰনাম সিং ? "

"হয় হৰনাম সিং ----- কিন্তু অ'বে আপোনাৰ কপালত এয়া কিহৰ আঘাত ----- ?

"নৱেন্দ্ৰ ক'ডৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ মাজত পৰিছিলোঁ। হৰনাম সিঙৰ দেউতাকৰ কাঠৰ ফাৰ্নিচাৰৰ দোকান আছে তাত। সি উপস্থিত নোহোৱা হ'লে সাংঘাতিক কথা হ'লহেঁতেন। ---- তাৰ টু হুইলাৰত উঠি আহিলোঁ।

ৰাজপাল গুপ্তঃ বোধহয় পাৰ্কলৈ যাবলৈ ওলাইছিল। কিন্তু তেওঁ মোৰ পিছে পিছে আহি এনেদৰে বৰসাতীৰ ওচৰ পালে।

"কিবা এটা লগাই দিয়ক কপালত। মোৰ তাত ডেটল আছে। আনি দিওঁনে ?"

"নাই লাগে মোৰ তাত চব বস্তু পৰি আছে। তদুপৰি বৰ বেছি আঘাত পোৱা নাই। শুনক মোৰ বিদেশ ভ্ৰমণ একেবাৰে খাটাং। এই বিষয়ে আপোনাৰ লগত পিছে পৰেও কথা হ'ব।"

---- কেছু সময় দুৱাৰৰ ওচৰত থাকি ৰাজপাল গুপ্তই মোৰ পৰা বিদায় লৈ গুচি গ'ল। এইখিনি সময়ত ৰাজপাল গুপ্তই নাগিয়া পাৰ্কৰ কাঠৰ বেঞ্চি এখনত বহে। তেওঁৰ বোধহয় দুযোৰেই কাপোৰ। এটা চাৰ্ট কপাহী কাপোৰৰ আৰু এটা টেৰিলিনৰ। মই যোৱা ছয়মাহ ধৰি তেওঁক এই দুয়োৰ কাপোৰকে পিন্ধা দেখি আহিছোঁ। তেওঁ ৰক্ষা মন্ত্ৰণালয়ৰ গুপ্তচৰ বিভাগত কাম কৰে। এই বিভাগৰ শতকৰা সত্তৰ ভাগ কৰ্মীৰদৰে তেৱোঁ বৰ অসন্তুষ্ট কৰ্মী আছিল। এই বিভাগৰ তেওঁৰ তিনিগৰাকী বন্ধু কৰ্মীয়ে মূৰব্বী বিষয়াগৰাকীৰ বুৰোক্ৰেটিক ক্ৰূৰতাৰ ফলস্বৰূপে ৰক্ত চাপ ৰোগত ভুগিছিল।

---- প্ৰায় পঞ্চাছৰ ওচৰ চপা, হৃটঙা আৰু লাহে লাহে তপা হৈ আহিব ধৰা এই মিঠা বৰণীয়া মানুহটোৱে জোতাৰে শব্দ কৰি 'জিনাৰে' তললৈ নামি গ'ল।

মই দুৱাৰ খুলি পোনে পোনে স্নানাগাৰলৈ গৈ মুখ, হাত ধুলোঁ। এতিয়াহে মই ঘা টুকুৰাত বৰ যন্ত্ৰণা অনুভৱ কৰিব ধৰিলোঁ। মোৰ নাকৰ ওচৰত ডেতিয়াও হৰনাম সিং মাস্তানাৰ শৰীৰৰ ঘাম আৰু পেট্ৰলৰ এটা মিশ্ৰিত গোন্ধ উৰি ফুৰিছিল। সিং সভা ক'ডৰ ঊনৈছ নম্বৰ মহল্লাত সি বাস কৰে, এই মহল্লা আমাৰ এই 'দেৱান নিবাস'ৰ একে লাইনত অৱস্থিত। সদায়ে পুৱা আৰু গধূলি মই হৰনাম সিং মাস্তানাক বিশ্ববিদ্যালয়লৈ যোৱা বাছ ষ্টেণ্ডাৰত বৈ থকা দেখিছোঁ। বিশ্ববিদ্যালয়ৰ, ৰেফাৰেন্স লাইব্ৰেৰীত, কফি হাউচত আনকি গুলমোহৰৰ তলত সক সক টি ষ্টল কেইখনতো মই

তাক লগ পাইছিলোঁ। সি আধুনিক ভাৰতীয় ভাষা বিভাগত পাঞ্জাবী উপন্যাস সাহিত্যৰ বিষয়ে গৱেষণা কৰি আছিল। এবাৰ বিছ্যাৰ্চৰত তাৰ 'কিউবিকলত' সোমাওতে সি মোক আন আন ছাত্ৰই প্ৰশ্ন কৰাবদৰে সেই একেই প্ৰশ্ন কৰিছিল।

"দেশ বিভাজনত দুই কোটি মানুহে ঘৰবাৰী হেৰুৱাইছিল। পিতা নোহোৱা গছুৰদৰে ধাবাপথী হৈ পৰা শিখ পৰিয়ালৰ ঠিক ঠিক হিচাপ মই আপোনাক দিব পাৰোঁ ---- শুনক ঠিক এইবোৰ ঠাইৰ মানুহ আহিছিল। ( সি এটা হিচাপ দিছিল, যিটো হিচাপ মোৰ কোনো দিনে মনত নৰৈছিল।) মৰাবোৰতো মৰিছিলেই – কিন্তু যিবোৰ জীয়া মৰাক এৰি থৈ গৈছিল সেইবোৰৰ দুৰ্দশাৰ কথা কোনেও জানিবৰ চেষ্টা নকৰিছিল। ভাৰত চৰকাৰে অনেক কথা জানিও নজনা হৈ আছিল। মোৰ ককায়ে কৰ্না কৰা ছবিৰ নিষ্ঠুৰতা ভয়াবহতাৰ ছবি মই এখনো কিতাপত পোৱা নাই। আটিয়া হুছেইনৰ Sunlight on a Broken Column, নাৰায়ণৰ Waiting for Mahatma বালচন্দ্ৰ ৰাজনৰ The Dark Dances ইত্যাদি গ্ৰন্থৰ মাজত মই সেই ভয়াবহ ছবিৰ এটা অংশহে দেখিছোঁ। মায়ে অৱশ্যে চুপ হৈ থাকিও অনেক কথা কয়। দাদাক পেছোৱাৰৰ ৰাজআলিত ঘৰৰ একেবাৰে সমুখত কেনেদৰে হত্যা কৰিলে সেই কথা মায়ে কোনোদিনেই আমাৰ আগত প্ৰকাশ কৰা নাই। অথচ এই ঘটনা মাৰ চকুৰ আগত সংঘটিত হৈছিল। মাৰ নীৰৱতাই ইমান বেছি কথা প্ৰকাশ কৰে আৰু এনেদৰে হৃদয় স্পৰ্শ কৰে যে এই কিতাপৰ বৰ্ণনাবোৰে মোক তেনেদৰে স্পৰ্শ কৰিব নোৱাৰে।"

সেইদিনা মই হৰনাম সিং মাস্তানাৰ মুখলৈ অপলক দৃষ্টিৰে চাই আছিলোঁ।

"শুনক ৰাজজী ( মোৰ নাম ৰাজবালা দেৱী আছিল। কিন্তু সিং সভা বʼড, আৰু বিশ্ববিদ্যালয়ৰ মোক জনা মানুহখিনিয়ে মোক ৰাজজী বুলিয়ে মাতিছিল) এনে নহয় যে সেই কিতাপবোৰৰ কোনো কোনো অংশই মোক বিচলিত নকৰে। আটিয়া হুছেইনৰ 'ভাঙিপৰা স্তম্ভত সূৰ্য্যকিৰণ'ৰ (Sunlight on a Broken Column) কিছুমান উক্তিয়ে মোক বিচলিত কৰে।

হুছেইনৰ আবিদাৰ উক্তিবোৰ আপুনি পঢ়িব। হুছেইনে ভাবিছিল হিন্দু-মুছলমানৰ এই সাম্প্ৰদায়িক সংঘৰ্ষত বৃটিছে যিমান অনিষ্ট কৰিছিল

তাতোকৈ বেছি অনিষ্ট কৰিছিল কি শক্তিয়ে জানে নে ? ধৰ্মই ৰাজনীতিৰ লগত যেতিয়া হাতত ধৰাধৰি কৰি একেবাৰে উলঙ্গ হৈ ৰাজপথত থিয় দিলে, তেতিয়াহে ৰাজপথ মানুহৰ তেজেৰে ৰাঙলী হ'ল ।

--- এৰা সেইদিনা ৰিচাৰ্ড ফ্লৰৰ কিউবিকলত মই হৰনাম সিং মান্তানাৰ সৈতে বহু সময় বহিছিলোঁ । সি আইনাৰ গিলাচত কফি আনিছিল । আমি দুয়ো মুখামুখিকৈ বহি কফি পান কৰিছিলোঁ । সেইদিনা সি বৰ আগ্ৰহেৰে মোৰ গৱেষণাৰ কথা সুধিছিল, গুৰু নানকৰ অসম আগমনৰ বিষয়েও সি মোক অজস্ৰ প্ৰশ্ন সুধিছিল । অসম আন্দোলনৰ কথাও সি জানিব বিচাৰিছিল । অসমীয়া শিখসকলৰ কথা জানিবলৈও সি বৰ আগ্ৰহান্বিত আছিল ।

আজি এই মুহূৰ্তত সি মোক দুই নম্বৰ চৌকিৰ ৰেলৱে ক্ৰছিঙত থৈ গ'ল যদিও মই তাক আনদিনাৰদৰে সিমান খোলোচা নেদেখিলোঁ । গোটেই পথছোৱা সি ভালদৰে মোৰ লগত কথা পৰ্যন্ত পতা নাছিল । তাৰ মনত বাৰু কিবা এক পৰিৱৰ্তনৰ ভাব আহিছে নেকি ?

পৰিৱৰ্তন ? হৰনাম সিং মান্তানাৰ পৰিৱৰ্তন ?

মই এইবাৰ আহি বাহিৰৰ বেলকনিত থিয় দিলোঁ । এয়া জেঠৰ মাহ । প্ৰচণ্ড গৰম যদিও এইখিনি সময়ত বতাহ বলিছিল । ৰৌশানাৰা বাগিচাৰ প্ৰাচীন গছবোৰৰ পৰা আকৌ এক ধৰণৰ গোন্ধ ভাঁহি আহিছিল । এইবোৰ বোধহয় ইউক্লিপ'টাছ গছৰ গোন্ধ । কিছু দূৰৈৰ ঘন্টাঘৰ সবজীমণ্ডি আৰু একেবাৰেই নৰকলৈ ৰূপান্তৰিত হোৱা কোলাহপুৰ ৰ'ডৰ হিৰ-হিৰণি শুনা গৈছিল ।

--- হঠাৎ তললৈ চাই দেখিলোঁ গেটৰ ওচৰৰ গুলমোহৰৰ তলত হৰিদেৱী থিয় হৈ আছে । হৰিদেৱী আমাৰ এই দেৱান নিবাসত বাসকৰা স্বৰ্গীয় মোহন জেটলীৰ ডাঙৰ ছোৱালী । সীতা আৰু লক্ষ্মী নামেৰে তাইৰ দুজনী ভনীয়েকো আছে । মাকৰ সৈতে এই তিনিজনী ছোৱালী খুৰাক ক্ষেম চাদ জেটলীৰ পাঁচটা ল'ৰা-ছোৱালীৰে পৰিপূৰ্ণ সংসাৰ এখনৰ আশ্ৰয়ত থাকে । ক্ষেমচাঁদ জেটলীৰ মূৰৰ ওপৰত বিধবা ভনীয়েক শশীবালা আৰু এজনী বাওনা ভনীয়েকৰ দায়িত্বও আহি পৰিছিল । কিবা এবিধ তেজৰ বেমাৰ হৈ এই বাওনা ছোৱালীজনীৰ মূৰৰ চুলিবোৰ একেবাৰেই বগা হৈ গৈছিল । বয়স হৈ অহাৰ লগে লগে তাইৰ বাহু দুটাৰ মাংসপিণ্ড এনেদৰে বাঢি গৈছিল যে, অচিনাকি মানুহে ৰাতি তাইক দেখি সদায়ে চক

খাইছিল। সিং সভা ৰ'ডৰ সকলোৱে অৱশ্যে শশীবালা আৰু জয় নামৰ এই বাওনা মানুহজনীকহে চিনি পাইছিল। কাৰণ মহল্লাৰ 'দেৱী জাগৰণ' নাইবা কাৰোবাৰ মৃত্যুৰ 'চৌথা উথালা', নাইবা 'পাগড়ী ৰচম' অনুষ্ঠানত, শিখ গুৰুসকলৰ জন্ম অনুষ্ঠানত, নাইবা মুছলমানসকলৰ ঈদৰ উৎসৱ ইত্যাদি অনুষ্ঠানত জেটলী পৰিয়ালৰ শশীবালা আৰু এই বাওনা ভনীয়েকজনীয়েহে প্ৰতিনিধিত্ব কৰিছিল। সিং সভা ৰ'ডৰ একেবাৰে সীমাৰ ওচৰত থকা এই 'মহল্লা' হিন্দু, মুছলমান, খৃষ্টান ইত্যাদি অনেক ধৰ্মৰ, অনেক লোকে বহুদিন ধৰি বৰ শান্তিৰে সহবাস কৰি আহিছে। দিল্লীৰ বৈৰাম খা মাৰ্গ, হাউজকুজি বাৰি বাউলী ইত্যাদিৰদৰে হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষ এই খণ্ডত হোৱা নাই। হৰিদেৱী, লক্ষী আৰু সীতাই অৱশ্যে কোনো দিনেই ওচৰ চুবুৰীয়াৰ সামাজিক অনুষ্ঠানত ভাগ লৈ পোৱা নাই। ভয়ানক ধৰণে গোড়া জেটলী পৰিবাৰ। স্কুলৰ পঢ়া সাং কৰাৰ পাছত হৰি, লক্ষী আৰু সীতাই কোনো কলেজৰ মুখ দেখা নাই। অথচ দিল্লী বিশ্ববিদ্যালয়ৰ প্ৰায়বোৰ কলেজ মাত্ৰ দুখোজ দূৰৈত আছিল।

----- হৰিদেৱীয়ে অলপো শব্দ নকৰাকৈ এইবাৰ জিনাৰে ওপৰলৈ উঠি আহিল। তাই খোলা দুৱাৰেৰে আহি মোৰ ওচৰত থিয় হ'ল। মই লক্ষ্য কৰিলোঁ তাই দুদিনমান হয়তো মূৰেই আঁচোৰা নাই। দীঘল চুলিকোছাত এডাল ৰবৰ বেণ্ড বান্ধি থৈছে। চুৰিদাৰ আৰু কামিজৰপৰা এটা পুৰণা, পুৰণা গোন্ধ ভাহি আহিছে। সম্ভৱ তাই একেযোৰ কাপোৰকে কেইবাদিনো পিন্ধি আছে।

"ৰাজৱা (অসমীয়া বাহদেউ শব্দটো তাই উচ্চাৰণ কৰিব নোৱাৰিছিল), সি মোক যোৱা দহদিন ধৰি লগ ধৰা নাই। শশী আৰু বাওনা বু আই বৌশানাৰা বাগিচাৰ ব্যাস গায়কৰ ৰামায়ণ পাঠ শুনিব গৈছে। আজি এসপ্তাহ ধৰি মই গুৰুদ্বাৰৰ চিৰিত তাৰ বাবে অপেক্ষা কৰি বহি আছোঁ, সি অহা নাই। ৰাজপাল ভায়াই ক'লে আজি তুমি তাৰ লগত একেলগে আহিলা ?"

মই ক'লো। "আহিলোঁ। হৰনামে মোৰ লগত বৰ বেছি কথা কোৱা নাই।"

"কিন্তু তাক মই 'গুৰুদ্বাৰ'ৰ আশে-পাশেও দেখা নাই।"

(পহিলা নৱেম্বৰৰ দিনা হোৱা ৰায়তত এক সম্প্ৰদায়ৰ লোকে সিং সভা ৰ'ড'ৰ গুৰুদ্বাৰ জ্বলাই দিছিল। তাৰ পাছত সকলোৱে মিলি গুৰুদ্বাৰ

মেধামতিও কৰিছিল । এই গুৰুদ্বাৰ আমাৰ দেৱান নিবাসৰ একেবাৰে দুৱাৰ মুখত আছিল ।)

লাঠি, দাওা, খোলা তৰোৱাল আৰু বন্দুক লৈ অহা বন্ধনমুক্ত দানৱৰদৰে আছিল সেই ভয়ানক ভিৰ । ৰাতি আহিছিল সিহঁত । দেৱান নিবাসৰ হিন্দু পৰিয়ালকেইটাই ইতিমধ্যে কেবাটাও শিখ পৰিয়ালক লুকুৱাই ৰাখিছিল । ৰাজপাল গুপ্তইও শক্তি নগৰৰ শিখ মটৰ মেকানিক এটাক আনি খাটিয়াৰ তলত লুকুৱাই থৈছিল । এই দৃশ্য মই নিজ চকুৰে দেখিছিলোঁ ।

মই প্ৰশ্ন কৰিলোঁ ।

"তেতিয়া হ'লে পহিলা নৱেম্বৰৰ পৰাই সি কিছু অন্য মনস্ক হৈ পৰিছে !"

তাই মূৰ দুপিয়ালে । মই ক'লোঁ ।

"হৰি তুমি থিয় হৈ আছা । বহা খাটিয়াখনতে বহা, নে বাহিৰৰ চটত বহিবা !"

"নাই নাই, বাহিৰত বহিব নোৱাৰিম । কোনোবাই শৰ্মী কুআৰ (পেইীক)' লগাই দিব । আনা নহয় গাত চুমি লোৱাৰ দিনবেলৰা আমি কয়েদীৰ জীৱন যাপন কৰি আহিছোঁ ।"

তাই খাটিয়াৰ ওপৰত ভৰি তুলি বহিল । কাঠৰ চকি এখন টানি আনি মই তাইৰ ওচৰত বহিলোঁ । তাই ক'লে –

"নৱেম্বৰৰ ধ্বংসলীলাৰ পাছত সি কিছুদিন ঠিকেই আছিল । তাৰ পাছত হঠাৎ সি নহা হ'ল ।"

চুমিৰে চকু দুটা হেঁচা মাৰি ধৰি হৰিদেৱীয়ে উচুপি উচুপি কান্দিব ধৰিলে ।

## দুই

আবেলি মই কিতাপ-পত্ৰ লৈ চটত বহিলোঁ । এইখিনি সময়ত চটত বহি পঢ়া শুনা কৰিবলৈ মোৰ ভাল লাগে । জেটলে পৰিবাৰে চটৰ এটা মূৰত খেঁহু মেলি দিয়ে । বেচনৰ খেঁহু সিহঁতে ধুই মেলিহে চকিত পিহিব দিছিল ।

বেঁহুবোৰ তুলি নিৰলৈ এটা সময়ত হৰিদেৱীয়ে ভনীয়েক দুজনীৰ সৈতে চটলৈ উঠি আহিল। তাইৰ উদ্দেশ্য অৱশ্যে বেঁহু তোলাত নাছিল। হৰনাম সিং মাস্তানাৰ বিষয়ে কিছু জনাবহে তেওঁৰ ইচ্ছা আছিল।

হৰিদেৱী আহি মোৰ টেবুলৰ ওচৰত থিয় হ'ল। ঘৰলৈ গৈয়ো তাই হয়তো কান্দিছিল। চকুযোৰ সেযেকি আছে। কাণৰ ওচৰলৈ আহি ফুচফুচাই কোৱাবদৰে ক'লে তাই,

"শুনিছোঁ ট্ৰেভেল কৰ্পৰেশ্বনে আয়োজন কৰা যাত্ৰাত সিও সম্মিলিত হৈছে! ৰায়ডত সিহঁতৰ ব্যৱসায় একেবাৰে ধ্বংস হৈ গৈছে। ক'ত পইচা পালে সি?"

মই কলোঁ।

"ক'তা লবেন্দ ব'ডৰপৰা মই তাৰ লগত আহিলোঁ, —সিতো একো নকলে!"

"বাজজী এবাৰ তাক মাতি দিব পাৰিব নে?"

মই তাইৰ মুখলৈ মূৰ তুলি চালোঁ। কবৰ মন গ'ল —

"প্ৰেম জোৰ জবৰদস্তিৰ বস্তু নহয়!" নাই নাই হৰিদেৱীক টানকৈ কবলৈ হৃদয়ে নকয়। হৰনাম সিং তাইৰ দেহলাও। জীৱনৰ চব দুৱাৰ বন্ধ হোৱাৰ পাছত যেন এখন দুৱাৰ মেল খাইছিল! নিৰবছিন্নভাৱে ভগৱানক প্ৰাৰ্থনা কৰাৰ ফলতহে যেন সেইখন দুৱাৰ মেল খাইছিল। আৰু তাই হৰনাম সিং মাস্তানাক গুৰুদ্বাৰৰ চিৰিত লগ পাইছিল। হৰিদেৱীয়ে কৈছিল — 'সেই সময়ত গুৰুৰ 'শবদ' চলি আছিল — এটি মধুৰ বাণীয়ে তাইৰ হৃদয় স্পৰ্শ কৰিছিল —

যদি তুমি এখোজ তেওঁৰ ওচৰলৈ আগুৱাই যোৱা
তেওঁ এহেজাৰ খোজ তোমাৰ ওচৰলৈ আগুৱাই আহিব।

মই উঠিলোঁ আৰু খোলা খিৰিকীৰে তললৈ চালোঁ। সৌটো পিলী বিল্ডিঙৰ গ্ৰাউণ্ড ফ্লৰ' আৰু সৌটো দেৱান মহল'ৰ গ্ৰাউণ্ড ফ্লৰ। দুখন খিৰিকী একেবাৰে মুখামুখিকৈ আছে। দুয়োৰে মাজত দুজোপা গুলমোহৰৰ গছ। এতিয়াও ডাল ভৰি ভৰি ফুলি আছে। লাঠি, দাণ্ডা, খোলা তৰোৱাল আৰু বন্দুক লৈ অহা সেই ভয়ানক ভাৱে, খিৰিকীৰ আইনা ভাঙি থৈ গৈছে। সৌৱা তলত কাঠ মিস্ত্ৰিহঁতে এতিয়াও কাম কৰি আছে। ওচৰৰ

হিন্দু-মুছলমান সকলোৱে চান্দা তুলি হৰনাম সিং মাস্তানাইঁতৰ ঘৰ মেৰামতি কৰি আছে। সকলোৱে জানে হৰনামহঁতৰ অৱস্থা বৰ্তমান অত্যন্ত শোক লগা। সৌৱা হৰনামৰ বাপেকে মিস্ত্ৰিহঁতৰ কাম চাই থিয় হৈ আছে। সিহঁতৰ কামত খুঁত ধৰা নাই। একেবাৰে জঠৰ হৈ হাত দুখন পিঠিৰ পিনে মুঠি মাৰি থিয় হৈ আছে। মানুহটো কুঁজা কাৰণে দীঘল ভাটিকোছা পেটৰ তললৈকে ওলমি পৰাৰ দৰে দেখা গৈছে।

মই হৰিদেৱীক ক'লোঁ,–

"সি বোধহয় ক্ষতিপূৰণৰ বাবে লৰা ঢপৰা কৰি ফুৰিছে। মই ফেকালিটিৰ ৰিছাৰ্চ ফ্লৰতো কিছুদিন ধৰি তাক লগ পোৱা নাই।"

"আজি কিন্তু আপুনি তাক লগ পাইছিল। একো কোৱা নাই মোৰ কথা সি ? সঁচাকৈয়ে কওকচোন একো কোৱা নাই সি ?"

হৰিদেৱীৰ মুখলৈ মই মূৰ তুলি চালোঁ। কিন্তু কোনো উত্তৰ দিব নোৱাৰিলোঁ।

হৰিদেৱীৰ বাবে ষ্টভ জ্বলাই চাহৰ ব্যৱস্থা কৰিলোঁ। এনেয়ে তাই চাহ নাখায়। কিন্তু অসমৰ চাহ বুলি ক'লে একধৰণৰ আগ্ৰহ প্ৰকাশ কৰে।

--- আমি দুয়ো মুখামুখিকৈ বহি চাহ খাব ধৰিলোঁ। এইখিনি সময়তে মই হৰিদেৱীক প্ৰশ্ন এটা সুধিলোঁ।

"তোমাক বিয়া কৰাম বুলি হৰনাম সিঙে কথা দিছিল নে ?

তাই তলমূৰ কৰিলে। তাই ওখ ছোৱালী। মুখৰ গঢ় বৰ মনোমোহা যদিও এইখিনি সময়ত তাইক কিছু বয়সীয়া যেন দেখা গ'ল। তাইৰ দুই এডাল চুলিও পকিবলৈ আৰম্ভ কৰিছিল। ক'লে, –

ক্ষেমচাদ খুৰাই যে আমাক বিয়া দিব নোৱাৰে এই কথা সকলোৱে জানে। মণ্ডিতো আমাৰ ব্যৱসায় বেয়া হৈ গৈছে। ৰায়তৰ সময়ত হিমাচলৰ পৰা অহা একট্ৰাক আপেল গুণ্ডাই লুটি নিলে। কেঁচামালৰ বাবে ক্ষতিপূৰণ পাব নোৱাৰে। এটা দফ্‌টৰৰ পৰা আন এটা দফ্‌টৰলৈ ঘূৰি ফুৰোতে ক্ষেমচাঁদ খুৰাৰ জোতাৰ চোল ক্ষয় গৈছে।

---- নিজৰ তিনিজনী ছোৱালী আছে। আজিকালি সাধাৰণ মেকানিক এটাই বিয়াৰ বাবে কুৰি হেজাৰ টকা দাবী কৰে। শশী কুআই কয় আমাৰ যদি বিয়া হয় তেতিয়াহলে তাই পাব্লিক ৰাস্তাত গৈ মূৰ খুন্দিয়াই খুন্দিয়াই মৰিব। বাওনীৰ বিয়া নোহোৱাকৈ আমাৰ বিয়াৰ কথা উঠিব নোৱাৰে।

বৰ যন্ত্ৰণা দিয়ে পণী পেহীয়ে আমাক। মানসিক সন্তুলনো তেওঁৰ নোহোৱাৰ দৰে।"

"মই আটাহ পাৰি উঠিলোঁ – কিন্তু বাওনীক বিয়া কৰাব কোনে ?"

কিছুসময় মৌন হৈ থাকি তাই ক'লে,

"দেশ বিভাজন নোহোৱাহেঁতেন, আমাৰ এই অৱস্থা নহ'লহেঁতেন। আমাৰ ককাইত পেছোৱাৰৰ আটাইতকৈ ডাঙৰ আখৰোটৰ ব্যৱসায়ী আছিল। আমাৰ বংশত তিৰোতাৰ উপাৰ্জন খোৱা বৰ লজ্জাৰ কথা আছিল। ক্ষেমচাঁদ খুৰাই নিৰিচাৰে আমি কলেজলৈ গৈ পঢ়া শুনা কৰোঁ-- কাম কৰোঁ।"

মই কলোঁ, –

"সেইবোৰ পুৰণা কথা আছিল। স্কুলত পঢ়াৰ পাছত তোমালোক কলেজলৈ যাব লাগিছিল। দিল্লীৰ বিশ্ববিদ্যালয় অক্সফৰ্ড আৰু কেম্ব্ৰিজৰ আৰ্হিত সজা হৈছিল। ইয়াত পঢ়িবলৈ পোৱা বৰ সৌভাগ্যৰ কথা।"

পঢ়িবলৈ বৰ ইচ্ছা আছিল। অভাৱ। জেটলে খুৰাৰ বৰ অভাৱ। শেষলৈ আমাৰ বিয়া-বাৰুৰ কথাও নোকোৱা হ'ল। কোনোবাই সুধিলে কয় – "বিভাজনৰ বলি হাৰজানি, বেদপাল আৰু জোটোৱানিহঁতেওতো ভনীয়েকহঁতক বিয়া দিব পৰা নাই। ইয়াত তিনিও বাই-ভনীয়ে খাই লৈ মোৰ আশ্ৰয়ত আছে। থাকক।

---বিস্ময়কৰ। বিস্ময়কৰ। এয়া ভাৰতৰ ৰাজধানী। দিল্লী। সাত সাগৰ তেৰ নদীৰ পাৰ হৈ অহা ছাত্ৰৰো ইয়াত দহৰম মহৰম লাগি থাকে। অকল আফ্ৰিকাৰে সাত হেজাৰ ছাত্ৰই ইয়াত পি পিয়াই ফুৰে। তিনিকুৰি পাঁচখন কলেজ সিচঁৰতি হৈ আছে এই ৰাজধানীত। ডেৰ লাখতকৈও অধিক ছাত্ৰই এই বিশ্ববিদ্যালয়ত শিক্ষাগ্ৰহণ কৰে। --- এইবোৰ ছাত্ৰৰ পৰীক্ষাৰ বাবে ভাৰত চৰকাৰে হেনো খোৱা বছৰ এঘাৰ কোটি টকা খৰচ কৰিবলগীয়া হৈছিল। সমগ্ৰ ভাৰতত্তে শিক্ষাৰ মুখ্য কেন্দ্ৰ হৈ পৰা এয়া দিল্লী। এই শিক্ষা কেন্দ্ৰৰ প্ৰাচীৰৰ গাত লাগি থকা জেটলী পৰিবাৰৰ এই ছোৱালীজনীয়ে কয় –

"আমি গোড়া মানুহ। ক্ষেমচাঁদ খুৰাই নিৰিচাৰে আমি কলেজলৈ গৈ পঢ়া-শুনা কৰোঁ। আমাৰ বিৰাদাৰি'ৰ কোনেও পঢ়া-শুনা কৰা নাই।"

নাই কোনো প্ৰতিক্ৰিয়া নাই। যেনেদৰে এই মহানগৰৰ কিছুমান অট্টালিকাৰ গাতে গা লাগি থিয় হৈ থকা জুপুৰিবোৰে হেজাৰ হেজাৰ বছৰ

থবি কোনো প্ৰতিক্ৰিয়া কৰি অহা নাই তেনেদৰে দিল্লীৰ এই বিশাল শিক্ষা কেন্দ্ৰটিৰ গাতে গা লাগি থকা দেশ বিভাজনৰ বলি হোৱা ক্ষিদ্ৰমান মানুহক এই শিক্ষা কেন্দ্ৰটিয়ে কোনো দিনে, কোনো বিষয়ত সঙ্গ পাৰি তোলা নাই। স্বাধীন ভাৰতৰ ৰাজধানীত এই কথা বৰ অদ্ভুত কথা যেন ধাৰণা হয়। কিন্তু এই কথা সঁচা কথা।

তাই ক'লে – "বিভাজনৰ বলি বেদপালহঁতৰ ভনীয়েকৰ বিয়া হোৱা নাই। সিহঁত বুঢ়ী হৈ গৈছে। যেঁহু বাচোঁতে বাচোঁতে সিহঁতৰ হাত উটৰ ছামৰাৰদৰে হৈ গৈছে।

"তেতিয়াহ'লে কি কৰিবা ? যদি হৰনাম সিং মাস্তানাই বিয়া কৰাবলৈ অমান্তি হয় ? সিহঁত শিখ, তুমি হিন্দু। তুমিতো দিল্লী চহৰত নিজে গৈ মানুহ বিচাৰিব নোৱাৰিবা ? সময় বাগৰি যোৱাৰ লগে লগে একেবাৰে কাইটীয়া হাবিত সোমাব লাগিব।"

--- নাই নাই হৰিদেৱীৰ সেই মুখলৈ মূৰ তুলি চাই মোৰ মনত উঠা-এই প্ৰশ্ন মই প্ৰকাশ কৰিব নোৱাৰিলোঁ। অকস্মাৎ তলৰ মহলাৰ পৰা লক্ষ্মীয়ে চিঞৰিব ধৰিলে, –

"হৰি নামি আহ, নামি আহ। শশী বুআ আৰু বাওনী আহি 'চৌকৰ' ওচৰ পাইছেহি।"

একে কোবেই খাটিয়াৰ পৰা জপিয়াই তাই মাটিত নামিল। ঘেঁহুৰ টোপোলাটো সামৰি লৈ মোক মাত নলগোৱাকৈয়ে তাই কোঁ-কোঁৱাই তললৈ নামি গ'ল।

----- ৰোশানাৰা বাগৰ মছজিদৰপৰা আজান দিয়াৰ শব্দ শুনা গ'ল।

বাগানৰ ভিতৰত একেবাৰে ধ্বংস হৈ পৰা খণ্ডহৰবোৰত সূৰ্য্যৰ শেষ ৰশ্মি পৰিল। শোক বিগলিত সঙ্গীতৰ দৰে এই খণ্ডহৰবোৰে জীৱনৰ নশ্বৰতাক এই সময়ত যেন একেবাৰে মাঙঠ কৰি দেখুৱালে।

বেলকনিৰ দুৱাৰ মাৰি মই ভিতৰলৈ সোমাই আহিলোঁ। দূৰৈৰ ৰোশানাৰ ক্লাবৰপৰা পিয়ানোৰ শব্দ ভাঁহি অহা শুনা গ'ল। আজি কিবা উৎসৱ আছে হয়তো মিলিটেৰী বিউগল'ৰ আৱাজো ভাঁহি আহিছে।

এক শীতল নিসঙ্গতাবোধেও দেহৰ শিৰা-উপশিৰাবোৰ এনেদৰে কোচ খোৱাই আনে যে ভাৱ হয় যেন আৰু এখোজো আগবাঢ়িব পৰা নাযাব।

বাতি হৈ অহাৰ লগে লগে চন্দ্ৰৰ এক ৰহস্যময় কিৰণ সন্মুখৰ বাগিচাত বিয়পি পৰিল ।

চন্দ্ৰৰ কিৰণৰ হুবহু বৰ্ণনা কোনোবাই দিব পাৰিছে নে ?

মীৰে দিব পাৰিছিল নে ?

মমিনে ? গালিবে ? ফাইজ আমহদ ফাইজে ? যাৰ নখ দৰ্পণত দিল্লীৰ ছবি অহৰহ ভাস্বৰ হৈ আছিল । .

--- মোৰ সন্মুখত সৌৱা বোশানাৰা বাগিচাৰ খণ্ডহৰ । চন্দ্ৰৰ কিৰণে ইয়াত কাপৰ গুড়ি ছটিয়াই থৈছে । ---- আহ কাপৰ গুড়ি নে ছাই সেইবোৰ ? ৰাজকুমাৰী ৰৌশানাৰাৰ কবৰৰ ওপৰত কাপৰ গুড়ি নে ছাই ?

একপ্ৰকাৰ নৱকলৈ ৰূপান্তৰিত হোৱা দিল্লীৰ ঘন্টা ঘৰ এলেকাৰ গাড়ীৰ হিৰহিৰণি এতিয়া কমি আহিছে । ৰৌশানাৰা ৰোড যি ঠাইত জি.টি. ৰোডৰ লগ লাগিছে । সেই ঠাইত অৱস্থিত কচাইৰ দোকান তিনিখনৰ ওচৰত অৱশ্যে এতিয়া গণ্ডগোল আৰম্ভ হৈছে । এতিয়া তাত ট্ৰাক ড্ৰাইভাৰ বোৰে মদ খাই গণ্ডগোল আৰম্ভ কৰি দিছে ।

--- কিমান সময় এই ৰাস্তাৰ পিনে মুখ কৰি থকা বেলকনিত থিয় হৈ আছিলোঁ মনত নাই ।

হঠাৎ আগকালৰ দুৱাৰত কোনোবাই প্ৰচণ্ড জোৰেৰে গোৰ এটা মৰা শুনিলোঁ । গোৰ নহয় । ---এয়া কোনোবাই ঢকিয়াইছে ।

উৰা মাৰি অহাৰদৰে আহি মই দুৱাৰ খুলি দিলোঁ । কিন্তু লগে লগে চক খাই পিচুৱাই গ'লোঁ,

এয়া মোৰ সমুখত হৰনাম সিং মাস্তানা ? বাতিৰ অন্ধকাৰত গা ঢাকি অহাৰদৰে আহিছে সি । মই থকা-মকাকৈ দুৱাৰ মুখত বৈ থকা হৰনাম সিঙক লৈ কাঠৰ চকিখন আগুৱাই দিলোঁ , সি বহিল । ঘাম আৰু পেট্ৰলৰ পৰা অহা গোন্ধ এটা চাৰিওফালে বিয়পি পৰিল । চকিত বহি সি, জেপৰপৰা ৰুমাল উলিয়াই মুখ মচি ল'লে । তাৰ পাছত ক'লে, –

"আপুনি কপালত বৰ বেছি আঘাত পালে নেকি ?"

"নাই নাই । সেই বাবেই যদি তুমি আহিলা – তেতিয়াহ'লে এনেয়ে আহিলা ---;"

সি আকৌ মুখখন মচি লৈ ক'লে, –

"নাই নাই । সেই বাবে অহা নাই । মোৰ এটা কাম আছে ।"

"কাম ?"

"হয় হয় এটা সৰু কাম আছে !"

ট্ৰাউজাৰৰ পকেটৰপৰা সি সৰু পেকেট এটা উলিয়াই নেভিব্লু কভাৰৰ পাছপৰ্ট এখন মোৰ পিনে আগুৱাই দিলে ।

এইখন মোৰ পাছপৰ্ট ।

"মই কিছুদিন বম্বেত আছিলোঁ । তাত থকা আমাৰ পুৰণা চিনাকী শিখ পৰিবাৰ এটাৰ লগত লগ লাগি ব্যৱসায় কৰাৰ সংকল্প কৰিছিলোঁ । সেই সময়তে এই পাছপৰ্ট কৰিছিলোঁ । এতিয়া কিছুদিনৰ বাবে মই বিদেশলৈ যোৱাৰ সুযোগ এটা পাইছোঁ । কিন্তু পাছপৰ্টখনত মোৰ স্থায়ী ঠিকনা বম্বে থাকিল । এতিয়া যিহেতু দিল্লীয়ে হ'ল আমাৰ স্থায়ী ঠিকনা । গতিকে ভিছাৰ বাবে আবেদন কৰিবলৈ হ'লে মই বম্বেলৈ যাব লাগিব । কিন্তু পাছপৰ্ট অফিছলৈ গৈ মই যদি ঠিকনাটো সলনি কৰি আনো তেতিয়াহ'লে মই ইয়াতেই ভিছা পাম ! খবৰলৈ জানিলো এগৰাকী এম, পি'ৰ হতুৱাই যদি পাছপৰ্ট অফিছাৰলৈ এখন চিঠি লৈ যাব পাৰোঁ তেতিয়াহ'লে চব কাম সহজ হৈ যাব !"

এই কথাখিনি একেবাহে কৈ হৰনাম সিং মান্তানাই আকৌ এবাৰ মুখখন কমালেৰে মচি ল'লে । তাৰ পাছত ক'লে, –

"হৰিদেৱীয়ে কৈছিল আপোনাৰ এম, পি, কেইজন মানৰ লগত চিনাকি আছে । তেওঁলোকৰ এগৰাকীৰ পৰা চিঠি এখন আনিলেই হ'ব ।"

"চিঠি !"

"হয় ! হয় ! এম,পি, এগৰাকীৰ চিঠি এখনে অনেক কাম কৰিব পাৰিব ।"

হৰনাম সিং মান্তানাক এই সৰু কামটো কৰি দিবলৈ মোৰ কোনো অসুবিধা নাছিল । কাৰণ বিশ্ববিদ্যালয়ৰ লিটাৰেৰি ফ'ৰামলৈ কেইবাগৰাকীও এম,পি, আহিছিল । তাত মই কেতিয়াবা কবিতা পঢ়িছিলোঁ । চিনা জনা হৈছিল । সৰহভাগেই মোৰ প্ৰতি সহানুভূতিশীল আছিল । --- বিশেষকৈ যেতিয়া আখনুৰত পাকিস্তানী সেনাই মোৰ স্বামীক গুলীয়াই হত্যা কৰাৰ কথা শুনিছিল আৰু চৰকাৰে মোক এটা জলপানী দি পঢ়িবলৈ পঠিয়াইছিল বুলি জানিছিল, তেতিয়াই লিটাৰেৰি ফৰ্মৰ দুই এগৰাকী এম,পি,য়ে সীমান্তৰ পুলিচ চৌকিত হোৱা গুলীয়াগুলিৰ বিষয়ে মোক অনেক প্ৰশ্ন সুধিছিল ।

সেই সময়ত মই ঠিক সকলোকে বুজাব নোৱাৰিছিলোঁ । ----হৰনাম সিঙৰ পাছপৰ্টখন মই খুলি চালোঁ । এৰা চব ঠিকে আছে । পাছপৰ্টৰ

নম্বৰ, ৰাষ্ট্ৰৰ বিৱৰণ ? হয় হয় বিৱৰণো ঠিকেই আছে। চুলি চকু উচ্চতা ফটো চব ঠিকেই আছে। কিন্তু পাছপৰ্টৰ পঞ্চম পৃষ্ঠাত থকা ঘৰৰ ঠিকনা, টিপ্‌পনি, এৰা এইখিনিতে গণ্ডগোল।

এইখিনি কথা ক'বলৈ আহি হৰনামে অত্যন্ত আড়ষ্টতা অনুভৱ কৰিছিল। বাৰে বাৰে কপালৰ ঘাম মচিবলগীয়া অৱস্থা হৈছিল। ----- সৌৱা সি মোৰ সমুখত বহি আছে, সোধো নেকি তাক হৰিদেৱীৰ কথা ? নাই নাই সি এনেদৰে বহি আছে যে হৰিদেৱীৰ কথা সোধা অসম্ভৱ কথা।

কিছু সময় মৌন হৈ থকাৰ পাছত মই সুধিলোঁ –

"হৰনাম, তেতিয়াহ'লে তুমিও ট্ৰেভেল কৰ্পৰেশ্বনৰ লগত যাবা।"

সি মূৰ দুপিয়ালে।

কিন্তু মই আৰু প্ৰশ্ন কৰাৰ আগেয়ে সি থিয় হ'ল। ক'লে –

"আমি বোধহয় একেলগেই ভ্ৰমণ কৰিম। আপোনাৰ উপকাৰ নাপাহৰোঁ।"

পাছপৰ্টখন মোৰ বিছনাত থৈ সি যেনেকৈ গপগপাই আহিছিল তেনেকৈ গপগপাই ওলাই গ'ল।

---- ইতিমধ্যে ৰাতি গভীৰ হৈ আহিল। সিং সভা ৰ'ডৰ একেবাৰে মূৰৰ মদিৰাৰ দোকানখনত বাৰকৈয়ে হট্টগোল আৰম্ভ হৈছে। কোনোবাই চাগে কিউ ব্ৰেক কৰি মদিৰাৰ বটল আনিব গৈছিল। সেইবাবেই হয়তো মাৰ-ধৰ লাগিছে। ৰৌশানাৰা ৰ'ডৰ পিনে মুখ কৰি থকা ৱাৰ্ক শ্বপখনৰ বনুৱাবোৰে সমুখৰ বাগিচাৰ মুকলিত শুবলৈ গৈছে। বৰ গৰম হ'লেহে সিহঁতে ৰৌশানাৰ বাগিচাৰ জামুৰ তললৈ যায়। নহ'লে সিহঁতে আলিৰ দাঁতিতে খাটিয়া পাৰি শোৱে। সৌৱা হৰনাম সিং মাস্তানাৰ দেউতাক। তেওঁ এতিয়াও শুব পৰা নাই। মূৰত বগা পাগুৰি। একেবাৰে পেটলৈকে বাগৰি পৰা বগা ডাটি। ধকধককৈ বগা কুৰ্তা আৰু পাইজামা। তেৱোঁ শুব নোৱাৰে। পেচোৱাৰৰ পৰা একেবাৰে দেৱলীয়া হৈ অহাৰ পাছৰেপৰা তেওঁ এক ধৰণৰ ইনচোমনিয়া ৰোগত ভুগিছে। শুব নোৱাৰে। ৰৌশানাৰাৰ সমাধি আৰু ৰৌশানাৰা ৰ'ডৰ ফুটপাথত অহা-যোৱা কৰি তেওঁ প্ৰায় গোটেই ৰাতি অতিবাহিত কৰে। পুৱাহে হোনো এক ঘন্টামান শুৱে। আকৌ উঠিয়েই গা-পা ধুই 'জপজী' পঢ়ে। সিং সভা ৰ'ডৰ বাকী সকলো শুইছে। ঠেলা গাড়ী চলাই এই সৰবীমণ্ডি এলেকাত পাচলি বিক্ৰী

কৰি ফুৰা বিহাৰী বেপাৰী কেইটাইও এতিয়াও শুইছে। সিহঁতে আমাৰ দেৱান নিবাসৰ ফুটপাথত শোৱে। সিহঁতৰ ঠেলা গাড়ীবোৰত বস্তা জাপি দিয়া আছে।

হঠাৎ সিং পৰিয়ালৰ পদুলিৰ মুখত মটৰ চাইকেলৰ ঢপ ঢপ শব্দ শুনা গ'ল। ক'ত ওলাই গ'ল হৰনাম সিং মাস্তানা ? এই দোভাগ ৰাতি ক'ত ওলাই গ'ল সি ?

সৌখন তাৰ পাছপ'র্ট,

হৰনাম সিং মাস্তানাৰ পাছপ'র্ট।

তিনি

ট্ৰেভেল কর্পৰেশ্বনে অৱশেষত ব্ৰীফিঙৰ কাৰণে যাত্ৰী সকলক মাতি পঠিয়ালে। যাত্ৰীসকলৰ মাজত চিনা-জনাৰ প্ৰয়োজন। এই যাত্ৰা এক সুদীর্ঘ যাত্ৰা। ইউৰোপৰ ৰাণী পেৰিচৰ পৰা আঙুৰবন আৰু আলপছ্ পর্বতৰ ৰূপালী শিৰস্ত্ৰাণৰ জ্যোতিৰে জাতিষ্কাৰ হৈ থকা সুৰঙ্গময় পথেৰে গৈ উপস্থিত হ'ম জেনেভা চহৰত। বাগিচাৰ চহৰ, নাবিকৰ চহৰ জেনেভা। আৰু আগুৱাই যাম আমি মাইকেলএঞ্জেলোৰ চহৰ ফ্লৰেন্সলৈ। ------- সেই মহান শিল্পীয়ে ভ্ৰমণ কৰা পথৰ ধূলিবালি মই হাতেৰে স্পর্শ কৰিব পাৰিম, ---- আৰু যি ঠাইত থিয় হৈ তেওঁ আকাশৰ মেঘৰ প্ৰতিমূৰ্তি চাই চাই মানুহৰ নক্সা কৰিছিল সেই ঠাই ? ফ্লৰেন্সৰ পৰা আগুৱাই যাম সেই শাশ্বত মহানগৰ ৰোমলৈ। নেপলছত প্ৰাচীন ৰোমান সাম্ৰাজ্যৰ ভগ্ন অৱশেষবোৰ চাই, আনাকাপ্ৰিত শামুক বুটলিম। ৰৌদ্ৰস্নাত নীলাভ কপ্ৰিত সময় উলিয়াব পাৰিলে ব্লু গ্ৰোটোগুহলৈ গৈ সাপৰ মূৰৰ নীলা মাণিকৰদৰে পানীৰ এক বিস্ময়কৰ শোভা চাব পাৰিম। তাৰ পাছত নাবিকৰ আৰু মহা শিল্পী টাইশ্বনৰ দেশ ভেনিছ ? ইন নদীৰ পাৰত থকা ইন্‌ছব্ৰুক ? তাত হেনো হিটলাৰৰ আত্মাই বিচৰণ কৰে ? সঁচাকৈয়ে নে ? আৰু কলিন, য'ৰ এটা গীৰ্জা ঘৰত ----- ? টিউলিপ ফুল আৰু উইণ্ডমিলৰ দেশ হলেণ্ড ? আৰ্মষ্টেৰডামৰ হীৰাৰ জহুৰীৰ মহল্লা উত্তৰ সাগৰ পাৰ হৈ লণ্ডন। ভিক্টোৰীয়াৰ লণ্ডন ! ডিকেন্সৰ লণ্ডন। সুদীৰ্ঘ যাত্ৰা।

এক ৰোমাঞ্চকৰ যাত্ৰা।

এই যাত্ৰাত মোৰ সমস্ত জমা পুঁজি হয়তো শেষ হৈ যাব। ----- কিন্তু হৰনাম সিং মাত্তানাক কোনে ফাইনান্স কৰিব ? অক্টোবৰৰ বায়ৰতত সিইঁতৰ চৰ পুৰি ছাই হৈ গৈছে। বিস্ময়কৰ কথা।

❑ ❑ ❑ ❑

-- বৌশানাবা ৰ'ডৰ পিনে মুখ কৰি থকা ট্ৰেভেল কৰ্পৰেশ্বনৰ অফিচত মই বৰ আগ্ৰহেৰে সহযাত্ৰীসকলৰ বাবে অপেক্ষা কৰি থাকিলোঁ। মোৰ আগেয়ে অৱশ্যে এগৰাকী যাত্ৰী আহি বহি আছিল। ডেনেই চাপৰ। বয়সো বেছি হোৱা নাই। একেবাৰেই গাঁঠলু চেহেৰা। তেওঁ মাতবোল কৰা নাই। ময়ো মাতবোল কৰা নাই। শেষত এগৰাকী দুগৰাকীকৈ যাত্ৰীসকল আহিবলৈ আৰম্ভ কৰিলে। ওখ হিলৰ জোতা পিন্ধি, হেকাই-কোপাই এগৰাকী তৰুণী আহি মোৰ ওচৰত বহিল। তাই অলপ বেছিকৈয়ে প্ৰসাধন কৰিছে। সুন্দৰ ওঁঠ লিপষ্টিকেৰে তলমলাই আছে। চুৰিদাৰ আৰু কামিজ পিন্ধা কাৰণে তাইক বৰ স্মাৰ্ট যেন দেখা গৈছে। উৎসাহ আৰু কৌতূহলেৰে তাই ইফালে সিফালে চাব ধৰিলে। ভ্ৰমণৰ উত্তেজনাই তাইক বোধহয় বাককৈয়ে পাইছিল।

মই বৰ অধীৰ হৈ হৰনাম সিং মাত্তানাৰ বাবে অপেক্ষা কৰিলোঁ। এই মুহূৰ্তত মোৰ ভাৱ হ'ল এই যাত্ৰাত হৰনাম সিং মাত্তানা চামিল হ'লেই ভাল হ'ব। তাক কোনে ফাইনান্স কৰিব এই কথা ভাৱি মূৰ ঘমোৱাৰ প্ৰয়োজন নাই। এই সুদীৰ্ঘ যাত্ৰাত এগৰাকী চিনাকী মানুহ যাব। এয়ে মোৰ বাবে ডাঙৰ কথা।

-- এখন বৰ ডাঙৰ গাড়ী অফিছৰ বাহিৰত থিয় হ'ল। থুলন্তৰ বপুৰ দুগৰাকী মানুহ গাড়ীৰ পৰা নামিল। পিচ্ছন উৰণত মহিলা দুগৰাকীক মাৰোৱাৰী মানুহৰ দৰে লাগিল। দুয়ো গৰাকীয়ে ওৰণি লৈছিল। নাকত হীৰাৰ নথ জিলিকি আছিল। ভিতৰলৈ আহি তেওঁলোকে নিজৰ ভিতৰতে কথা-বতৰা কোৱাত মগ্ন হৈ পৰিল।

মই একপ্ৰকাৰ অধৈৰ্য্যই হৈ পৰিলোঁ। অন্তৰেৰে হৰনাম সিং মাত্তানাক বিচাৰিলোঁ। এইবোৰ মানুহ, মোৰ সন্মুখত বহি থকা এইবোৰ মানুহ মোৰ এই সুদীৰ্ঘ যাত্ৰাৰ বাবে যেন ঠিক নহ'ব, এনে এক ভাৱ হ'ল। ----- এনে এক সময়তে হঠাৎ মই লাখুটিৰ খট খট শব্দ শুনিলোঁ। এই খট্ খট্ শব্দ একেবাৰে অফিচৰ ওচৰলৈ আহিল। আমি সকলোৱে মূৰ তুলি চালোঁ।

মোৰ বিস্ময়ৰ সীমা নাথাকিল। লাখুটিত ভৰ দি দিল্লী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ বৃদ্ধ অধ্যাপক জৰ্জ কানিংহামো আহিছে। তেওঁৰ হাতত এটা ফাইল। পাঁচ বছৰ এক্সটেনশ্বনৰ পাছত পয়ষষ্ঠি বছৰ বয়সত জৰ্জ কানিংহামে অৱসৰ গ্ৰহণ কৰিছিল। যোৱা মাহত তেওঁক বিদায় দিবৰ বাবে কনভোকেশ্বন হলত বৰ জাকজমকভাৱে এখন সভা পতা হৈছিল।

মই আগুৱাই গৈ তেওঁক সম্ভাষণ জনালোঁ। তেওঁ মোৰ হাত এখনত খামুচি ধৰি মোৰ ওচৰতে বহিল। তেওঁৰ লগত মোৰ পুৰণা পৰিচয় আছিল। অন্তৰঙ্গ সম্বন্ধ অৱশ্যে নাছিল। কাৰণ তেওঁ মূধাফুটা পণ্ডিত আৰু মই এগৰাকী সাধাৰণ ৰিচাৰ্ছ স্কলাৰহে আছিলোঁ। কিন্তু দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপক জৰ্জ কানিংহাম বৰ বিনয়ী ব্যক্তি। অফিচৰ পিয়নবোৰৰ লগত বহিয়ো কেতিয়াবা তেওঁ কফি খাইছিল। ভৰ্তিকৰণৰ সময়ত এই চতুৰ্থবৰ্গৰ কৰ্মচাৰীসকলে তেওঁক ব্যতিব্যস্ত কৰি মাৰিছিল। অথচ এনে এটা সময় আছিল যি সময়ত তেওঁ বৰ ক্ৰুৰ ব্যক্তি বুলিও হেনো খ্যাতি আছিল। আজি ভালদৰে মই তেওঁক লক্ষ্য কৰিলোঁ। চকুত তেওঁৰ ডাঠ ফ্ৰেমৰ চচ্মা। কোনো কোনো এংগলৰ পৰা তেওঁৰ এই চকু অভাৱনীয়ভাবে ডাঙৰ দেখা গৈছে। পিন্ধনত একেবাৰে সোলোক-ঢোলোক পেন্ট। টি চাৰ্টটো পুৰণা যদিও পৰিষ্কাৰ। পাঁচ বছৰ আগেয়ে লণ্ডনত তেওঁৰ পৰিবাৰৰ মৃত্যু ঘটিছিল। পৰিবাৰে ভাৰতবৰ্ষ ভাল নাপাইছিল। ধূলি আৰু দুৰ্ভিক্ষৰ দেশত বাস কৰা বুলি জৰ্জ কানিংহামক জীয়াই থকা দিনকেইটা অলপো শান্তি দিয়া নাছিল। মৃত্যুৰ সময়ত তেওঁ জৰ্জ কানিংহামক এটাই অনুৰোধ কৰি গৈছিল – যাতে শেষ দিনকেইটা নিজৰ বংশ কুটুম্বৰ সৈতে লণ্ডনৰ লিভাৰপুল ষ্ট্ৰীটলৈ আহি বাস কৰে আৰু তেওঁৰ জমাপুঁজি এটা কেন্সাৰ হাস্পাতালত দান দিয়ে।"

এই কথা তেওঁক দিয়া বিদায় সভাৰ দিনা তেওঁ নিজেই প্ৰকাশ কৰিছিল। --- তেতিয়া হ'লে জৰ্জ কানিংহামে ভাৰতবৰ্ষৰ পৰা বিদায় লৈ যাবলৈ আহিছে। এই কথা এই মুহূৰ্তত অৱশ্যে মই তেওঁক সুধিব নোৱাৰিলোঁ। অনেক কথা আছিল। এই মুহূৰ্তত একো সুধিব পৰা নাই।

---- সকলোৱে বৰ আগ্ৰহেৰে এই ভ্ৰমণৰ লীডাৰ গৰাকীলৈ অপেক্ষা কৰি আছে। ট্ৰেভেল কৰ্পৰেশ্বনৰ এই সৰু কোঠাটোত লাহে লাহে যাত্ৰীৰ সংখ্যা ব'ঢ়ি আহিল। মোৰ নিচেই ওচৰৰ চোফাখনত আহি বহিল দিল্লীৰ

বিখ্যাত ব্যৱসায়ী দয়ানন্দ কাপুৰ আৰু তেওঁৰ পুত্ৰ অনুপ কাপুৰ। দয়ানন্দ কাপুৰ বিৰাট বপুৰ মানুহ। কিন্তু অনুপ কাপুৰ তেনেই ক্ষীণ আৰু ওখ। আজিকালিৰ ল'ৰাবদৰে তাৰ চুলিও দীঘল নহয়। গোঁফো নাই।

এটা সময়ত ভিতৰৰ কেবিনটোৰ দুৱাৰ খোলা গ'ল। খাকী ৰঙৰ উৰ্দি পিন্ধি থকা অৰ্ডালী এটা ওলাই আহি হিন্দি ভাষাতে ক'লে -

"আপোনালোকে সৌ কেবিনটোৰ ভিতৰলৈ যাওক তাত বহাৰ ব্যৱস্থা কৰা হৈছে।" টুৰ লীডাৰ ইস্মাইল চাহাবো আহি পাইছে।

---- টুৰ লীডাৰ অৰ্থাৎ এই ভ্ৰমণৰ নায়কৰ কোঠালৈ সোমোৱালৈকে মই একেবাৰে অধৈৰ্য্য হৈ আছিলোঁ। এৰা কি কৰে সি ? আ ইব নে নাহে সি ? তাক ওচৰত পালে মই হৰিদেৱীৰ কথা ক'ব প'ম।

আমি কেবিনত সোমালোঁ। হৃষ্ট-পুষ্ট চেহেৰাৰ নসিৰ ইস্মমাইল। ট্ৰেভেল কৰ্পৰেশ্বনৰ এই ভ্ৰমণৰ গাইড। মুৰত চুলি নাই। একেবাৰে তপা। পৰিষ্কাৰ পৰিচ্ছন্ন সাজ-পোছাক। এই জেঠ মাহতো তেওঁৰ ডিঙিত টাই ওলমি আছিল। তেওঁ নিজে থিয় হৈ আমাক ওচৰে-পাজৰে থকা চকি আৰু চোফাত বহিব দিলে। তেওঁৰ একাষে নেভি ব্লু ৰঙৰ কিছুমান বিচিত্ৰ ফাইল। ফাইলবোৰৰ ওপৰত লিখা নামবোৰ চাই তেওঁ এটা এটাকৈ ফাইলবোৰ বিলাই দিব আৰম্ভ কৰিলে। এই ফাইলত আমাৰ প্ৰত্যেকৰে পাছপৰ্ট এক টি এছুৰ পাঁচশ ডলাৰ ( ডলাৰৰ চৰকাৰী ৰেট ১৩ টকা আছিল। কিন্তু ব্লেকত দিল্লী চহৰত ১৬ টকা কৈ পোৱা গৈছিল ) আৰু টুৰ প্ৰগ্ৰেমৰ একোখন চাৰ্কুলাৰ আছিল। হোটেলৰ তালিকা এখনো আছিল। আমি সকলোৱে টুৰৰ খৰচ বহু দিনৰ আগেয়ে দিবলগীয়া হৈছিল।

ফাইলবোৰ বিলাই দিয়াৰ পাছতো এটা ফাইল বাকী থাকিল। মোৰ বুজিবলৈ বাকী নাথাকিল সেইটো ফাইল নিশ্চয় হৰনাম সিং মান্তানাৰ।

এইবাৰ টুৰ লীডাৰ ইস্মাইল থিয় হ'ল আৰু সকলোৰে পিনে চাই ক'লে, –

"প্ৰায় ডেৰ মাহ আপোনালোক একেলগে থাকিব লাগিব, একেলগে ফুৰিব লাগিব। এই সুদীৰ্ঘ পথ একেলগে ভ্ৰমণ কৰাৰ সময়ত মাজে সময়ে দুই এটা মতভেদ হোৱা স্বাভাৱিক। এই মতভেদ আৰু মুৰ খুন্দিওৱা খুন্দিৰ ফলত দুই এটা টুৰৰ আনন্দ একেবাৰে মাটি হৈ যোৱাৰ অভিজ্ঞতা আমাৰ আছে। কিন্তু আপোনালোকৰ এই দলটি বৰ বিচিত্ৰ মানুহৰ দ্বাৰা গঠিত। ---ইয়াত সুখ্যাত অধ্যাপক জৰ্জ কানিংহাম আছে, মোৰ পিনে

আঙুলিয়াই ক'লে, সৌৱা ৰাজজীৰ দৰে কবিও আছে। দয়ানন্দ কাপুৰৰ দৰে দিল্লীৰ পুৰণি বাসিন্দা আৰু স্বনামধন্য ব্যৱসায়ীও আছে। সৌৱা (গাঠলু চেহেৰাৰ প্ৰথমে অহা ভদ্ৰলোক জনৰ পিনে আঙুলিয়াই ক'লে) আগ্ৰাৰ প্ৰখ্যাত উৰ্ক ল শাস্ত্ৰীও আছে।

(কিন্তু হৰন ম সিং মান্তানা ক'ত ? হৰনাম সিঙৰ পৰিচয় ক'ত ?)

চেখচৰাইৰ কোটিপতি ব্যৱসায়ী আগৰৱালাৰ পৰিবাৰো আছে। আনন্দৰ এটা বৰ সুখময় পৰিবেশ আপোনালোকে গঢ়ি তুলিব পাৰিব বুলি আমাৰ বিশ্বাস ?

এতিয়া কেইটামান প্ৰয়োজনীয় কথা খোলাখুলিকৈয়ে আপোনালোকক ক'ব লাগিব।

(অ.ঃ হৰনাম সিং মান্তানাই এই কথা শুনিব লাগিছিল। নেভী ব্লু ফাইলটো ইস্মাইলে কাষতে থকা ড্ৰয়াৰৰ ভিতৰত এতিয়াও ভৰাই থোৱা নাই)

সকলোৱে সমস্বৰে ক'লে –

"কি কথা ক'ব ?"

"ইউৰোপৰ বিশেষকৈ ৰোমত আপোনালোক অলপ সাৱধান হ'ব। আন্তৰ্জাতিক কুখ্যাতিসম্পন্ন মাফিয়াসকলৰ আৱাসস্থান। তদুপৰি ৰোমৰ ড্ৰাইভাৰৰ দ্ৰুতগতিৰ কথা সকলোৱে জানে। এবাৰ আমাৰ ভ্ৰমণকাৰী এটিয়ে কথমপিহে প্ৰাণ লৈ উভতি আহিব পাৰিছে। আপোনালোকৰ বয়বস্তুৰ বিষয়ে যেন কিছু সাৱধান হয়। প্ৰায়বোৰ হোটেলত লিখাই থাকিব যে চেষ্টা কৰা সত্ত্বেও তেওঁলোকে হোটেলৰ চুৰি বন্ধ কৰিব পৰা নাই। অৱশ্যে ৰেষ্ট জাৰ্মানি, হলেণ্ড আৰু বৃটেনত আপোনালোকে এইবোৰ পৰিস্থিতিত পৰিবলগীয়া নহয়। "( আঃ মাইকেলেঞ্জেলো, ৰুবেন, হিউগৰ দেশত এনে কথা সম্ভৱ নে ?)

দ্বিতীয় কথা হ'ল –

"পানী ?"

"পানী ?"

"হয় হয় পানী। তাত আপোনালোকে বিয়েৰ নাইবা মাটিৰ্ণি" এবটলেই সস্তাত পাব। কিন্তু পানীৰ দাম দেখি আপোনালোকৰ চকু কপালত উঠিব।"

দয়ানন্দ কাপুৰে ক'লে –

"এয়া পানী মানে মিনাৰেল ৱাটাৰৰ কথা কৈছে বোধহয়। ইউৰোপত মই কেইবাবাৰো ভ্ৰমণ কৰিছোঁ। পানী বুলিলে সবহ ভাগে মিনাৰেল ৱাটাৰকে উলিয়াই দিব।"

"সেইবাবে টুৰৰ সময়ত আপোনালোকে একোটাকৈ পানীৰ বটল কঢ়িয়াব?"

(আহ ---- হৰনাম সিং মান্তানা এতিয়াও অহা নাই। মই সুধিয়েই পেলাম নেকি বাৰু এই ইস্মাইল চাহাবক।)

এইবাৰ খাকী উদ্দি পিন্ধা অৰ্ডালীয়ে ট্ৰে এখনত চাহ আৰু কেক লৈ আহিল। ইস্মাইলে সকলোৰে ওচৰলৈ গৈ চাহ আৰু কেক বিলালে। এইবাৰ তেওঁ নিজে চাহ একাপ লৈ ক'লে—

"এটা বৰ প্ৰয়োজনীয় কথা আছে। আপোনালোকে চৰকাৰে দিয়া এক, টি, এছৰ পাঁচশ ডলাৰ হে মাত্ৰ লৈ যাব পাৰিব। তাৰো আকৌ দুশ পঞ্চাশ ডলাৰ আমাৰ কোম্পানীক দিব লাগিব। বাকী এয়াৰপৰ্টৰ পৰা কুৰি ডলাৰ নিব পাৰিব। বৰ্তমান উগ্ৰবাদীসকলৰ উৎপাতত হাৱাই আড্ডাবোৰৰ চিকিউৰিটিৰ ব্যৱস্থা বৰ কঠোৰ কৰা হৈছে। আপোনালোকৰ কোনেও যাতে অধিক কাৰেন্সি কঢ়িয়াই নিনিয়ে। পাছপৰ্টবোৰ সকলো সময়তে হাতত ৰাখিব। ঠিক এনে এটা সময়তে হুৰমুৰকৈ সোমাই আহিল হৰনাম সিং মান্তানা।

সকলোৱে স্তম্ভিত হৈ হৰনাম সিঙৰ মুখলৈ চালে। তাৰ সমস্ত দেহ ঘামেৰে তিতি লপথপ হৈ পৰিছিল। ঘাম, পেট্ৰল আৰু মদৰ এটা ভেচভেচীয়া গোন্ধ চাৰিওফালে বিয়পি পৰিল।

## চাৰি

১৯৮৫ চনৰ ২৬ মে'ৰ দিনা মই গুলছনৰ লগত টেক্সি এখনেৰে আহি পালম বিমান বন্দৰৰ আন্তঃৰাষ্ট্ৰীয় ডিপাৰ্চাৰ টাৰ্মিনেলত উপস্থিত হলোঁ।

ভ্ৰমণকাৰীসকলে ইতিমধ্যে বৰ্ডিংকাৰ্ড ল'বলৈ শাৰী পাতিছিল। কোৰাকুৰিকৈ মই ষ্টেট বেঙ্কৰ কাউন্টাৰলৈ গৈ বিদেশ ভ্ৰমণৰ টেক্স জমা দিলোঁ। ওখ জোতা আৰু চুৰিদাৰ কামিজ পিন্ধা তৰুণী গৰাকীয়ে নাম কিন্নৰী বাৰ্মা আছিল; পিছলৈ এই গৰাকী তৰুণীৰ লগত মোৰ একপ্ৰকাৰ

বন্ধুত্বই ঘটিছিল। তাই পৰিত্যক্তা আছিল। গোটেই পথছোৱা মই তাইৰ লগত থাকিও তাইক বুজিব নোৱাৰিছিলোঁ।) চিঞৰি চিঞৰি ক'লে –

" আপোনাৰ ছুটকেচটো মেটেল ডিটেকটাৰেদি চেক কৰাই লেবেল লগাই লওঁক। আমি যাত্ৰীসকল একেলগে থকাই ভাল হ'ব।"

যোৱা ৰাতি দিল্লীৰ আন্তঃৰাষ্ট্ৰীয় বাছ আড্ডাত হোৱা ভয়ঙ্কৰ বিস্ফোৰণৰ ফলত সকলোতে চিকিউৰিটি ব্যৱস্থা বৰ কঠোৰ কৰা হৈছে। সেয়ে এই আন্তঃৰাষ্ট্ৰীয় বিমান বন্দৰত গুলছন ৰাজভীক সোমাব দিয়া নাই। টিকট নথকা কোনো মানুহকে সোমাব দিয়া নাই। --- সৌৱা তাৰ পাতল লক্ষৌৰি কুৰ্তা ঘামত তিতি গৈছে। তথাপিও সি যোৱা নাই। সিং সভা ৰ'ডৰ পৰা আমি টেম্প্ৰিত আহিছিলোঁ। সি অৱশ্যে টেম্প্ৰিখন বিদায় দিছে। বাহিৰত বোধহয় লু বৈছে। ঘামত তিতি জুকলি জুপুৰি হৈও সি থিয় হৈ আছে। আহিবৰ সময়ত ঠাট্টা কৰি সিও হৰিদেৱীৰদৰে কৈছিল –

"ৰাজবালা! দেশ বিদেশ ভ্ৰমি ফুৰা তোমাৰ এনেকুৱা হুতাহ! কেতিয়াবা নিশ্চয় শৰীৰৰ অলঙ্কাৰ কেইপদ বেচিও দেশ চাবলৈ যাবা! "

মই কৈছিলোঁ –

"অলঙ্কাৰৰ প্ৰয়োজন ক'ত ?"

সি কিবা এটা ক'ব খুজিছিল। নক'লে। এনেয়েও গুলছনে কথা নকয়। বন্ধু-বান্ধবো কম। এতিয়া অৱশ্যে ৰাজপাল গুপ্তাৰ লগত তাৰ কিছু বন্ধুত্ব হৈছে। বন্ধুত্ব অৱশ্যে মোৰ বাবেই সম্ভৱ হৈছে। কাৰণ মোক লগ পাবলৈ আহি সি প্ৰায়ে ৰাজপাল গুপ্তাৰ বৰসাতীত বহিছিল। কেতিয়াবা লগ পাবলৈ আহি মোৰ বৰসাতীৰ দুৱাৰত তলা দেখিলে ৰাজপাল গুপ্তাৰ বৰসাতীত বহিছিল। কেতিয়াবা মোৰ পৰা বিদায় লৈ আহি ৰাজপাল গুপ্তাৰ ওচৰত বহিছিল। এইদৰে গুলছন ৰাজভীৰ ৰাজপাল গুপ্তাৰ সৈতে এক প্ৰকাৰ বন্ধুত্ব হৈছিল।

---- আঃ সৌৱা সি থিয় হৈ আছে। ডিঙিত এখন কমাল বান্ধি লৈছে। কিয় বান্ধি লৈছে ? ডিঙিৰ বিষটো বোধহয় আকৌ উঠিছে। তাৰ এটা পুৰণা ডিঙিৰ বিষ আছে। উৰা মাৰি যোৱাৰ দৰে এই বৰ্ডিং কাৰ্ড লৈ বৈ থকা যাত্ৰী দলৰ শাৰী ভাঙি গৈ আয়নাৰ বেৰখনৰ ওচৰত বৈ থকা চিকিউৰিটি গাৰ্ডটোৰ ওচৰত থিয় হৈ গুলছনক হাত বাউল দি মাতিলোঁ। সি আইনাৰ বেৰৰ একেবাৰে ওচৰলৈ আহিল।

"গুলছন তুমি এবাৰ অল ইণ্ডিয়া মেডিকেললৈ যাবা। শুনা! মই ছেন্টপীটাৰছ কেথেড্ৰেলত তোমাৰ বাবে প্ৰাৰ্থনা কৰি আহিম – তুমি বেকাৰ হৈ নাথাকা।"

সি হাঁহিলে। আৰু হাতখন জোকাৰি ক'লে – "যোৱা! যোৱা! মোৰ কথা ভাৱিব নালাগে বৰ্ডিং কাৰ্ড লোৱাগৈ।"

ডিঙিৰ ৰুমালখন খুলি সি চকুৰ চচমাযোৰ মচি ল'লে। ময়ো উৰা মৰাৰ দৰে আহি আকৌ কিউ'ত থিয় হলোঁ।

কিন্তু হৰনাম সিং মাস্তানা ক'ত ? সি এতিয়ালৈকে আহি নাপালে।"

---- এইবাৰ বৰ্ডিং কাৰ্ড লৈ মই পাছপৰ্ট দেখুৱাই কুৰি ডলাৰ হাচিল কৰিবলৈ অনা এটা কিউত থিয় হলোঁ। দুটা শাৰী আছিল। বেছিভাগেই আৰব দেশৰ অৰ্থাৎ ইউ, এ, ইৰ ডুবাই, আবুধাবিৰ ইত্যাদিৰ যাত্ৰী বিয়াল আৰু ডিনাৰৰ বাবে শাৰী পতা যাত্ৰীৰ সংখ্যা আজি বেছি নহয়।

এটা সময়ত মই ইমিগ্ৰেশ্বন আৰু কাষ্টমছ ক্লিয়াৰ কৰিবলৈ সাজু হলোঁ। ইয়াৰ পাছত মই আৰু গুলছন ৰাজভীক দেখা নাপাম। সৌৱা সি থিয় হৈ আছে চিকিউৰিটি গাৰ্ডটোৰ ওচৰত। নিস্পলক দৃষ্টিৰে চাই আছে। ডিঙিত ৰুমাল নাই।

মই হাত জোকাৰি তাৰ পৰা বিদায় ললোঁ। বুকুৰ কোনোবা এঠাইত এক ধৰণৰ আঘাত অনুভৱ কৰিলো। গুলছনেও এক ধৰণৰ আঘাত অনুভৱ কৰিলে নিশ্চয়।

--- চিকিউৰিটিৰ পাছত এটা সময়ত মই ডিপাৰছাৰ লাউঞ্জত আহি বহিলোঁ। যাত্ৰীসকলৰ প্ৰায় ভাগেই আহি ইতিমধ্যে ডিপাৰছাৰ লাউঞ্জ'ত বহিছিল। বাহিৰৰ পৰা সকলোকে উৎফুল্ল যেনেই ধাৰণা হৈছিল। মইহে যেন বুকুত এক যন্ত্ৰণা অনুভৱ কৰিছিলোঁ। কিয় হৈছে এই যন্ত্ৰণা ? গুলছন মোৰ লগত অহাহেঁতেন হয়তো এনেকুৱা নহ'লহেঁতেন। কিন্তু গুলছন কেনেকৈ আহে ? --- আকৌ মই পিছলৈ চালোঁ। এইখিনিৰ পৰা বিদায় দিবলৈ অহা মানুহবোৰক আৰু দেখা পোৱা নাযায়। সকলোৰে বংশ-কুটুম্ব বন্ধু-বান্ধৱবোৰে বিদায় লৈছে নাইবা ভিউয়াৰছ গেলেৰীত উঠিছে শেষলৈকে চোৱাৰ হেপাহঁত। আকৌ এবাৰ মই চকিত হৈ উঠিলোঁ। নাই হৰনাম সিং মাস্তানা এতিয়াও আহি পোৱা নাই।

শেষত হৰনাম সিং মান্তান্না আহিল। আৰু আমাৰ লগত একেলগে ইকনমি ক্লাছতে বহিল।

ৱেষ্ট জাৰ্মানিৰ ফ্ৰেঙ্কফৰ্ট বিমান বন্দৰত মাত্ৰ এটা ষ্টপেজ আছে। তাৰ পাছত চিধা পেৰিছ।

পেৰিছ ?

সমগ্ৰ ইউৰোপৰে মানস কন্যা প্যাৰী পেৰিছ।

বিমানৰ ওপৰৰ পৰা মই সেই ধূসৰ খিৰিকীৰে তললৈ চাওঁতে একেবাৰে কক্ষ ভূমি আৰু জালপহীয়া সাপবদৰে ক'লা, বগা আৰু ৰঙা কক্ষ মাটিহে দেখা পালোঁ। মাজে মাজে দুই এটা নীলাভ পানীৰ জলাশয় কক্ষ ভূমিৰ মাজত একেটুকুৰা বাখৰৰ দৰে জিলিকি আছে। চিট পকেটত গুজি থোৱা ১৯৮৫ চনৰ জুন মাহৰ এয়াৰ ইণ্ডিয়াৰ আলোচনী এখনত মই চকু ফুৰালোঁ। --- জাপানী ঔপন্যাসিক মাসুজী হবসেৰ 'ক'লা বৰষুণ' নামৰ প্ৰখ্যাত উপন্যাসখনৰ এটা চমু পৰিচয় এই আলোচনীখনত লিখা আছে। মই একেবাৰে মুগ্ধ হৈ ১৯৪২ চনৰ ছয় আগষ্টৰ হিৰোশ্বিমাৰ ভয়াবহতাৰ চাক্ষুস প্ৰমাণৰ কথা পঢ়িলোঁ।

হৰনাম সিঙে এবাৰ চিটৰপৰা উঠি আহি টয়লেটলৈ গ'ল। তাৰ পাছত মোৰ ওচৰলৈ আহি ক'লে –

"চব ঠিকে আছে নহয়নে ?"

মদ আৰু পেট্ৰোলৰ গোন্ধ মোৰ নাকত লাগিল।

"শুনক বাজজী আনবোৰ যাত্ৰীৰদৰে মই ঘূৰি ফুৰিব পাৰিম নে নোৱাৰিম ক'ব নোৱাৰোঁ। তথাপিও কিবা সহায় লাগিলে ক'ব।"

( আঃ কি কাম লৈ আহিছে হৰনামে ? নাই নাই এইবোৰ কথা নিজে নক'লে প্ৰশ্ন কৰা নাযায়।)

বৰ সুন্দৰ বতৰ। ক'তো অলপো মেঘ নাই। মই হবসেৰ 'ক'লা বৰষুণ'ত আকৌ মনোযোগ দিলোঁ।

   

ফ্ৰেঙ্কফৰ্ট হৈ পেৰিছত উপস্থিত হ'বলৈ জাম্বো জেট চেভেন ফ'ৰ চেভেনে প্ৰায় ন ঘন্টা সময় ল'লে।

পেৰিছৰ বিমান বন্দৰত আমি আবেলি তিনি বজাত উপস্থিত হলোঁ। ফৰ্ম ভৰ্তি কৰা, পাছপৰ্ট আৰু বেগেজ টেগ দেখুৱাই ট্ৰলিৰে মালপত্ৰ আনি আমি বাহিৰলৈ আহিলোঁ। বাহিৰৰ লাউঞ্জত ইস্মাইলে ক'লে,

– "আমি যাত্ৰীসকল এতিয়া একলগে থাকিব লাগিব। সকলো সময়তে। এটিয়ে আনটোৰ ছাঁ হৈ থাকিব লাগিব। উত্তৰ সাগৰ পাৰ নোহোৱালৈকে আমি ইউৰোপৰ সৰহভাগ ঠাই বমাডট টুৰৰ বাছত ভ্ৰমণ কৰিম।"

---- সৌৱা বমাডট টুৰৰ বাছ বৈ আছে। জাকজমক সুন্দৰ বাছ। তুলাৰ দৰে কোমল আসনত টেলিভিশ্বন, আৰু লিখা পঢ়া কৰিব পৰা সুন্দৰ ব্যৱস্থা আছে।

সকলোৱে খিৰিকীৰ কাষৰ চিটত বহিবলৈ লৰা ঢপৰা লগালে। মোৰ হাতৰ ছুটকেচটো হৰনাম সিঙে তুলি ল'লে, সি মোক খিৰিকীৰ কাষৰ চিটত বহিবলৈ ইঙ্গিত দিলে। যন্ত্ৰচালিতৰ দৰে গৈ মই খিৰিকীৰ কাষৰ চিট এটা দখল কৰিলোঁ। বিমান বন্দৰৰ পৰা একেবাৰে হোটেললৈকে মই হৰনাম সিং মাস্তানাৰ ওচৰত বহি আহিলোঁ। ভ্ৰমণৰ উত্তেজনা মই কিন্তু তাৰ দেহত অলপো দেখা নাপালোঁ। আনকি হৰিদেৱীৰ কথা মনত পৰিছে নে নাই এইষাৰ কথা সুধিব গৈও সুধিব নোৱাৰিলোঁ।

   

## পাঁচ

পেৰিছৰ তেত্ৰিছ নম্বৰ ৰুই বাৰবেছত অৱস্থিত হোটেল ইবিচ। সমগ্ৰ ইউৰোপত ১৬০ খন ইবিচ হোটেল সিচঁৰতি হৈ আছে।

লাউঞ্জত থিয় হৈ সকলোলৈ মূৰ তুলি চালোঁ। সৌৱা কাপুৰ চাহাবৰ পুত্ৰ অনুপ কাপুৰ আমনজিমনকৈ থিয় হৈ আছে, সৌৱা কিন্নৰী বাৰ্মা, ওঁঠত লিপষ্টিকে তলমলাই আছে। সৌজন চুটি চাপৰ গাঁঠলু চেহেৰাৰ আগ্ৰাৰ উকিল শাস্ত্ৰী। ভাগৰত ক্লান্ত উকিলটিৰ কপালত ঘামৰ কণিকা দেখা গৈছে। দিল্লীৰ বিখ্যাত ব্যৱসায়ী আগৰৱালা আৰু তেওঁলোকৰ পৰিবাৰো থিয় দি আছে। সৌৱা কানিংহাম চাহাব। লাঠিত ভৰ দি থিয় হৈ আছে। আৰু হৰনাম সিং মাস্তানা ?

সৌৱা ? সি পিঞ্জৰাত থকা বাঘৰ দৰে ছটফটাই থিয় হৈ আছে। হোটেলৰ ফৰাচী বিষয়াটোৱে ৰেজিষ্টাৰ ইত্যাদি লৈ বৰ ব্যস্ত হৈ পৰিল।

   

আমি সকলোৱে আমাৰ হাতঘড়ীবোৰ প্ৰায় চাৰে তিনি ঘণ্টা পিছুৱাই ল'লোঁ। দিনটো আমি এটা ৰৌদ্ৰ উজ্জ্বল পুৰা দেখিছিলোঁ। ইয়াতো এটা ৰৌদ্ৰ উজ্জ্বল দিন ভলবলাই আছে। আমাৰ সকলোৰে জীৱনত এইটোৱেই বোধ হয় আটাইতকৈ দীঘল দিন।

ইস্মাইল চাহাবে ব্যস্ত হৈ আহি ক'লে,–

– "বাজলী লওক আপোনাৰ ছাবি লওক। দুৱাৰ খিৰিকী আৰু টয়লেটৰ ইলেক্ট্ৰনিক গেজেটবোৰৰ ব্যৱহাৰ ভালদৰে চাই ল'ব। এই কথা মই কিমৰী বোলা তৰুণী গৰাকীকো কৈ আহিছোঁ। এতিয়া সময় আছে যেতিয়া নটাড্ৰাম কেথেড্ৰেলৰ ভ্ৰমণ আমি আজিয়েই শেষ কৰিম। গতিকে আধাঘণ্টাৰ ভিতৰত সকলোৱে লাউঞ্জত যাতে উপস্থিত হয়।

--- ছাবি লৈ মই ছুটকেচটো কঢ়িয়াই হোটেল ইবিচৰৰ এশ চৈধ্য নম্বৰ কোঠাত সোমালোঁ। কমত সোমাই দুৱাৰ মাৰিব খোজোঁতেই দেখিলোঁ অধ্যাপক জৰ্জ কানিংহামে তেওঁৰ ছুটকেচটো কোনোমতে ঠেলি ঠেলি কমত সোমোৱাৰ আয়োজন কৰিছে। মই লৰি গৈ তেওঁৰ ছুটকেচটো তুলি ল'লো। কানিংহামে ক'লে, –

"বৰ আচৰিত কথা নহয় নে ? আমি সাত সাগৰ তেৰ নদী পাৰ হৈ ইয়াত মিলিত হৈছোঁ।"

জৰ্জ কানিংহামৰ লগত কথা পাতি থাকিবলৈ মোৰ অৱশ্যে সময় নাছিল। আমি আকৌ লাউঞ্জত উপস্থিত হ'ব লাগিব। তদুপৰি হোটেলৰ লাউঞ্জৰ বেংকলৈ গৈ কিছু ডলাৰ ফ্ৰাংকলৈ ৰূপান্তৰ কৰিব লাগিব। এইখিনি কৰিবলৈ যাওঁতেও কিছু লৰা-ঢপৰা হব।

   

আমি যি সময়ত নটাড্ৰাম কেথেড্ৰেলত উপস্থিত হৈছিলোঁ সেই সময়ত কেথেড্ৰেল এক অপূৰ্ব সঙ্গীতৰ মূৰ্ছনাত ডুব গৈ আছিল। ক'লা সাজ-পোছাক পিন্ধি বিস্তাপসকলে এই সঙ্গীত গাই আছিল। দয়া, মমতা আৰু অনুকম্পাৰ প্ৰতিচ্ছবি স্বৰূপ মাতৃ মেৰীৰ এক অনুপম মূৰ্তিয়ে গীৰ্জাৰ বাতাবৰণ স্বৰ্গীয় কৰি তুলিছিল। নটাড্ৰাম কেথেড্ৰেলৰ প্ৰাঙ্গণত মই জৰ্জ কানিংহামক একেবাৰেই অন্যমনস্ক হৈ পৰা দেখিলোঁ। তেওঁ কেথেড্ৰেলৰ সোঁপিনে থকা বাগিচাৰ জোপোহা গছজোপাৰ তলত তলমূৰকৈ কিছু সময় বহিল। এই মধ্যযুগীয়া কেথেড্ৰেলটোৰ ফটো লোৱাত মই মচগুল হৈ পৰিলোঁ। দলৰ

বাকী সকলোৱেই পিয়াপি দি ফুৰিছে বিশেষকৈ আশে-পাশে থকা সৰু সৰু চভিনিয়ৰ'ৰ দোকানবোৰত ভীৰ হৈছে।

বৰ বিচিত্ৰ কাৰুকাৰ্য আছিল কেথেড্ৰেলৰ। কফ টপত শিয়াল আৰু সিংহৰ মুৰৰ আকৃতি পানী যোৱা পথ। এই জন্তুবোৰৰ ডিঙিবোৰ বৰ দীঘল। কেথেড্ৰেলটি মাইলেডী অৰ্থাৎ কুমাৰী মেৰী মাতৃৰ নামত অৰ্পিত আছিল। মই গীৰ্জাৰ মৰুভূমিৰ বালি বৰণীয়া মজিয়াত ঘূৰি ফুৰিলোঁ। একেবাৰে অধীৰহৈ ঘূৰি ফুৰিলোঁ। সকলোৱে বৰ মগ্ন হৈ ঘূৰি ফুৰিছে। সৌৱা কাপুৰ চাহাব, তেওঁৰ পুত্ৰ অনুপ। তেওঁৰ লগত ছাঁ হৈ ঘূৰি ফুৰিছে। ল'ৰাটোৰ চকুৰ গুৰি একেবাৰে ক'লা। চুলিবোৰ ঠৰঙা। পিন্ধনতো কোনো লাগ বান্ধ নাই। এটা বাদামী ৰঙৰ ট্ৰাউজাৰ আৰু গল বন্ধ যোধপুৰী। সেইটোও বাদামী ৰঙৰ। তাৰ চালচলন ? হুবহু মানসিক বিকাৰগ্ৰস্ত ৰোগীৰ দৰে। আমি গোটেইবোৰেই আহি এটা সময়ত নটাড্ৰাম কেথেড্ৰেলৰ সমুখৰ বিপনী এখনত উপস্থিত হ'লোঁ।

---- আহ! সৌবোৰ অনিন্দ্য সুন্দৰ টেপেচট্ৰি। ফ্ৰান্সৰ জগত বিখ্যাত টেপেচট্ৰি। চতুৰ্দশ লুই পঞ্চদশ লুইৰ দিনৰ জীৱন যাত্ৰা আৰু লাহ-বিলাহৰ চিত্ৰ অঁকা আছে। নেপলিয়নৰ সময়ৰ ভয়ংকৰ যুদ্ধৰ চিত্ৰও অঁকা আছে। সৌৱা ডউফিনেছ বেৰন ইত্যাদিৰ অসংখ্য ছবি। তেওঁলোকৰ বিচিত্ৰ গাউন। চতুৰ্দশ লুইৰ সময়ৰ অহংকাৰী বিষয়াসকলৰ ছবিও আছে। সিহঁতৰ কাৰুকাৰ্য্য খচিত ফ্ৰক কোট দীঘল টুপী।

মাৰ্বলৰ অপূৰ্ব মূৰ্তিও অনেক আছে। যেন মাইকেলেঞ্জালোৰ চিত্ৰৰ পৰা উঠিহে আহিছে সেইবোৰ। ইটালীৰপৰা কঢ়িয়াই অনা মাৰ্বল বোধহয় এইবোৰ। নাই নাই এইবোৰ বোধহয় ফ্ৰান্সৰে মাৰ্বল। ১৬৬১ খৃষ্টাব্দত চতুৰ্দশ লুইৰ মহামন্ত্ৰী কলবাৰ্টে ৰোম সাম্ৰাজ্য ধ্বংস হোৱাৰ লগে লগে বিস্মৃতিৰ গৰ্ভত লুপ্ত হোৱা পিয়াৰেনেছ (Pyrenees) মাৰ্বলৰ কোৱাৰী পুনৰ উদ্ধাৰ কৰিছিল। এই মাৰ্বলৰ বিচিত্ৰ কাৰুকাৰ্য্যখচিত পুতলাবোৰ সম্ভৱ ৰোম সাম্ৰাজ্যই আৰম্ভ কৰা সেই মাৰ্বলৰ কোৱাৰীৰে। সৌবোৰ দৰ্পণ। কাঠ আৰু মাৰ্বলৰ হেণ্ডেলৰ সৌন্দৰ্যৰ যেন তুলনা নাই। ভেলভেটৰ সাজ-পোছাক সৌবোৰ ? প্ৰত্যেকটো বস্তুকে যেন পৰম আন্তৰিকতাৰে তৈয়াৰ কৰিছে। কোনোবাই কৈছিল "পৃথিৱীৰ আটাইতকৈ সুন্দৰ বস্তুবোৰ ফ্ৰান্সতে তৈয়াৰ কৰা হয়।"

কেথেড্ৰেলৰ সমুখৰ এখন বিচিত্ৰ বিপণিত ময়ো সোমালোঁ। সৰু টেপচট্ৰি এখনৰ দামদৰ কৰিলোঁ। বেপাৰীহঁতে ইংৰাজী ভাষা নকয়। ফৰাচী ভাষাহে কয়। মোৰ হাতত যিহেতু ফ্ৰাংকৰ পৰিমাণ সেনেই কম সেইবাবে মই এখন অলপ কম দামৰ টেপচট্ৰি উলিয়াই দিব কলোঁ। নাই সিহঁতে বুজিয়ে নাপায়। বাৰে বাৰে সেই মধ্যযুগীয়া জাকজমক গাউন পিন্ধা মহিলাসকলৰ আৰু নেপ'লিয়নৰ ছবি থকা টেপচট্ৰিসমূহ উলিয়াই দিয়ে। মই কোনোমতেই বুজাব নোৱাৰোঁ যে নেপ'লিয়নৰ ছবি থকা টেপচট্ৰি কিনিব পৰা ফ্ৰাংক মোৰ হাতত নাই। শেষত সিহঁতে বুজাই দিব চেষ্টা কৰিলে যে ইউ, এছ্ ডলাৰকে সিহঁতে গ্ৰহণ কৰিব।

পিয়াপি দি ফুৰা যাত্ৰীবোৰক গোটাই বাছত তুলিবলৈ আয়োজন কৰা ইস্মাইলে দূৰৈৰ পৰাই আটাহ পাৰি উঠিল–,

"শুনক আপোনালোকক মই ডিউটি ফ্ৰি দোকানলৈ লৈ যাম। তাত আতৰ, অলংকাৰ, মাৰ্বল আৰু মখমলৰ সাজ-পোছাক বৰ সুলভ মূল্যত পাব। আহক গাড়ীত উঠক।"

এটা দুটাকৈ প্ৰায় সকলোৱে আহি গাড়ীত উঠিব আৰম্ভ কৰিলে। জৰ্জ কানিংহাম চাহাবেও লাখুটিত ভৰ দি খুপি খুপি আহি বাছত উঠিল। তেওঁক এই নতুন পৰিবেশে অলপো উত্তেজিত কৰি তোলা নাই। বৰং তেওঁক অত্যন্ত দুৰ্বল যেনহে দেখা গৈছে। এইবাৰ বাছত মই তেওঁৰ ওচৰত বহিলোঁ। পকেটৰ পৰা নোটবুক উলিয়াই তেওঁ কেথেড্ৰেলৰ বিষয়ে কিছু কথা নোট কৰি ল'লে।

আমি পেৰিছৰ বিভিন্ন পথত ঘূৰিব ধৰিলোঁ।

এভিনিউ দ্যা চাম প্যালাইজি,

এভিমিউ দ্যা চাম ৰিভলী,

বুলেভাৰ্ড সিবাচটপল,

অপূৰ্ব দোকানেৰে ভৰপূৰ চেম্প ইলিচি আৰু বুলভাৰ্ড হাছমেন।

বাছৰপৰা চকামকাকৈ দেখিলোঁ কৰনেশ্বন অব নেপলিয়ানৰ মৰ্মৰ মূৰ্তি। বিজয়ী বীৰে তেওঁৰ অনিন্দ সুন্দৰী পত্নী জোছেফাইনৰ মূৰত হাত দি এক বিচিত্ৰ ভংগীৰে থিয় হৈ আছে।

আমাৰ বাছৰ ড্ৰাইভাৰ জোচেফ ফৰাচী মানুহ। একেবাৰে সৈনিকৰ দৰে মজবুত চেহেৰা, বয়স দুকুৰিৰ বেছি হব। এই বয়সতো মূৰৰ চুলি ঘন। পিন্ধনত এটা মিহি টুইডৰ কোট। ফুৰ্তিবাজ মানুহ। মাজে সময়ে

মাইক্ৰোফোনটো হাতত লৈ বিভিন্ন আলিৰ নাম আৰু তাত বাস কৰা ফৰাচী মহাপুৰুষসকলৰ কাহিনী কৈ গৈছিল। তাৰ উচ্চাৰণ মই ভালদৰে বুজি নাপাইছিলোঁ। অকস্মাৎ এবাৰ উভতি চাই ক'লে –

"এয়া ৰাফেল কনকাৰ্ড ইয়াৰ এটা এপাৰ্টমেণ্টত প্ৰখ্যাত চিত্ৰ অভিনেত্ৰী ছোফিয়া লৰেনে বাস কৰে।"

আমি সকলোৱে সোঁহাতৰ পিনে ভুমুকিয়াই চালোঁ। চৰ একেধৰণৰ এপাৰ্টমেণ্ট, প্ৰাচীন ইটা আৰু আইনাৰ অপূৰ্ব নমুনা এইবোৰ। লেচ আৰু ভেলভেটৰ দীঘল পৰ্দাই সুশোভিত কৰি ৰাখিছে ঘূৰণীয়া আকৃতিৰ খিৰিকীসমূহ। সমুখত ছাইপ্ৰাছ গছৰ শাৰী। --- আমি সকলোৱে কৌতূহলেৰে চালোঁ – কিজানি অভিনেত্ৰী গৰাকীক দেখা পাওঁ।

ছফিয়া লৰেন? গলিৰ নাওঠ শিশু একেবাৰে ৰাজকুমাৰী হোৱাৰ কাহিনী? নাই নাই মোক ছফিয়া লৰেনে তেনেদৰে আকৰ্ষণ নকৰে, যেনেদৰে কৰে গ্ৰেটাৰ্গাবো, ভিভিয়ান লে, যিসকলে জীৱনৰ ৰহস্যময় ঘনীভূত অন্ধকাৰ পাৰ হৈ আহিছে।

ড্ৰাইভাৰ জোছেফৰ কণ্ঠই আকৌ আমাক সজাগ কৰি তুলিলে –,

"চাওক সৌ পিনে চাওক সৌৱা মন্যুমেণ্ট হিল। ত্ৰিশ পঁয়ত্ৰিছ ফুট ওখ মন্যুমেণ্ট হিল, আৰু আলিৰ দাঁতিত সৌৱা কবৰস্থান।"

ফ্ৰান্সৰ প্ৰিয় পুত্ৰ সংগীতজ্ঞ বাৰ্ক আৰু সাহিত্য সম্ৰাট আলেকজেণ্ডাৰ ডুমা শুই আছে তাত।

– "কি?"

আটাহ পাৰি উঠিলোঁ মই।

– "হয় হয় তাত আলেকজেণ্ডাৰ ডুমা শুই আছে। সংগীতজ্ঞ বাৰ্কো শুই আছে।"

কবৰস্থানৰ ক'লা ক'লা শিল কিছুমান মোৰ চকুত পৰিল। মৰুভূমিৰ মাজত হোৱা কেকটাছৰ আকৃতিৰ ক্ৰুছ চিহ্ন কিছুমানো সিচঁৰতি হৈ পৰি আছে।

ক'ব নোৱাৰোঁ কি কাৰণে মোৰ বুকু ফালি এটা আৰ্তনাদ বাহিৰ হৈ আহিল। মই চিঞৰি উঠিলোঁ –

– "অনুগ্ৰহ কৰি বাছখন অলপ ৰখাওক। মই মূৰ দোৱাই আহোঁ!" গোটেই জাকে জাণ্ডুৰ খাই উঠিল –

নাই নাই সময় নাই । অন্ততঃ কবৰস্থান চাবলৈ কাৰো সময় নাই । চেম্প ইলিচি নাইবা বলেভাৰ্ড হাছমেন ৰঙীন বিপণিসমূহলৈ যাবৰ বাবে সকলোৱে এক প্ৰকাৰ উন্মত্ত হৈ আছে ।

মই মনে মনে থাকিলোঁ । দিল্লীৰপৰা আহোঁতেই মই পেনথিয়নত থকা ভিক্টৰ হিউগোৰ সমাধিত মূৰ দোৱাই আহিম বুলি ভাবিছিলোঁ । অধ্যাপক জৰ্জ কানিংহামৰ বাহিৰে এই আগ্ৰহ কোনেও নেদেখুৱাব ? গুলছুনৰ লগত অহাহেঁতেন হয়তো মই এইবোৰ ঠাইত ঘূৰি ফুৰিব পাৰিলোঁহেতেন । আঃ গুলছুন ? সি মোৰ চব কথাই বুজি পায় ।

বাছ আগুৱাই যাব ধৰিলে । সৌবোৰ পৰ্বত পাহাৰ আৰু দূৰৈৰ সৌ ছেইন নদী ? যেন সকলো প্ৰায় একেই আছে, যেনেদৰে ভিক্টৰৰ দিনত অৰ্থাৎ ঊনৈছ শতিকাত আছিল ।

ভিক্টৰ হিউগোই কাণৰ ওচৰলৈ আহি যেন গালে –

"বিফল গায়ক হৈ
নগৰৰ দুৱাৰেদি ওলাই যোৱা
সেই কবিসকলক,
আৰু পংগু চিন্তাশীলসকলক
মই ধিক্কাৰ দিওঁ ।

আৰু মনত পৰিল । ক'ত পঢ়িছিলোঁ ?

– "সেই বিজ্ঞ সন্যাসী চিন্তাশীলসকলে কি চাব বিচাৰিছিল বাৰু ?

কি দেখিলে এই ইভ'ৰ পুত্ৰসকলে ? একো নাই চব শূন্য ।" ইস্মাইলে ক'লে,

– "ৰাজজী আপুনি ইচ্ছা কৰিলে এইবোৰ ঠাইলৈ অকলেই আহিব পাৰিব !"

মই উভতি চালোঁ । হৰনাম সিং মাস্তানাৰ লগত এইবোৰ ঠাইলৈ আকৌ উভতি আহিব পাৰিম বুলিয়েই উভতি চালোঁ । মোৰ বিস্ময়ৰ সীমা নাথাকিল ।

হৰনাম সিং নাই । হোটেলৰ পৰা আহোঁতে পিছ ফালৰ চিট এটাত সি বহি আছিল । মই থিয় হৈ ইস্মাইলৰ পিনে চাই চিঞৰিব ধৰিলোঁ ।

– "ইস্মাইল চাহাব । হৰনাম সিং মাস্তানা নাই ।"

– "হৰনাম সিং নাই । ক'ত গ'ল হৰনাম সিং -------- ?"

একেবাৰে ঝট্কা মাৰিয়েই যেন বাছখন বৈ গ'ল। সকলোৱে সমস্বৰে চিঞৰি উঠিল, "আমি নটাড্ৰাম লৈ উভতি যাব লাগিব। হৰনাম সিং মাস্তানাই পেৰিছৰ ৰাস্তা-ঘাট একো চিনি নাপায়।

মোৰ পিছত বহি অহা কিন্নৰী বাৰ্মাই চিঞৰি উঠিল, –

– "বৰ ভাল হ'ল। মই নটাড্ৰাম কেথেড্ৰেলৰ নেপলিয়নৰ ৰাজ অভিষেক হোৱা ঠাইখন চাই আহিব পাহৰিছোঁ। এইবাৰ আকৌ চাব পাম।"

আকৌ আমি নটাড্ৰাম অভিমুখে ৰাওনা হ'লোঁ।

❑ ❑ ❑ ❑

আমি নটাড্ৰাম কেথেড্ৰেলৰ চাৰিও ফালে হৰনাম সিঙক পিটপিটাই বিচাৰি ফুৰিলোঁ। নাই হৰনাম সিং ক'তো নাই।

ইস্মাইলৰ খং উঠিল। কক্ষ কণ্ঠেৰে তেওঁ ক'লে

– "এইবাৰ কোনো যাত্ৰীৰ বাবে আৰু বাছ উভতি নাহে।"

জৰ্জ কানিংহামে ক'লে –

– "হৰনাম সিং তজৱৰ্জীয়া তৰুণ যুৱক। তাৰ বাবে কিয় চিন্তা কৰিব লাগে।"

ইস্মাইলে তেওঁৰ টাইৰ গাঁঠিটো ঢিলা কৰি লৈ ক'লে –

– "এইবাৰৰ পৰা কোনোবাই নিজে ফুৰা চকা কৰিবলৈ ইচ্ছা কৰিলে মোক অন্ততঃ জনাই যাব। হোটেলৰ কাৰ্ড আপোনালোকৰ হাতত আছে। এই ক্ষেত্ৰত আপোনালোকে নিজৰ দায়িত্ব নিজে ল'ব লাগিব।

❑ ❑ ❑ ❑

ভাৰচাইলছ (Versailles)। এয়া মে' মাহৰ এটা সুন্দৰ পুৱা। ফৰকাল বতৰ। সৰু সৰু গলিৰ ৰাস্তাবোৰত ৰ'দত পোহৰ পৰি চকমকাই উঠিছে। শিলেৰে কৰা এই ৰাস্তাবোৰক কবল ষ্টোন ষ্ট্ৰীট বোলা হয় পেৰিছ, ফ্লৰেন্স, ৰোম ইত্যাদিত এনে ধৰণৰ প্ৰাচীন ৰাস্তাৰে ভৰপূৰ।

হোটেল ইবিচৰ পৰা ভাৰচাইলছলৈ যোৱা এই পথছোৱা মই জৰ্জ কানিংহামৰ লগত একেলগে বহিলোঁ। পেৰিচৰ বজাৰ হাট ইতিমধ্যে খুলিছিল। সৰু সৰু ৰেস্তোৰাঁবোৰ খুলিছে।

ফ্ৰী টাইম,

মেনফিল,

পিহা, বিৰণ আৰু কত নাম। ফৰাচী ভাষাত লিখা এই নামবোৰ মনতেই নাথাকে। আটোম টোকাৰি কৰি সজোৱা এই ৰেস্তোৰাঁবোৰৰ সমুখত টীল আৰু বেতৰ কাৰুকাৰ্য কৰা চকি মেজ পাৰি থোৱা আছে।

মোৰ কাষত বহি থকা কানিংহাম চাহাবে ক'লে,

–" ফৰাচীসকলে ৰ'দ বৰ ভাল পায়। প্ৰত্যেকখন ৰেস্তোৰাঁৰ সমুখত সৌৱা চকি মেজ দেখিছা নে ?

– "আপুনি আগেয়ে পেৰিছলৈ আহিছিল ?"

– "আহিছিলোঁ। দুবাৰ আহিছিলোঁ। এবাৰ যুদ্ধৰ ডাৱৰ আকাশত গোট খোৱাৰ সময়ত আহিছিলোঁ। তেতিয়া মোৰ পৰিবাৰ এলিজাবেথ জীয়াই আছিল। আমি বৰ লৰালৰিকৈ উভতি আহিব লগীয়া হৈছিল, – দ্বিতীয়বাৰ মোৰ ল'ৰা ভিক্টৰ জীয়াই থকাৰ সময়ত, অৰ্থাৎ ১৯৬০ চনত আমি আহি কিছুদিন 'ভাৰচাইলছত আছিলোঁ।"

– "ভিক্টৰ। আপোনাৰ ল'ৰা ? কতা আপুনিতো তাৰ নাম কেতিয়াও উল্লেখ কৰা নাছিল।"

কিছু সময় মৌন হৈ থাকিল জৰ্জ কানিংহাম চাহাব।

বাছ আগুৱাই গ'ল। ৰাস্তাৰ এই নামবোৰ বৰ অদ্ভুত মনতেই নাথাকে, এভিনিউ দ্যা চিলিচি,

ৰ'ট দ্যা ফ্ৰানদ্ৰা

ৰদ দ্যা ভেনিছ---

অনেক নাম। মনত নাথাকে, – আমি ভাৰচাইলছ অভিমুখে আগুৱাই গ'লোঁ। কিছুসময় একেবাৰেই নীৰৱ হৈ আছিল জৰ্জ কানিংহাম চাহাব। যেন চিন্তাৰ সাগৰত একেবাৰে ডুব গৈছিল। তাৰ পাছত হঠাৎ সাৰ পোৱা মানুহৰ দৰে তেওঁ ক'লে, –

–"ভাৰচাইলছত আমি অহাৰ-সময়ত তাৰ বয়স বাৰ বছৰ আছিল। ভাৰচাইলছৰ ৰাজ প্ৰাসাদত সি লৰা ঢপৰা কৰি ঘূৰি ফুৰিছিল, আনন্দত একেবাৰে উত্ৰাৱলেই হৈ পৰিছিল।"

মই প্ৰশ্ন কৰিলোঁ।

– "এতিয়া ক'ত সি ?"

– "সি মৰিল। চাদিনী চৌকত সি ৰাস্তা পাৰ হ'ব খোজোতে, এখন ডি,টি, চিৰ বাছ তাৰ ওপৰেৰে পাৰ হৈ গ'ল। আমাক এষাৰ মাত দিওঁ সি যাব নোৱাৰিলে। ---- তেতিয়াৰ পৰা এলিজাবেথৰ মন

একেবাৰেই বেয়া হৈ গ'ল। দিল্লী চহৰখন তেওঁ নৰক নৰক বুলি কোৱা হ'ল।

– "হয় হয় নৰকেই ছাৰ। আপুনি কেতিয়াবা সৰৱীমণ্ডি, কোলাহপুৰ ব'ড পাহাৰগঞ্জত নবী কৰিম এলেকাৰ সদৰ বজাৰৰ আৰু জামা মজ্‌জিদৰ মীনাবজাৰ এলেকা দেখিছে নে ? একেবাৰে নৰক একেবাৰেই নৰক। ঠিকমতে খোজ কাটি গ'লেও আপুনি কৰবাত ধাক্কা খাবই। শুনক সৌ সিদিনা পাহাৰগঞ্জৰ আলিত ঘাইল হৈ ধৰফৰাই পৰি থকা মানুহ এটা মই দেখিছিলোঁ। মূৰ ফাটি তেজ বৈ তাৰ গাৰ কানি-কাপোৰ একেবাৰেই লপথপ হৈ গৈছিল। সি আলিৰ বুকুত সহায় বিচাৰি চটফটাই পৰি আছিল। সেইদিনা মই টেক্সি এখনত উঠি সেইফালে গৈছিলোঁ। বিশ্বাস কৰক ছাৰ মই জয়দেউ কাকুতি কৰা সত্ত্বেও টেক্সি ড্ৰাইভাৰটো নৰ'ল, ক'লে – "দিল্লীকা ট্ৰেফিক আইন বহুত খাৰাব হ্যায় ---- ফচ যায়েগী ---- !" সেইদিনা মোৰ নিজৰ এই অসহায় অৱস্থাৰ বাবে গ্লানি আৰু অনুশোচনাত একেবাৰেই দগ্ধ হৈ গৈছিলোঁ। বিশ্বাস কৰক দিল্লীৰ কিছুমান স্থান নৰকলৈ পৰিণত হোৱাৰ চাক্ষুস্ প্ৰমাণ মোৰ আছে, জাহঙ্গীৰপুৰী, ত্ৰিলোকপুৰী ---- আৰু ----- ?"

আঃ এয়া জৰ্জ কানিংহাম চাহাবে কি কৰে ? চকুৰ চচ্‌মাযোৰ তেওঁ খুলি'ল। পকেটৰ পৰা ৰুমাল উলিয়াই তেওঁ চকুযোৰ মচি ল'লে।

কিছুসময় মই মৌন হৈ থাকিলোঁ। কিবা ক'ব নলগীয়া কথা ক'লো নেকি বাৰু ? ----- এয়া ড্ৰাইভাৰ জোছেফে মাইক্ৰোফ'নটো হাতত লৈ আটাহ পাৰি উঠিল –

– "আমি এয়া ভাৰচাইলছত উপস্থিত হৈছোঁ। এইখিনিতে এটা কথা কৈ থলোঁ। ইয়াত টুৰিষ্টৰ ভয়ানক ভিৰ হয়। আপোনালোকৰ সমুখত সৌৱা পাখি থকা ঘোঁৰা দেখিছে নহয়। যি সকলে লগে ভাগে উভতি যায় সেইসকল ঠিক এইখিনিত আহি থিয় হ'ব।

আমি সকলোৱে বাছৰ খিৰিকীৰে বুদ্ধৰ প্ৰকাণ্ড মূৰ্তিটোলৈ ভুমুকিয়াই চালোঁ। তাৰ পাছত এটা এটাকৈ আমি বাছৰ পৰা নামিলোঁ।

কাপুৰ চাহাব আৰু তেওঁৰ পুত্ৰ অনুপ।

আগৰৱালাৰ পৰিবাৰ।

আগ্ৰাৰ উকীল শাস্ত্ৰী।

ৰূপহী তৰুণী কিন্নৰী বাৰ্মা।

আৰু সদৌ শেষত নামিল ইস্মাইল আৰু জৰ্জ কানিংহাম চাহাব। হৰনাম সিং মাস্তানা নাছিল। সি ইবিচ হোটেলতো নাছিল। তাৰ বাবে আমি সকলোৱে আধাঘন্টা অপেক্ষা কৰিছিলোঁ।

কিন্নৰী বাৰ্মাই আজি নীলা চুলিদাৰ কামিজ পিন্ধিছে। দীঘল চুলিখিনি মেলি লৈ দুপিনে দুটা কিলিপ মাৰি থৈছে। তাইক সঁচাকৈয়ে বৰ ধুনীয়া লাগিছে। ভাৰচাইলছ দেখুৱাবলৈ বিশেষভাৱে নিয়োগ কৰা ফৰাছী গাইড আলেকজেণ্ডাৰৰ লগত তাই একেবাৰে সনাপিঠা হৈ পৰিল। মাইকেলেঞ্জোলোৰ ডেভিদৰদৰে সুপুৰুষ আলেকজেণ্ডাৰ।

মই জৰ্জ কানিংহামৰ লগতে আগবাঢ়িলোঁ। এইখিনি সময়ত মই হৰনাম সিং মাস্তানাৰ অনুপস্থিতি বৰকৈ অনুভৱ কৰিলোঁ। এৰা সি অহা হ'লে পৃথিৱীৰ এই আটাইতকৈ ৰমণীয় স্থানত সি মোৰ কেইখনমান ফটো ল'ব পাৰিলেহেঁতেন। মনে মনে মই সান্ত্বনা লোৱাৰ দৰে ভাবিলোঁ কোনো কথা নাই টুৰ লীডাৰ ইস্মাইলে নাইবা কিন্নৰী বাৰ্মাই এই পৃথিৱীবিখ্যাত ৰাজপ্ৰাসাদটোৰ বেকগ্ৰাউণ্ডত কিছুমান ফটো ল'ব পাৰিব। শুনিছনে ভাল পাব আৰু হৰিদেৱীয়েও কিছুমান ফটো হৰনাম সিং মাস্তানাই লোৱা বুলি জানিলে ভাল পাব।

আমি সকলোৱে গাইড আলেকজেণ্ডাৰৰ পিছে পিছে আগুৱাই গ'লোঁ। আলেকজেণ্ডাৰে কমাল এখন জোকাৰি জোকাৰি সকলোকে পথ দেখুৱাই আগুৱাই গ'ল।

বিভিন্ন দেশৰ যাত্ৰীৰ ভিৰ লাহে লাহে বাঢ়ি আহিছিল। আলেকজেণ্ডাৰে এইবাৰ এটা ওখ ঢিবিত থিয় হৈ তাৰ বিচিত্ৰ ইংৰাজী উচ্চাৰণেৰে ক'লে –

– শুনক, এই যে প্ৰকাণ্ড ৰাজপ্ৰাসাদটি আৰু দূৰৈৰ সৌ অপূৰ্ব বাগিচাসমূহ আপোনালোকে দেখিছে এইবোৰ এসময়ত নাছিল। ইয়াত এক বিস্তীৰ্ণ সেউজীয়া ভূমি আছিল, – য'ত ছাইপ্ৰাছ, চিলভাৰ ওৰ্ক, স্পুছ, পাইন ৱালনাট আৰু কাঁইটীয়া জোপোহাৰ অৰণ্য আছিল। ফ্ৰান্সৰ ৰজা চতুৰ্থ হেনৰীয়ে এই অৰণ্যত চিকাৰ কৰিব আহিছিল। ফুটুকা-ফুটুকী হৰিণা, শিয়াল আৰু শহা চিকাৰৰ বাবে উত্তম আছিল এই স্থান। ৰাজপুত্ৰ সকলো গৈছিল ৰজাৰ লগত চিকাৰ কৰিবলৈ। এই সেউজীয়া ভূখণ্ড গুণ্ডী পৰিয়াল নামৰ এটা শক্তিশালী পৰিয়ালৰ আছিল।

ত্রয়োদশ লুয়ে গুণ্ডী পৰিবাৰৰ পৰা সেউজীয়া অৰণ্যখন কিনিয়েই পেলালে। ইয়াৰ পাছত আহিল চতুৰ্দশ লুই। তেওঁ ইয়াক একেবাৰে কল্পনাৰ ৰাজ্য কৰি গঢ়ি তুলিছে। আপোনালোকে আৰু দূৰলৈ চাওক, পৃথিৱীৰ আটাইতকৈ বিখ্যাত বাগিচা সেইবোৰ। বাগিচাৰ ডিজাইনৰ কাৰিকৰ আছিল আন্দ্ৰে লে নট্ৰে। তেওঁ এই পৃথিৱীলৈ যেন এ'ন সৰগহে নমাই আনিছিল," ------ হঠাৎ কাপুৰৰ পুত্ৰ অনুপ কা'ুৰে আৰ্তনাদ কৰি উঠিল।

– "এই পৃথিৱীলৈ সৰগ নামি আহিল। কেনে ধৰণৰ সৰগ ?"

আমি সকলোৱে তাৰ মুখৰ পিনে মূৰ তুলি চালোঁ। একেবাৰেই জলহু হৈ আহিছে সি। দেউতাকৰ সমুখতে হাতত এটা চিগাৰেট। মুগা বৰণীয়া খদ্দৰৰ কাপোৰৰ তেনেই মলিয়ন কুৰ্তা পাঞ্জাবী। মূৰৰ চুলিবোৰ জপৰা। মানসিক ব্যাধিগ্ৰস্ত ৰোগীৰ দৰে চিঞৰি উঠিল।

– "এই পৃথিৱীলৈ সৰগ নামি আহিল ? কেনে ধৰণৰ সৰগ ?"

ফৰাচী গাইডে তাৰ বক্তৃতাৰ মাজত বাধা পৰা কাৰণে কিছু অসন্তুষ্ট হৈয়ে ক'লে –

– "ধৈৰ্য্য ধৰা, বাগিচাবোৰলৈ লৈ যাম। নিজৰ চকুৰে চব দেখিবা। আগতে শুনি লোৱা !"

সকলোৱে সমস্বৰে চিঞৰি উঠিল, –

– "কওক ?"

– "এয়োদশ লুইৰ দিনত ভাৰছাইৰ শোভাই এক অন্য ৰূপ ধাৰণ কৰিলে – এইবাৰ কাৰিকৰ আছিল লুইলে ফাউ।" ফকেডবোৰৰ ওপৰত পাষাণ আৰু শ্লেটৰ কাম নোহোৱা হ'ল। অৰ্থাৎ ফৰাচী ষ্টাইলৰ ৰুফটপ নোহোৱা হ'ল। ৰোমৰ ষ্টাইল আছিল। প্ৰাচীৰসমূহৰ মূৰ্তিসমূহত গম্বুজ, স্তম্ভ সকলো ঢাক খাই পৰিল ফায়াৰ অৰনামেন্টছ আৰু ট্ৰফি সমূহেৰে।

১৬৭৪ খৃষ্টাব্দত দক্ষিণ আৰু উত্তৰৰ শাখাসমূহ স্থাপন কৰা হ'ল। ৰাজকুমাৰ আৰু ৰাজকৰ্মচাৰীসকলৰ ঘৰবোৰো ঠিক এই সময়তে তৈয়াৰ কৰা হ'ল। আৰু এই সময়তে অৰ্থাৎ ১৬৭৮ চনত পঞ্চদশ লুইক নিমেগোৰ সন্ধিয়ে (Treaty of Nimegue) গৌৰৱৰ একেবাৰে চূড়াতে তুলি থৈছিল। এই পঞ্চদশ লুইৰ দিনতে ঘোঁৰাগাড়ীৰ ষ্টেবোলসমূহ আৰু লগুৱা লিকচৌৰ ঘৰবোৰ তৈয়াৰ হ'ল। এইখিনি সময়তে মূৰ দাঙি উঠিল সেই প্ৰখ্যাত জাকজমক গেলেৰীসমূহ। এই গেলেৰীৰ ওপৰত কাৰুকাৰ্য্য কৰিবলৈ

সমগ্ৰ পৃথিৱীৰ পৰাই যেন বিচাৰি বিচাৰি মাৰ্বল, গিলদেদ ব্ৰঞ্জ দৰ্পণ অনা হ'ল ।

এইবাৰ কাপুৰ চাহাবৰ ল'ৰাটোৱে আকৌ এবাৰ আটাহ পাৰি উঠিল,–

–'হেৰা গাইড মহোদয় । সোনকালে শেষ কৰা – সোনকালে শেষ কৰা তোমাৰ বক্তব্য;"

তাৰ শেষৰ বাক্যটো অৱশ্যে ফৰাচী গাইডে শুনা নাপালে । কাৰণ কাপুৰ চাহেবে তাক চোঁচৰাই নিয়াৰ দৰে কিছু দূৰলৈ টানি নিলে ।

–– "আপোনালোকে শিল্পী লে বানৰ (Le-Buen) ছবিসমূহো চাব পাৰিব । প্ৰ সাদৰ অন্তেষপুৰৰ পেইন্টিংবোৰত পঞ্চদশ লুইৰ ৰাজত্বকালৰ জয়গান গোৱা হৈছে । তেওঁৰ ৰাজত্বকালৰ মহত্বপূৰ্ণ ঘটনাসমূহ শিল্পী বানৰ তুলিকাত কেনে দৰে জীৱন্ত হৈ উঠিছে – আপোনালোকে দেখিলে বিচূৰ্তি খাব । --- আৰু শুনক । গীৰ্জাৰ কথা পঞ্চদশ লুয়ে যেনেদৰে ভাবিছিল আন কোনো ৰজাই হয়তো তেনেদৰে ভৱা আছিল । এই বৃহৎ খৃষ্টান সাম্রাজ্যৰ তেওঁ যে এক মাত্ৰ সম্ৰাট এই কথা জানক – সকলোৱে জানক । সেয়ে তেওঁৰ মৃত্যুৰ পাঁচবছৰ আগেয়ে এই গীৰ্জা ঘৰ সম্পূৰ্ণ হৈছিল । সময় হ'লে আপোনালোককো এই গীৰ্জা ঘৰলৈ আমি লৈ যাম । সোণেৰে আলংকৃত বেদী আৰু প্ৰাৰ্থনা সংগীতত ব্যৱহাৰ হোৱা সোণৰ অৰগেন – এইবোৰ চব আপোনালোকে দেখা পাব ।

--- নাই নাই অনেকৰ আৰু ফৰাচী গাইডৰ কথা শুনি থকাৰ ধৈৰ্য নাই । সকলোৱে চিঞৰি উঠিল ।

– "আমাৰ সময় নাই । সংক্ষিপ্ত কৰা । সংক্ষিপ্ত কৰা ।।"

বগা ৰুমালখন জোকাৰি জোকাৰি ফৰাচী গাইডে কিছু অসন্তুষ্ট হোৱাৰ দৰে ক'লে,–

"যদি জানিবই নিবিচাৰা তেতিয়াহ'লে গাইড নিয়োগ কৰা কিয় ? পৃথিৱীৰ এই আটাইতকৈ প্ৰখ্যাত ৰাজ প্ৰাসাদটি সম্পূৰ্ণ হ'বলৈ আঠাৰম্ন বছৰ লাগিছিল । ১৬৮২ খৃষ্টাব্দত ফ্ৰান্সৰ ৰাজধানী ভাৰচাইলৈ তুলি অনা হৈছিল । আগ্ৰাৰ গাঁঠলু উকীলটিয়ে আটাহ পাৰি উঠিল –

–"কিন্তু লুৰ্ভৰপৰা কি কাৰণে ৰাজধানী তুলি আনিবলগীয়া হ'ল ।"

হঠাৎ যেন ফৰাচী গাইডটি উৎসাহিত হৈ উঠিল। কেতিয়াবাহে সি হয়তো কৌতূহলী শ্ৰোতা পায়। আজি ফ্ৰান্সৰ শতকৰা আশীভাগ ডেকাই হোনো ভাৰচাইৰ ৰাজপ্ৰাসাদৰ প্ৰতি বিশেষ কোনো কৌতূহল নেদেখুৱায়।

আকৌ সি বগা ৰুমালখন জোকাৰি জোকাৰি ক'লে,–

– "পঞ্চদশ লুয়ে লুভঁৰপৰা ভাৰচাইলৈ ৰাজধানী তুলি অনাৰ কাহিনীও বৰ ৰোচক আছিল। ১৬৮২ খৃষ্টাব্দত ভাৰচাইলৈ ৰাজধানী তুলি আনিলে পঞ্চদশ লুইয়ে। পঞ্চদশ লুইয়ে পেৰিছ ভাল নাপাইছিল।"

–"পেৰিছ বেয়া পাইছিল?"

সকলোৱে যেন সমস্বৰে চিঞৰি উঠিল।

–"শুনা যায় শৈশৱত তেওঁক কিছুমান কথাত ৰাজ পৰিয়ালৰ মানুহে ঠাট্টা মস্কৰা কৰিছিল। হৃদয় ঘাইল হৈ আছিল। আৰু লুভঁত থাকি পঞ্চদশ লুইয়ে ভাবিছিল তেওঁ এখন মধ্যযুগীয় পৃথিৱীত বাস কৰিছে। তদুপৰি নিজৰ মনৰ মতে তেওঁ একো কৰিব নোৱাৰিছিল। তেওঁৰ ওপৰত মাত মাতোতা আৰু অনেক আছিল। ৰাজ বংশৰে অনেক শক্তিশালী মানুহ আছিল।"

আগ্ৰাৰ উকিলটোৱে আকৌ আৰ্তনাদ কৰি উঠিল – "মই পঞ্চদশ লুইৰ ৰাজধানী পৰিৱৰ্তনৰ কথা অলপ বেলেগ ধৰণে শুনিছিলোঁ।"

ফৰাচী গাইডে আটাহ পাৰি উঠিল – "মই ক'ম। খৰখেদাকৈয়ে ক'ম। ভিৰ বাঢ়ি আহিছে। আপোনালোকৰ কিছুমান যাত্ৰী অধৈৰ্যও হৈ পৰিছে।"

কাপুৰ চাহাবৰ ল'ৰাটোৱে এইবাৰ চিঞৰি উঠিল,–

"আমাৰ সময় নাই, আমাৰ সময় নাই!"

সি কাঠৰ খটখটিৰ পিনে একপ্ৰকাৰ লৰিয়ে যাব খুজিছিল। কাপুৰ চাহাবে তাক গৰা মাৰি ধৰিলে।

ফৰাচী গাইডে কোনো পিনে ভ্ৰূক্ষেপ নকৰি ক'লে, –

– "হয় হয় ভাৰচাইলৈ ৰাজধানী তুলি অনাৰ কিছুমান ৰাজনৈতিক কাৰণো নথকা নহয়। পেৰিচৰ ৰাজদ্ৰোহী বিপ্লৱীসকলৰপৰা এতিয়া ৰজাই অনেক দূৰৈত থাকিব পৰা হ'ল। তদুপৰি পৰাক্ৰমী বিষয়াসকলকো নিজৰ চকুৰ সমুখলৈ আনি ৰখাৰো উদ্দেশ্য নোহোৱা নহয়। তেওঁলোকক এনেদৰে লাহবিলাহত ৰখা হ'ল যাতে ৰজাৰ বিপক্ষে মূৰ দাঙিবলৈ তেওঁলোকৰ শৰীৰ আৰু মনত কোনো প্ৰকাৰৰ আৰু শক্তি নাথাকে। এনে

কাৰ্য্যত অনেক টকা-পইচা খৰছ হ'ল সঁচা কথা । কিন্তু ই এক স্বৰ্গৰাজ্যলৈ ৰূপান্তৰ হ'ল ।"

হঠাৎ আগ্ৰাৰ উকিলটিয়ে চিঞৰি উঠিল ।

–"শুনিছোঁ চতুৰ্দশ লুইৰ প্ৰধান মন্ত্ৰী কলবাৰ্ট ৰজাতকৈও বেছি জনপ্ৰিয় আছিল ।"

– "হয় হয় কলবাৰ্টে অৰ্থনৈতিক দিশটোৰ একেবাৰে ৰঙকে সলনি কৰি দিলে । আগেয়ে ফ্ৰান্সে সকলো কামৰ বাবে ইটালীৰ ওচৰত হাত পাতিবলগীয়া হৈছিল । শিল্পীসকলো আহিছিল ইটালীৰ পৰা, মাৰ্বলো আহিছিল ইটালীৰপৰা, দৰ্পণসমূহো আহিছিল ইটালীৰপৰা, মখমল, লেছ---- এইবোৰো আহিছিল ইটালীৰপৰা । ফ্ৰান্সৰ ধনৰ ভঁড়াল ইটালীক বিদেশী মুদ্ৰা দিওঁতে দিওঁতে শেষ হোৱাৰ উপক্ৰম । কলবাৰ্টে কিন্তু এই অৱস্থাৰ ৰূপেই সলনি কৰি দিলে । দেশৰ চুকে-কোণে পৰি থকা কাৰিকৰ স্থপতি গোট খুৱালে আনকি প্ৰচুৰ টকা পইচা দি বিদেশৰ স্থপতি কাৰিকৰ ইত্যাদিকো আনি ফ্ৰান্সতে যাতে সকলো বস্তু তৈয়াৰ কৰিব পৰা যায় তাৰ ব্যৱস্থা কৰি দিলে । ৰোমানসকলে ব্যৱহাৰ কৰি এৰি থৈ যোৱা মাৰ্বলৰ কোৱাৰীসমূহ আকৌ খোলা হ'ল । শেষত ফ্ৰান্সে সকলো কৰিব পৰা হ'ল । ইটালীলৈ হাত পাতি থকাৰ প্ৰয়োজন নোহোৱা হ'ল। চীন দেশৰ ৰেচমৰ কাপোৰৰ প্ৰয়োজন নোহোৱা হ'ল, অষ্ট্ৰিয়াৰ শিল্পীবো প্ৰয়োজন নোহোৱা হ'ল, ভেনিছৰ দৰ্পণবো প্ৰয়োজন নোহোৱা হ'ল আৰু ইটালী ? এবা ইটালীৰ কোনো বস্তুৰে প্ৰয়োজন নোহোৱা হ'ল ।

ইতিমধ্যে ভিৰ বাঢ়ি আহিছিল । এইবাৰ ফৰাচী গাইডে ব্ৰঞ্জৰ ঘোঁৰা এটাৰ পিনে আঙুলিয়াই ক'লে,–

– "মোৰ পিছে পিছে আহি থকা সকলে পথ ভুল কৰিব নালাগে । যিসকলে পথ ভুল কৰে সেই সকলে যেন এই ঘোঁৰাটোৰ তলত আহি থিয় হয় ।"

এই বুলি কৈ সি আগুৱাই গ'ল । তাৰ হাতত ধৰিয়েই যেন কিন্নৰী বাৰ্মা আগুৱাই গ'ল । বাহিৰৰ পৰা প্ৰাসাদৰ ফটো এখন তুলিবলৈ মই কিছু দূৰলৈ আঁতৰি গ'লো । কিয় এনে এটা সময়তে মই সকলোৰে পৰা এক প্ৰকাৰ আঁতৰ হৈ পৰিলোঁ । ফটোখন তুলি উঠি ইকালে সিকালে চাওঁতে দেখিলোঁ একমাত্ৰ কানিংহাম চাহাবেহে ফৰাচী গাইডটোৰ পিছে পিছে লৰি যাব পৰা নাই । কানিংহাম চাহাবক তেনেদৰে পিছ পৰি থকা দেখি মোৰ

বেয়া নালাগিল। পুত্ৰ/আৰু পৰিবাৰৰ মৃত্যুৰ আগেয়ে কেইবাবাৰো তেওঁ ভাৰচাইৰ প্ৰাসাদলৈ আহিছে।

যাত্ৰীসকলে ইতিমধ্যে ভুৰমূৰকৈ ফৰাচী গাইডৰ পিছে পিছে আগুৱাই গ'ল। ইটালী, অষ্ট্ৰিয়া আনকি শ্যাম আৰু মালয়দেশৰপৰা অহা যাত্ৰীৰ ভিৰত ওপৰলৈ উঠি যোৱাই সংকটময় হৈ পৰিছে। সকলোৰে লগত ইংৰাজী ক'ব পৰা একো একো গৰাকী ফৰাচী গাইড।

কানিংহাম চাহাবে ক'লে, –

– "ৰাজবালা তুমি চিন্তা নকৰিবা। ফৰাচী গাইডটোৱে যিমানখিনি বুজাব পাৰিব তাতোকৈ বেছি মই বুজাব পাৰিম।"

আমি দুয়ো কাঠৰ চিৰিৰ পিনে আগুৱাই গলোঁ, নট্ৰাডাম কেথেড্ৰেলত কানিংহামক বৰ দুৰ্বল যেন দেখা গ'লেও এতিয়া এইখিনি সময়ত তেওঁক যথেষ্ট তজবজীয়া যেন দেখা গৈছে।

কানিংহাম চাহাবে ক'লে, –

"ফৰাচী গাইডে বৰ ভালদৰে কথাবোৰ বুজাই ক'ব নোৱাৰিলে। পঞ্চদশ লুইৰ বিচিত্ৰ কাহিনীৰ কথা অৱশ্যে বৰ কম কথাৰে শেষ কৰা নাযায়। সি বেচেৰাই ক'বলৈ পাহৰিলে, ভাৰচাইৰ ৰাজপ্ৰাসাদ সকলোৰে কাৰণে মুক্ত আছিল। ছালছিগা ভিকহুৰপৰা আৰম্ভ কৰি সোণৰ চামুচ মুখত লৈ ওপজা ৰাজকুমাৰহঁতলৈকে। ভিকহুবোৰেও অৱশ্যে ৰজাক দেখা কৰিবলৈ গ'লে পৰিষ্কাৰ কাপোৰ পিন্ধি যাব লাগিছিল – আৰু প্ৰাসাদৰ ভিতৰত ভিক্ষা কৰা মানা আছিল।"

কানিংহাম চাহাবৰ লগত যাবলৈ পাই মই ধন্য মানিলোঁ।

তেওঁ এয়োদশ লুয়ে কৰি যোৱা মাৰ্বলৰ মজিয়াৰ ওপৰত পঞ্চদশ লুয়ে কৰা অভিনৱত্বৰ কথা ক'লে। মাৰ্বলৰ গম্বুজ, আইৰণৰ বেলকনি, লীডৰ অলংকাৰবোৰৰ কথাও পুঙ্খানুপুঙ্খ কৰি ক'লে।

আকৌ আমি দুয়ো আগুৱাই গলোঁ –

হঠাৎ কিবা এটা মনত পেলোৱাৰ দৰে কানিংহাম চাহাবে ক'লে, –

– "তোমাক মই ক'বই পাহৰিছোঁ। লিওনাৰ্ড দ্যা ভিন্সিৰ পৃথিৱী বিখ্যাত চিত্ৰ মনালিছা পঞ্চদশ লুইৰ ব্যক্তিগত সম্পত্তি আছিল। এই প্ৰাসাদতেই সেই ছবি আছিল। শুনা ৰাজবালা তুমি সেই ছবি এতিয়া লুভঁত দেখা পাবা। মোৰ পুত্ৰ আৰু এলিজাবেথে সেই ছবি লুভত দেখা পাইছিল।"

আনন্দত মই এক প্ৰকাৰৰ আত্মহাৰাই হৈ উঠিলোঁ। ---- কিন্তু এই মুহূৰ্তটো মোৰ গুলছন ৰাজভীৰ কথা মনত পৰিল। আহ! সি মোৰ লগত থকাহেঁতেন? এতিয়া মোৰ এনেকুৱা ভাব যে যিকোনো সুন্দৰ বস্তু দেখিলেই তাৰ কথা মনত পৰে। যেনেদৰে মোৰ বিয়াৰ পাছত মোৰ স্বামী জীয়াই থাকোঁতে কোনো সুন্দৰ বস্তু মোৰ অকলে চাই ভাল নালাগিছিল এতিয়া গুলছন অবিহনেও মোৰ ঠিক তেনে লগা হৈছে। মোৰ স্বামীৰ সমস্ত স্থান গুলছনে অধিকাৰ কৰি লৈছে।

–"শুনা ৰাজবালা! পণ্ডিতসকলে কয় লিওনাৰ্ডৰ্তকৈ ডাঙৰ শিল্পী আৰু এই পৃথিৱীত জন্মা নাই। মাইকেলেঞ্জেলো, ৰুবেন আৰু কৰেগিয়ো সকলোৰে পাহাৰ বগাইছিল - কিন্তু লিওনাৰ্ডে যি শিখৰত উপস্থিত হৈছিল আন কোনেও সেই শিখৰত উপস্থিত হব পৰা নাছিল। তেওঁৰ শাৰীৰিক বল ইমান বেছি আছিল যে একোডাল লোহাৰ ৰদ হাতেৰে বেঁকা কৰিব পাৰিছিল, তেওঁৰ শাৰীৰিক সৌন্দৰ্য্যক এপল' দেৱতাৰ লগত তুলনা কৰা হৈছিল। "

----- আমি দুয়ো ইতিমধ্যে মাৰ্বলৰ খটখটিৰ ওচৰত আহি উপস্থিত হলোঁ। গাইড ইস্মাইলৰ সৈতে বাকী দলটো যে ক'ত উধাও হৈ গ'ল, ক'ব্ই নোৱাৰিলোঁ। ইয়াত আছিল ফিলিপ মেচানি আৰু প্লেইন দ্যা ফন্টেনীৰ ছবি আৰু পঞ্চদশ লুই আৰু ৰাণী মেৰিয়া থেৰেচাৰ বিবাহৰ মূৰ্তিসমূহ।

অসম্ভৱ ভিৰ। অষ্ট্ৰিয়া, বৃহৎ জাৰ্মান, জাপান আনকি সুদূৰ চৌদি আৰবীয়াৰ পৰা অহা যাত্ৰীৰো সীমা সংখ্যা নাই। বৰ বিচিত্ৰ ভিৰ।

   

বৃদ্ধ অধ্যাপক জৰ্জ কানিংহামৰ লগত মই ঐশ্বৰ্য্য মণিমাণিকেৰে পৰিপূৰ্ণ ভাৰছাইৰ বিভিন্ন কমবোৰ চাই ফুৰিব ধৰিছোঁ– । 'ভেনাল' কমতো আমি পদাৰ্পণ কৰিলোঁ। ইটালীয়ান আৰ্হিৰে সজোৱা হৈছে এই কম। চিলিংবোৰ সোণেৰে বুলাই দিছে --- অনেক কম আছে যাক ধৰ্ম-শাস্ত্ৰৰ দেৱ-দেৱতাৰ নামত অৰ্পিত কৰা হৈছে। সূৰ্য গ্ৰহই ইয়াত সকলো গ্ৰহৰ ৰজা হৈ বিৰাজ কৰিছে।

কানিংহাম চাহাবে মোক আঙুলিয়াই দেখুৱাব ধৰিলে সৌবোৰ চোৱা জেকুইছ্ ৰোছুই কৰা ছবি 'ৰোক্সানাৰ সৈতে আলেকজেণ্ডাৰৰ বিবাহ' এন্থনি আৰু ক্লিওপেট্ৰা, চাইৰছে কোনো এক ৰাজকুমাৰীক ৰক্ষা কৰাৰ

দৃশ্য। ৰোমান সাজ-পোছাক পিন্ধা পঞ্চদশ লুইৰ মূৰ্তি।" ----- যিফালেই চকু যায় সেইফালেই যেন জলকতবক লাগি যায়।

ক'ত আছোঁ মই ?

এয়া কেনেধৰণৰ এক স্বৰ্গৰাজ্য ? ----- দূৰৈৰপৰা কোনোবা এটা গাইডে শুদ্ধ ইংৰাজী ভাষাত কোৱা শুনিলোঁ,

– সেই গৰাকী শিল্পীয়ে এই ভাৰছাইত গোটেই জীৱন ছবি আঁকি শেষত আত্মহত্যা কৰি মৰিল।

---- কোন শিল্পী। এয়া আত্মহত্যা কৰি মৃত্যু বৰণ কৰিলে ?'

নাই কানিংহাম চাহাবেও এই বিষয়ে একো ক'ব নোৱাৰিলে।

আমি ডায়েনা কমতো পদাৰ্পণ কৰিলোঁ। কানিংহাম চাহাবে আঙুলিয়াই দেখুৱালে এই কমত আছে চাল্‌ছ দেলা ফছেৰ অপূৰ্ব চিত্ৰ, চিকাৰৰ দেৱী ডায়েনা আৰু আলেকজেণ্ডাৰৰ সিংহ চিকাৰৰ দৃশ্য; জুলিয়াছ চিজাৰে কাৰ্থেজ জয় কৰাৰ পাছত তাত বাস কৰিবলৈ সমদল পঠিওৱাৰ দৃশ্য আৰু প্ৰখ্যাত স্থপতি বেৰনিনি তৈয়াৰ কৰা পঞ্চদশ লুইৰ ব্ৰঞ্জৰ মূৰ্তি। সৌৱা মোৰ সমুখতে যেন সেই শিল্পীপ্ৰিয় ৰজা পঞ্চদশ লুই থিয় হৈ আছে। ৰজাৰ বয়স তেতিয়া আছিল মাত্ৰ সাতাইছ বছৰ। তিনিশ বিছ বছৰ আগেয়ে তৈয়াৰ কৰা মূৰ্তিটো দেখিলে ভাব হয় অলপ আগেয়েহে যেন শিল্পী বেৰনিনিয়ে তৈয়াৰ কৰিছে এই মূৰ্তি ----। কানিংহাম চাহাবে কলে, – শুনা যায় বিলায়াৰ্ড প্ৰিয় এইগৰাকী ৰজাই অষ্ট্ৰিয়া আৰু ইটালীৰ প্ৰায় সকলোবোৰ ৰাজকুমাৰকে এই খেলত পৰাজিত কৰিছিল। এয়া এই ডায়েনা কমতে তেওঁ সকলোকে পৰাজিত কৰিছিল।

---- আমি আৰু আগুৱাই গলোঁ সোণালী ৰঙেৰে জকমকাই থকা মাৰ্চ কমলৈ অৰ্থাৎ বুধ গ্ৰহৰ কমলৈ। --- ভাব হ'ল কৰবাত যদি স্বৰ্গৰাজ্য আছে সি ইয়াতকৈ বেছি সুন্দৰ হ'ব পাৰিব নে ?

ফৰাচী সৈনিকৰ যুদ্ধ জয়ৰ ট্ৰফিসমূহেৰে জাতিস্কাৰ হৈ আছে এই জাকজমক কম। চিলিঙত অংকিত আছে বুধগ্ৰহ। ৰথৰ ওপৰত বিচিত্ৰ সাজ-পোছাকেৰে থিয় হৈ আছে এই গ্ৰহৰূপী দেৱতা। বীৰ হাৰকুলাছৰ বিজয়ৰ চিত্ৰয়ো চিলিঙৰ একখণ্ড আৱৰি আছে।

কানিংহামে ক'লে –

'চিমনিৰ ওপৰত ডমেনি চিনোৱে আঁকা সৌখন ৰজা ডেভিদৰ ছবি। ---- ৰজাৰ কাষত চিত্ৰিত সৰু বালকটিলৈ চোৱা --- তাৰ হাতৰ

মাংসপেশীলৈ লক্ষ্য কৰিছা নে ? একেবাৰেই যেন তেজ মাংসৰ বালক। স্পৰ্শ কৰিলে আমি তাৰ তেজৰ উত্তাপ পাম।'

কথাখিনি কৈ কানিংহাম চাহাবে পকেটৰপৰা কমাল উলিয়াই চচ্‌মাযোৰ খুলি চকু দুটা হেঁচি ধৰিলে। মোৰ ভাব হ'ল তেওঁৰ হয়তো মৃত পুত্ৰৰ কথা মনত পৰিছে।

এই বয়সত পুত্ৰৰ শোক যেন সহ্য নহয়। মই তেওঁৰ মন অন্যপিনে ধাবিত কৰিবৰ বাবে তেওঁক ৰব ড্ৰইং ৰুমৰ পিনে একপ্ৰকাৰ ঠেলি হেঁচিয়ে আগুৱাই আনিলোঁ।

ইয়াত এটা ফৰাচী গাইডে তাৰ বিচিত্ৰ ইংৰাজী উচ্চাৰণেৰে চিঞৰি আছে – 'পঞ্চদশ লুইয়ে এসময়ত ইয়াত নিজৰ মন্ত্ৰীসকলৰ সৈতে গুপ্ত সভা কৰিছিল। প্ৰাচীৰবোৰ চুই চাওক, এয়া ইটালীৰ পৰা অহা মাৰ্বল। সৌবোৰ দৰ্পণ চাওক। দৰ্পণৰ ইমান মিহি কাম আপোনালোকে আগেয়ে কৰবাত লওক ? সৌবোৰ ব্ৰঞ্জৰ ট্ৰফি ভালদৰে চাই কৰবাত দেখিছে। সৰু সৰু দৰ্পণবোৰ কিমান মূল্যবান জানে নে ?'

কোনোবা এটাই প্ৰশ্ন কৰিলে – এইবোৰ ভেনিচৰপৰা অহা দৰ্পণ নেকি ? পাথৰ ঘঁহি ঘঁহি কৰা দৰ্পণ।'

ফৰাচী গাইডে উত্তৰ দিলে –

– মন্ত্ৰী কলবাৰ্টৰ দিনতে চব সলনি হৈ গৈছে। ফ্ৰান্সে আইনা নিৰ্মাণত ভেনিচক চেৰ পেলাই বহুদূৰ আগুৱাই গৈছে।

----- সৌৱা চিলিং চাওক। স্পেইন আৰু হলেণ্ডে ফ্ৰান্সৰ বিপক্ষে যুদ্ধৰ আয়োজন কৰাৰ ছবি। শিল্পী চাৰ্লছ্ লে বানে আঁকিছিল এই ছবি। ------ হলৰ একেবাৰে সোঁ মাজত গৈ মই মূৰৰ ওপৰৰ চিলিংখনলৈ মূৰ তুলি চালোঁ। ---- আহ সেয়া যুদ্ধৰ আয়োজন --- সকলোতে এক তাম বৰণীয়া ৰং, জাহাজৰ মাস্তুলৰ বৰণ, জাহাজৰ পালৰ বৰণ --- আৰু সৌবোৰ পেশীবহুল কেনেধৰণৰ যোদ্ধা ? মূৰৰ বিচিত্ৰ হেলমেটে ৰোমান জেনেৰেলৰ কথাহে মনত পেলাই দিছে। প্ৰকাণ্ড ঈগল এটাই এক ভয়ঙ্কৰ ৰূপ লৈ থিয় হৈ আছে সৈনিকসকলৰ ওচৰত। ক'লা আৰু তামবৰণীয়া আকাশ। ভাঙি পৰা জাহাজৰ পাল, উৰালি উৰি অহা ঈগলৰ তাম বৰণীয়া পাখি। ঘাইল হৈ বাগৰি পৰা সৈনিক --- ক'লা ধোঁৱাই আৱৰি ৰখা এয়া এক ৰহস্যময় বাতাবৰণ। মৃত্যুৱে এক জীৱন্ত ৰূপ ধাৰণ কৰি যেন

সকলোতে বিৰাজ কৰিছে। যুদ্ধ আৰু যুদ্ধ আয়োজনৰ এনে অপূৰ্ব চিত্ৰ আগে পিছে দেখা মোৰ মনত নপৰে।

--- মাই নাই অধ্যাপক কানিংহামে সেইপিনে মুৰ তুলি চোৱা নাই। বাৰে বাৰে তেওঁ পকেটৰ পৰা কমাল উলিয়াই লৈ চকুত হেঁচা দিব ধৰিলে। ---- তেতিয়া হ'লে তেওঁ পুত্ৰক লগত লৈ আহিছিল নিশ্চয়।

টানি অনাৰ দৰে মই এইবাৰ কানিংহাম চাহাবক হল অৱ মিৰৰ পিনে লৈ আহিলোঁ। কাৰণ এইখিনি সময়তে হল অব মিৰৰ খালী হৈছে। ভীৰ দক্ষিণ দুৱাৰৰ পিনে গতি কৰিছে। কানিংহাম চাহাবক এইবাৰ মই প্ৰশ্ন কৰিলোঁ –

– এই প্ৰখ্যাত হল অব মিৰৰ বিষয়ে আপুনিয়ে মোক জ্ঞান দিয়ক।

চাওক গাইডক এৰি মই আপোনাৰ লগে লগে আহিছোঁ।

বৃদ্ধ অধ্যাপক হঠাৎ যেন সজাগ হৈ উঠিল। এইবাৰ তেওঁ কমালেৰে নাক আৰু কপাল মচিলে। কলে,

– ' শুনিছিলোঁ এই হল সম্পূৰ্ণ হ'বলৈ ছয়বছৰ লাগিছিল। মোৰ ল'ৰাই চব নোট কৰি ৰাখিছিল।

----- স্তম্ভিত হোৱা যায়। কোনো আৰু ভাষাৰ প্ৰয়োজন নহয়। সোণৰ পানী চটিওৱা ব্ৰঞ্জৰ অপ্সৰা সমূহৰ হাতত হীৰাৰ দৰে জকমকাই আছে আইনাৰ চেণ্ডিলিয়াৰসমূহ।

আৰু সৌ মূৰৰ ওপৰৰ চিলিংখন ?

কানিংহামে ক'লে –

– 'চিলিঙৰ পেইন্টিংবোৰ চোৱালে বাৰ্নৰ ৰবপ্ৰখ্যাত যুদ্ধৰ ছবি ; সেইবোৰ হলেণ্ডৰ সৈতে হোৱা ফ্ৰান্সৰ যুদ্ধৰ ছবি। ---- আৰু পৰৱিবি বোলা এৰিধ পাষাণেৰে কৰা ৰোমৰ সম্ৰাটসকলৰ বাস্তাবোৰ ? চুই চোৱা, – যোৱা, ওচৰলৈ গৈ চুই চোৱা। মম বধা দৈওবোৰ চতুৰ্দশ লুয়ে নিজে কল্পনা কৰি তৈয়াৰ কৰিছিল। চুই চোৱা ৰাজবালা ---? ১৭৬৯ খৃষ্টাব্দতে সেইবোৰ তৈয়াৰ কৰা হৈছিল। চাৰিশ বছৰ পাৰ হৈ গৈছে – তথাপিও সেইবোৰৰ উজ্জ্বলতা লক্ষ্য কৰিছা নে ? তোমাৰ মূখৰ প্ৰতিবিম্ব তাত দেখিবা যোৱা, চুই চোৱা।

বগা ভেলভেটৰ ওপৰত সোণৰ কাৰুকাৰ্য কৰা পৰ্দাবোৰ মই হাতেৰে স্পৰ্শ কৰি চালোঁ।

– 'শুনা ৰাজবালা। ইয়াতেই কজাই বিভিন্ন দেশৰ ৰাজ পৰিয়ালৰ লোকসকলক লগ ধৰিছিল।'

এইবাৰ আমি শান্তিৰ বৈঠক অৰ্থাৎ পিছ ড্ৰইংৰুমৰ পিনে আগুৱাই গলোঁ। জৰ্জ কানিংহামে এইখিনিতে ঘূৰ্মুটিয়াই ঘূৰ্মুটিয়াই কিবা এটা বিচাৰি ফুৰিব ধৰিলে –।

মই প্ৰশ্ন কৰিলোঁ –

– ' কি চাব বিচাৰিছে ছাৰ ? '

– ' এইতো হলতেই মেৰী এন্তোঁয়ানেট চিম্‌নিৰ কয়লা ভঙা হাকোটা এডাল আছিল।'

– 'মেৰী এন্তোঁয়ানটে ? অৰ্থাৎ আমি উচ্চাৰণ কৰি থকা মেৰী এন্তোঁয়ানেট ?'

কানিংহাম চাহাবে মূৰ দুপিয়ালে। লগে লগে মোৰ ইতিহাসত পঢ়া অনেক ঘটনাৰ ছবি মনত পৰিল। ----- মেৰী এন্তোঁয়ানেট ? হয় হয় ভাবছাইলত তেওঁৰ অনেক স্মৃতি আছে। অষ্ট্ৰিয়াৰ ৰাজকুমাৰী। বিয়া হৈছিল ফ্ৰান্সৰ লুইৰ লগত -------

মেৰী এন্তোঁয়ানেট ।

ফৰাছী বিপ্লৱ ?

গুলেটিন ? এই অষ্ট্ৰিয়ান ৰাজকুমাৰী গৰাকীৰ তেজেৰে বিপ্লৱীসকলে ৰুমাল ধোৱাৰ কাহিনী ?----

কানিংহাম চাহাব আগুৱাই গ'ল। ময়ো তেওঁৰ পিছে পিছে আগুৱাই গলোঁ।

--- আমি আহি ৰাণীৰ বেড চেম্বাৰত উপস্থিত হলোঁ। এই অপূৰ্ব শুৱনি কোঠাটোৰ পিনে আঙুলিয়াই কানিংহাম চাহাবে কলে –,

– চোৱা, ভালদৰে চাই লোৱা। ৰাজবালা তুমি হাতেৰে স্পৰ্শ কৰি চোৱা। সৌ প্ৰাচীন বিছনাখন। মহাৰাণীৰ অলংকাৰ থোৱা সৌ কাঠৰ কেচটো ? ---- এইখন বিছনাতেই ফ্ৰান্সৰ উনৈছটা ৰাজকুমাৰ আৰু ৰাজকুমাৰীৰ জন্ম হৈছিল। ফ্ৰান্সৰ তিনিগৰাকী মহাৰাণীয়ে এই কোঠাত বাস কৰিছিল।'

– 'ফ্ৰান্সৰ তিনিগৰাকী মহাৰাণী।'

– 'হয় তিনিগৰাকী মহাৰাণী।'

– 'মেৰী এন্তোঁয়ানেটো আছিল ?

– 'এৰা আছিল । তেওঁ ১৭৮৯ চনৰ ৬ অক্টোবৰলৈ ইয়াত আছিল । সৌবোৰ পৰ্দা, ব্ৰকেদৰ জাকজমক বিছনাৰ চাদৰ, মেৰী এতোঁয়ানেটৰ প্ৰিয় চকি টেবুল এই সকলোবোৰ একেই আছে ।

মই মন্ত্ৰমুগ্ধ হৈ চকি মেজবোৰ চুই চালোঁ । এক অনন্য চেতনা মোৰ শিৰা উপশিৰাৰ মাজেৰে প্ৰবাহিত হ'ল । এইখিনি সময়তো মোৰ গুলছনৰ কথা মনত পৰিল ।

হয় হয় এইখিনি সময়ত যদি গুলছন মোৰ ওচৰত থাকিলহেঁতেন ? আমি দুয়ো পৃথিৱীৰ এই আটাইতকৈ বিতৰ্কিত ৰাণীগৰাকীয়ে ব্যৱহাৰ কৰা কাঠৰ চকি-মেজবোৰত একেলগে হাত ফুৰাব পাৰিলোঁহেঁতেন ।

সৌৱা এটা সুন্দৰ টেবুল লেম্প, যাৰ পোহৰত বহি মেৰী এতোঁয়ানেটে ৰূপচৰ্চা কৰিছিল ।

মোৰ উৎসাহ দেখিয়েই কানিংহাম চাহাবে ক'লে –

– 'তুমি অকল মেৰী এতোঁয়ানেটৰ কথা ভাৱি আছা । মোৰ বোধেৰে ভাৰছাইৰ আটাইতকৈ সুন্দৰ ৰাণীগৰাকী আছিল মেৰী লেছচজিনকা ! তেওঁ চতুৰ্দশ লুইৰ পত্নী আছিল । চিলিঙত সৌ ছবিবোৰ দেখিছা নহয় – সেইবোৰ এই গৰাকী ৰাণীৰ বিভিন্ন ৰূপ গুণৰ বৰ্ণনা সাংকেতিক ৰূপত শিল্পী ফ্ৰাঙ্কইছ বাউছেৰে আঁকিছিল । শান্তিৰ বৈঠক এই গৰাকী ৰাণীৰ ৰূপ সৌন্দৰ্যই পোহৰ কৰি ৰাখিছিল ।'

কানিংহামক কলোঁ –

–'সেই গৰাকী ৰাণীৰ জীৱনত কোনো কোনো সংঘাত নাছিল । গোটেই জীৱনটো সেইগৰাকী ৰাণীৰ যেন এটা বনভোজ নাইবা বিলাস ভ্ৰমণহে আছিল ।

–'বনভোজ !'

–' হয় ! হয় । মৃত্যুৰ দিনাও এই জাক-জমক কোঠাটোত তেওঁৰ মৃত্যু হৈছিল । নাই নাই ভাৱনাৰ কোনো স্থান নাই । গোটেই জীৱনটো যেন এডাল ফুলৰ মালা । নিজে পিন্ধিছে আনকো পিন্ধাইছে ।

---- কিন্তু তেজৰ আখৰেৰে লিখা আছে মেৰী এতোঁয়ানেটৰ নাম । কোনে কয় মেৰী এতোঁয়ানেট নিৰ্দোষ আছিল । কোনোৱে কয় প্ৰচণ্ড দাম্ভিক আছিল । বহুদিনৰ আগেয়ে গুলছনে মেৰী এতোঁয়ানেটৰ বিষয়ে এখন ৰচনা লিখিছিল ।

আঃ গুলছন !

সি জে এম টমশনৰ 'ফৰাচী বিপ্লৱ' নামৰ বিখ্যাত গ্ৰন্থখন পঢ়িছিল। ষষ্ঠদশ লুইক হত্যা কৰাৰ পাছত মেৰী এণ্টোয়ানেট, যুৱৰাজ আৰু ৰাজকুমাৰী ৰয়েলেটি টেম্পুলত বন্দী হৈ আছিল। দুমাহ বাগৰি গৈছিল।

এৰা মেৰী এণ্টোয়ানেটৰ প্ৰিয়তম ষষ্ঠদশ লুইক গিলোটিনত দিয়া হৈ গৈছিল।

ৰজাক বলিশালত তুলি দিয়াৰ সময়ত ৰজাই হেনো চিঞৰি উঠিছিল,

–'মোৰ তেজে ফ্ৰান্সৰ সুখ শান্তি ঘূৰাই আনক।'

– পিপল জে মেউৰছু ইনোসেন্ট, পিপল জে মেউৰছু ইনোসেন্ট।'

– ' মই নিৰ্দোষ।'

– ' মই নিৰ্দোষ।'

বিপ্লৱী জন সমুদ্ৰইও চিঞৰি উঠিছিল –

–'ভিভা ল্যা ন্যাচিউ।'

– 'ভিভা ল্যা ন্যাচিউ।'

------ চব মনত আছে। চ'ব মনত আছে। ৰজাৰ কটা মূৰ জনসমুদ্ৰৰ পিনে দাঙি ধৰি এটা বিপ্লৱীয়ে আটাহ পাৰি উঠিছিল।

– 'ভিভা ল্যা ন্যাচিউ।' –'ভিভা ল্যা ন্যাচিউ।'

ৰজাৰ তিনিকোণীয়া টুপি, তিনিৰঙৰ বেজ, তেজেৰে ৰাঙলী গিলেটিনৰ স্কাৰ্ফজ্বৰ ওপৰতেই নীলাম হ'ল। কটা মূৰৰ পৰা কাটি অনা চুলি আৰু ধীবনো বিক্ৰী হ'ল। ৰজাৰ মুগা বৰণীয়া কোট খণ্ড খণ্ড কৰি ফালি জনসমুদ্ৰৰ মাজত বিলাই দিওঁতে এনে এক খোৱা কামোৰা লাগি পৰিল যাৰ ফলত এটা বিপ্লৱী সেই ঠাইতে হেনো নেফানেফ হৈ ছিটিকি পৰিল।

কোটৰ বুটাম ?

হয় হয় ৰজাৰ কোটৰ নীলা বুটামকেইটা লৈয়ো দবৰাদবৰি লাগি পৰিল।

আনন্দত মত্ত সৈনিকইঁতে, ৰজাৰ দোণ্ডা বন্ধা তেজত তৰোৱালবোৰ জুবুৰিয়াই ললে। যিবোৰ মানুহৰ পকেটত কমাল নাছিল সেইবোৰে পকেটত খেপিয়াই খেপিয়াই টকুৰা টকুৰি কাগজকে উলিয়াই ৰজাৰ তেজত জুবুৰিয়াই ললে।

----- চব কথা ৰাণী মেৰীয়ে শুনিছিল। টেম্পলত বন্দী হৈ থকাৰ সময়ত চব কথাই শুনিছিল।

---- আহ! সৌৱা অধ্যাপক কানিংহামে ঘূৰ্মুটিয়াই ঘূৰ্মুটিয়াই মেৰী এণ্টোয়ানেটৰ কয়লা ভঙা লকডাল বিচাৰি ফুৰিছে। ইতিমধ্যে ইংৰাজী ভাষা কোৱা আৰু এটা টুৰিষ্টৰ দল, এই বেণ্ড চেম্বাৰলৈ হুৰমূৰকৈ সোমাই আহিল।

চাৰিওফালে আকৌ মেৰী এণ্টোয়ানেটৰ নাম গুণগুণাই উঠিল।

টেম্পলৰ পৰা ওলাই গৈছিল ৰাণী বলিশাললৈ। --- ৰজাৰ মৃত্যুৰ পাছত ছয়মাহ বন্দীশালত আছিল। ৰাজতন্ত্ৰ উভতি অহাৰ ভয় আৰু ক্ৰোধত ইতিমধ্যে বিপ্লৱী সজাগ হৈ আছিল। পেৰিছৰ হাট বজাৰত তেতিয়াও ৰজাৰ জনপ্ৰিয়তাৰ ছবি সিচঁৰতি হৈ আছিল। ৰাণীৰ প্ৰিয় ভাতৃ প্ৰভিন্সৰ যুৱৰাজে ৰাজকুমাৰৰ অভিভাৱক হৈ সপ্তদশ লুইক প্ৰতিষ্ঠা কৰাৰ চেষ্টাৰ কাহিনী সকলোৰে কাণত পৰিছিল। পেৰিছ চহৰৰ হাটে-বাটে তেতিয়াও ৰজাৰ চুলি আৰু কোটৰ টুকুৰা বিক্ৰী হৈছিল। অনেকেই এই স্মৃতি আদৰেৰে সংৰক্ষণ কৰিছিল।

হয় হয় এইখিনি সময়তে অভিনেত্ৰী ডুৰীলেনে মহাৰাণীক লগ ধৰিব আহিছিল।

কনচিয়াৰগোষ্ঠীৰ এক ভয়ঙ্কৰ কাৰাগাৰলৈ কেনেকৈ আহিছিল ডুৰী লেন ?

ডুৰী লেন ?

এৰা সুন্দৰী অভিনেত্ৰী ডুৰী লেন!

– ৰাণীৰ কাণৰ কাষলৈ আহি তাই ফুচফুচাই কৈছিল, – 'ইংলিছ চেনেল পাৰ হৈ পলাই যোৱাৰ বন্দোবস্ত কৰিছোঁ'।

– 'কি উত্তৰ দিছিল ?'

– 'হয় হয় কি উত্তৰ দিছিল মেৰী এণ্টোয়ানেটে ? ফ্ৰান্সৰ শেষ ৰাণীয়ে ?

--- প্ৰচণ্ড আত্ম অভিমানী ৰাণীয়ে ৰাণীৰ দৰেই উত্তৰ দিছিল।

– পেৰিছৰ হাট বজাৰ চোৰাংচোৱাৰে ভৰি পৰিল। বিপ্লৱীসকলৰ কাণত অহৰহ নতুন খবৰ। ৰজা ষষ্ঠদশ লুইক হেলেলেইনৰ কবৰস্থানত দহফুট দকৈ খন্দা কবৰত দফনা দিয়া হ'ল যাতে ৰাজতন্ত্ৰৰ ভূতে আৰু উঠি বহিব নোৱাৰে। কিন্তু এতিয়া আকৌ পেৰিছৰ বাটে ঘাটে বাতৰি

উৰি ফুৰিছে ৰাজতন্ত্ৰ আকৌ আহিব পাৰে। হয় হয় ৰাজতন্ত্ৰ আকৌ আহিব পাৰে। পোন্ধৰ হেজাৰ ভিখাৰীয়ে পেৰিছৰ বাটে ঘাটে ভিক্ষা কৰি ফুৰিছে ?

– 'পেৰিচত ভিখাৰী ?'

৯০০ নথি-পত্ৰ চালি-জাৰি ৰাণীক বিচাৰ কৰা হ'ল।

অবিশ্বাস্য গাম্ভীৰ্য্য আৰু সংযমেৰে ৰাণীয়ে বিচাৰ কক্ষত শেষ উত্তৰ দিলে –

– 'মই ৰাণী হিচাপে নহয় পত্নী হিচাপেহে ষষ্ঠদশ লুইৰ পলিছিসমূহ স্বীকাৰ কৰিছিলোঁ।'

কোনে বিশ্বাস কৰে ?

ঐতিহাসিক টমশ্বনে কৈ গৈছিল, স্থূল শৰীৰৰ সুৰাপ্ৰিয় আৰু নাৰীৰ প্ৰতি বিশেষ ৰুচি নথকা ৰজা ষষ্ঠদশ লুই। দুইকোটি কুৰি লাখ লোকৰ ৰজা লুই। নাই নাই তেওঁৰ অন্তেষপুৰ ফৰাচী সুন্দৰীসকলেৰে কেতিয়াও তেওঁ সজোৱা নাছিল। তেওঁৰ গোঁৱাৰ স্বভাৱ, দবি থকা সাহস আৰু নিৰুৎসাহ ফৰাচীসকলৰ দৰে নহয়, জাৰ্মানসকলৰ দৰেহে আছিল হেনো। ৰাণী মেৰীৰ কাণৰ ওচৰলৈ আহি তেওঁ হেনো এদিন কৈছিল,–

– ' এই ৰাজমুকুট দলিয়াই থৈ তোমাৰ সৈতে কোনো এক গাঁৱত গৈ মোৰ বাস কৰাৰ ইচ্ছা হয়। তাত মই পৰিয়ালৰ লগত থাকিম। পঢ়িম আৰু চিকাৰ কৰিম।'

---- মেৰী এতোঁয়ানেটৰ এই প্ৰিয়তমৰ তেজৰ চেকা লগা কোটৰ টুকুৰা আৰু চুলি তেতিয়া পেৰিছৰ হাটে ঘাটে বিক্ৰী হৈছে।

শেষত ৯০০ নথি পত্ৰৰ মাজত মেৰী এতোঁয়ানেটৰ জীৱনৰ সীমা নিৰ্ধাৰিত হৈ গ'ল।

১৬ অক্টোবৰৰ প্ৰত্যুষতে ঘটিল সেই ঘটনা। দুঘন্টাৰ আগতেই প্লেছ দ্যে লা ৰেভুলিউচিয় লোকে লোকাৰণ্য হৈ পৰিছিল।

মেৰী এতোঁয়ানেটক গুলেটিনত দিয়া চাব অহা লোক ? বলিশাললৈ ঘোঁৰা বাগীত উঠি আহিছিল ৰাণী। ৰাজপোছাক নাছিল। চুলিখিনি ওপৰলৈ তুলি এনে ধৰণে এটা টুপি পিন্ধাই দিছিল যে তেওঁৰ বগা উন্মুক্ত ডিঙিটো যাতে সকলোৰে চকুত পৰে। ঐতিহাসিক টমশ্বনে কৈছিল, –

– 'প্ৰখ্যাত শিল্পী ডেভিদে ৰাণীৰ বলিশাললৈ যোৱা দৃশ্যক লৈ এখন ছবি আঁকিছিল ----।

মেৰী এন্টোয়ানেটৰ ঘোঁৰা বাগী উপস্থিত হোৱা দেখি সকলোৱে পিন্ধি থকা টুপি আৰু হাতৰ লাখুটি আকাশলৈ উকৱাই দি চীৎকাৰ কৰি উঠিছিল –

– 'ভিভাল্যা ৰিপাব্লিকা।

ভিভা ল্যা ৰিপাব্লিকা !'

--- ইউলিছিৰিপৰা অহা মাৰ্বলৰ মজিয়াত, তুলাতকৈও কোমল জোতা পিন্ধি ঘূৰি ফুৰা ফ্ৰান্সৰ মহাৰাণীয়ে গুলেটিনৰ স্কাফল্ডিঙৰ ওচৰত খালী ভৰিৰে থিয় হ'ল। কাৰো সহায় নোলোৱাকৈ হেনো থিয় হ'ল।

এক মুহূৰ্ত। --- হয় হয় মাত্ৰ এক মুহূৰ্তৰ ভিতৰত দূৰৈৰ বাছকেট এটাত ছিটিকি পৰিল ৰাণীৰ কটা মূৰ---- ! এটা বিপ্লৱীয়ে স্কাফল্ডিঙৰ ওচৰত থিয় হৈ ৰাণীৰ তেজেৰে হেনো হাত ধুব খুজিছিল।

সৈনিকৰ হুৰমূৰণি, কনভেনশ্বনক স্তুতি কৰা বক্তৃতামালাৰ ফুলজাৰীৰ মাজত ক'ত যে ৰাণীৰ মৃত দেহ ঢাক খাই পৰিছিল -------

------ চব কথাই মনত পৰিল। টমশ্বনৰ ইতিহাস পঢ়া মেধাবী ছাত্ৰ গুলছনৰ মুখত মই অনেক কথাই শুনিছিলোঁ। আনকি শিল্পী কুচাৰকিয়ে ১৭৯১ চনত আঁকা মহাৰাণীৰ ছবি খনৰ কথাও শুনিছিলোঁ। এই ছবিখনৰ কেনভাছৰ ওপৰত বিপ্লৱীৰ বেয়োনেটে কৰা ছিদ্ৰ সমূহৰ কথাও শুনিছিলোঁ।

------ ম্যাৰী এন্টয়েনেটৰ শোৱনি কোঠাত থিয় দি সকলো কথাই মনত পৰিল। এঁকৈশ বছৰ ম্যাৰী এন্টয়েনেট ইয়াত আছিল। মই জাক জমক বিছনাখন চুই চালোঁ। ম্যাৰী এন্টয়েনেটৰ অপূৰ্ব কাৰুকাৰ্য্য কৰা ৱালনাটৰ কেচটোও চুই চালোঁ। ম্যাৰীৰ শোৱা বিছনাৰ ওচৰত কেতিয়াবা মই এনেদৰে থিয় হব পাৰিম, এই কথা কল্পনা কৰা নাছিলোঁ। ------ ইতিমধ্যে ফৰাছী গাইডটিৰ লগত আমাৰ দলটি আহি এই বেড চেম্বাৰত উপস্থিত হ'ল। গাইডটিয়ে আটাহ পাৰি উঠিল, – চাই লওক। ভালদৰে চাই লওক সৌ কাঠৰ কাচকেটটোত ৰাণীয়ে গহনা ৰাখিছিল। ------ হঠাৎ মই উভতি চাই দেখিলোঁ কাপুৰ চাহাবৰ আধা বলিয়া ল'ৰা অনুপ কাপুৰে ট টকৈ মোৰ পিনে চাই আছে – । সি কোঁ-কোঁৱাই মোৰ পিনে আগুৱাই আহিল। তাৰ পাছত সকলোকে অবাক কৰি দি সি আৰ্তনাদ কৰি উঠিল।

– "সেই শিখ আতঙ্কবাদী ল'ৰাটো যে তোমাৰ লগত আহিছিল ক'ত সি ? "

বিস্ময়ত অভিভূত হৈ মই ল'ৰাটোৰ মুখৰ পিনে চাই ৰলোঁ ।

– "ক'ত সেই শিখ ল'ৰাটো ! ! তাক মই ?" ---- তাক মই --। "

মই কলোঁ,

– " তুমি হৰনাম সিং মাস্তানাৰ কথা কৈছা ?"

– " হয় । হয় । তাৰ নাম হৰনাম সিং মাস্তানা । সি আতঙ্কবাদী যুৱক ----- । ভয়ানক মানুহ ------- ভয়ানক ।"

মই কলোঁ,–

– "হৰনাম সিং মাস্তানা ভয়ানক মানুহ নহয় । মই তাক বহুদিনৰ পৰা জানো ।"

কাপুৰৰ ল'ৰাটোৱে আকৌ মোৰ মুখলৈ ট টকৈ চাব ধৰিলে ।

ইতিমধ্যে কানিংহাম চাহাবে আৰ্তনাদ কৰি উঠিল ।

–" নাই ম্যাৰী এন্টয়েনেটৰ কয়লা ভঙা লকডাল মই বিচাৰি নেপালোঁ । শিল্পী লেকোমেটে কৰা ম্যাৰী এন্টয়েনেটৰ 'কাষ্ঠ' এটাও চিমনিৰ ওপৰত আছিল । এতিয়া সেইটোও আঁতৰাই থৈছে । ----- আহা আহা আগুৱাই আহা, মেৰিডিয়ান কেবিনেটৰ কিমান পৰিৱৰ্তন হ'ল – ওচৰলৈ আহা চোৱা ! এই ক্যাবিনেটতে বিশ্ৰাম কৰি ম্যাৰী এন্টয়েনেটে হেনো বৰ আনন্দ লাভ কৰিছিল । শিল্পী ৰছিউ ব্ৰাদাছে ৰাণীৰ ওক কাঠৰ আচবাব পত্ৰসমূহত কাৰুকাৰ্য্য কৰিছিল । ফ্ৰান্সৰ এই শেষ ৰাণী গৰাকীয়ে আচবাব পত্ৰসমূহত অষ্ট্ৰিয়াৰ কাৰুকাৰ্য্য কৰাই ভাল পাইছিল । – তাই অষ্ট্ৰিয়াৰ ৰাজকুমাৰী আছিল সেইবাবেই ।

------ কাপুৰৰ ল'ৰাটোৱে কৈ যোৱা কথা কেইটা তেতিয়াও মোৰ কাণত বাজি আছিল ।

– " সি আতঙ্কবাদী ল'ৰা ।

হৰনাম সিং আতঙ্কবাদী ?

এই কথা সম্ভৱ নে বাৰু ? বৰ বহল হৃদয়ৰ ল'ৰা হৰনাম । হৰি দেৱীৰ দুঃখত দুখী হৈ যেয়ে তাইক বিয়া কৰাবলৈ সাজু হব পাৰে সেই ল'ৰা আতঙ্কবাদী হব পাৰে নে ?

নাই নাই কোনো কথা আৰু ভাবিব নোৱাৰি । কাৰণ অক্টোবৰৰ ৰায়তত যি লোকচান হৈছিল সেই লোকচানৰ পাছত এইদৰে বিদেশ ভ্ৰমণৰ

বাবে সি অৰ্থ কড়ি ক'ত পালে এই কথা ভাৱিও মই কিছু বিমোৰত পৰিছিলোঁ।

---- হঠাৎ কানিংহামৰ কণ্ঠ শুনি মই চকিত হৈ উভতি চালোঁ।

– " আমাৰ দলটি কেতিয়াবাই পাৰ হৈ গ'ল। তুমি কি .চিন্তা কৰি আছা। --- আৰু বহুত চাব লগা আছে ৰাজবালা !!

ফ্ৰান্সৰ আটাইতকৈ ৰূপহী ৰাণী ম্যাৰী লেছকাহিনৃস্কী ৰ চীনৰ পৰা অনা ছবিৰে ভৰপূৰ ষ্টুডিঅ'টি কেনেদৰে ম্যাৰী এন্টয়েনেটে পুথিঘৰলৈ ৰূপান্তৰ কৰিলে তুমি চাব পাৰিবা। ফ্ৰান্সৰ এই শেষ ৰাণী ৰ ৰাৰ্কীয়ে পঢ়া কিতাপবোৰ পৰ্যন্ত তুমি হাতেৰে চুই চাব পাৰিবা। ---- শুনা ম্যাৰী লেছকাহিনৃস্কীৰ লগত ম্যাৰী এন্টয়েনেটে যেন এক গোপন প্ৰতিযোগিতাহে কৰিছিল। আহা আহা আগুৱাই আহা ফ্ৰান্সৰ দুয়ো গৰাকী ৰাণীয়ে নিজৰ ব্যক্তিগত বন্ধু-বান্ধৱ আৰু ৰাজদূত সকলক দেখা কৰা গিলদেদ কেবিনেট ৰাজপুৰুষসকলৰ বৈঠক, এলিজাবেথ ভিগি, লে বাৰ্নে অঁকা ম্যাৰী এন্টয়েনেটৰ ছবিৰে ভৰপূৰ ৰাণীৰ এন্টি চেম্বাৰ ? ------- আৰু কাৰ ছবি জানা ? মহাশিল্পী ভিননৰ ? তুমি দেখোন চিন্তা মগ্ন হৈ পৰিলা ?

কানিংহামৰ কণ্ঠ শুনি মই মূৰ তুলি চালোঁ। হয় হয় মই হৰনাম সিং মান্তানাৰ কথা ভাৱি আছিলোঁ। অনুপ কাপুৰে কৈ গ'ল সি আতঙ্কবাদী যুৱক ?

কানিংহামে চিঞৰি উঠিল,–

– "এইবোৰ স্থান তুমি সৌভাগ্যৰ বলতহে দেখা পাইছা। টকা পইছা থাকিলেও এনেবোৰ স্থান দেখা পোৱা নেযায়। একো চিন্তা নকৰিবা।"

মই কানিংহামৰ পিছে পিছে আগুৱাই গলোঁ। কৰনেশ্বন ৰূমৰ দুৱাৰ মুখত থিয় হৈ কানিংহামে ক'লে,–

– "শুনা ইয়াতেই প্ৰত্যেকটি পৱিত্ৰ বৃহস্পতিবাৰে লাষ্ট চাপাৰৰ স্মৃতিত ফ্ৰান্সৰ মহাৰাণীয়ে তেৰ গৰাকী দুখীয়া কুমাৰী ছোৱালীক আহাৰ পৰিবেশন কৰিছিল। ১৮০৪ খৃষ্টাব্দত নট্ৰাডামত হোৱা সাম্ৰাজ্ঞী জোছেফাইনৰ অভিষেকৰ ছবিখন ভালদৰে চাই লোৱা। শিল্পী লুইছ ডেভিদৰ ছবি সেইখন।

১৮৯২ চনৰ ৰূম।

১৮৩০ চনৰ ৰূম।

যুদ্ধৰ গেলেৰী

ডফাইন ( ৰাজকুমাৰী) ইতৰ ঘৰ । অসংখ্য, অজস্ৰ ঘৰ দুৱাৰ ! --- --- শেষত মই এক প্ৰকাৰ ভাগৰিয়ে পৰিলোঁ । কিন্তু অধ্যাপক কানিংহামৰ উৎসাহৰ অন্ত নাই । এই ভব্য ৰাজপ্ৰাসাদৰ প্ৰত্যেকটো কোঠালৈ গৈ তেওঁ এটা বিশেষ বস্তু বি্যাবি ফুৰিছে । সম্ভৱৰ ওচৰ চপা এই বৃদ্ধই ক'ত এনে শক্তি পাইছে ? ক'ত তেওঁ এনে শক্তি পাইছে ? ম্যাৰী এন্টয়েনেটে কয়লা ভঙা হাকোটা বিচাৰি ফুৰিছে তেওঁ -------- । মৃত পুত্ৰই কৌতূহল দেখুওৱা কয়লা ভঙা হাকোটা ? প্ৰত্যেকটো বস্তুৰ একেবাৰে ওচৰলৈ গৈ খুটি খুটি তে  পৰীক্ষা কৰিছে ।

মই এক প্ৰকাৰ অধৈৰ্যয়ে হৈ পৰিলোঁ । মোৰ বুজিবলৈ বাকী নাছিল যে আমাৰ দলৰ সকলোবোৰেই হয়তো ইতিমধ্যে লুঁভৰ অভিমুখে গতি কৰিছে । কানিংহামৰ লগত ময়ো হয়তো লুঁভলৈ যাব লাগিব । কিন্তু মোৰ বেয়া নেলাগিল এই কাৰণেই যে মই এতিয়া একেবাৰেই নিৰিবিলি ভাৱে ভাৰ ছাইলছৰ জগত বিখ্যাত বাগিচাবোৰ চাব পাৰিম ।

ছয়

এটা সময়ত কানিংহাম চাহাবৰ লগত ভাৰছাইলছৰ বাগিচা চাবলৈ প্ৰাসাদৰ পৰা বাহিৰলৈ ওলাই আহিলো । মোৰ দৃষ্টিৰ সমুখত উদ্ভাসিত হৈ উঠিল এক অন্য স্বৰ্গ ৰাজ্য । এয়া ভাৰচাইলছৰ বাগিচা । এই বাগিচাৰ মাটি কালিৰ পৰিমাণ হেনো দৈৰ্ঘ্য হেজাৰ আঠশ বিশ একৰ । সীমা দি ৰখা প্ৰাচীৰৰ দৈৰ্ঘ্য সাতাইশ মাইল । বাইশখন দুৱাৰে শোভা বৰ্দ্ধন কৰিছে এই ভব্য প্ৰাচীৰ ।

এটা সময়ত আমি দ্যা লেন অব থ্ৰি ফাউন্টেনত উপস্থিত হলোঁ । শিল্পী দেভাজাদিনৰ অপূৰ্ব সুন্দৰ ডায়েনাৰ মূৰ্তিৰ তলত আমি দুয়ো ৰহিলোঁ ।

কানিংহাম চাহাবে কান্ধত ওলমাই লোৱা বেগটোৰ পৰা দুটা ফলৰ ৰসৰ টেমা উলিয়াই এটা মোৰ পিনে আগুৱাই দিলে । মই টেমাটো লবলৈ অস্বীকাৰ কৰিলোঁ । কাৰণ বিদেশত ভ্ৰমণকাৰীসকলৰ বাবে বিদেশী মুদ্ৰাৰ অভাৱৰ কথা সকলোৱে জানে ।

কানিংহামে চাহাবে নেৰে। তেওঁ কি কাৰণে কাৰলতিৰ তলত ইমান ডাঙৰ বেগটো লৈ ফুৰাইছে মই ধৰিব নোৱাৰিলোঁ। শেষত আমি দুয়ো মুখামুখিকৈ বহি ফলৰ ৰস খাব ধৰিলোঁ।

ডায়েনাৰ মূৰ্তিৰ তলত কানিংহামৰ দৰে এগৰাকী মহাপণ্ডিতৰ লগত বহি মোৰ বৰ ভাল লাগিল। কলোঁ,-

– " আমি দুয়ো তেতিয়াহলে দলটোৰ পৰা একেবাৰে ফালৰি কাটি আহিলোঁ।"

– "হয় একেবাৰেই ফালৰি কাটি আহিলোঁ। দলটোৱে বোধহয় এতিয়া এফিল টাৱাৰ চাবলৈ যাব।"

কানিংহামে ক'লে

– "এফিল টাৱাৰৰ প্ৰতি মোৰ বিশেষ আগ্ৰহ নাই।"

–."মোৰো সেই প্ৰকাণ্ড টাৱাৰটোৰ প্ৰতি কোনো কৌতূহল নাই। অনেকৰ দৰে মোৰো ভাব হয়, ইতিহাসৰ সৌন্দৰ্য্যক অটুট কৰি ধৰি ৰখা পেৰিছ্ চহৰৰ বুকুত সেইটো এটুকুৰ ঘাঁৰ দৰে বিকৃত।"

– "নাই নাই ------ তুমি তেনেদৰে নকবা – ই স্থপতি গুস্তাভ এফিলৰ এক অবিশ্বাস্য সৃষ্টি। তিনিশ ফুট ওখ লোহাৰ ভয়ঙ্কৰ টাৱাৰটো সজাৰ সময়ত বিৰোধিতা কৰিবলৈ পেৰিছৰ ৰাজপথলৈ শিল্পী, সাহিত্যিক, স্থপতিসকলে এদিন ওলাই আহিছিল। চাৰ্লছ্ গ্ৰেইনাৰ, চাৰ্লি গ্ৰোথোম, মাছেনেট আলেকজেণ্ডাৰ ডুমা ইত্যাদিয়ে বিৰোধিতা কৰি কি লিখিছিল জানা নে ?

– " কি লিখিছিল ?"

– " আমি সৌন্দৰ্য্য প্ৰিয় কবি ঔপন্যাসিক স্থপতিয়ে ফ্ৰান্সৰ জগত বিখ্যাত শিল্প কলাৰ মৰ্য্যদা ৰক্ষা কৰিবৰ বাবে এই পত্ৰ লিখিছোঁ। আমি আমাৰ ঐতিহ্যমণ্ডিত শিল্প কলাৰ লগত একেবাৰেই খাপ নোখোৱা লোহাৰ দানব এটা চহৰৰ মাজ মজিয়াত সজাৰ বিৰোধিতা কৰোঁ।"

----- শিল্পী সাহিত্যিকৰ ভয় আছিল গথিক শিল্পই শান্ত সৌম্য ৰূপ দিয়া পেৰিছ্, মহাশিল্পী জীন গাউজেন, ৰুদে, হাৰ্দেন পোগেটৰ মানস সুন্দৰী পেৰিছ্ এই বৃহৎ গম্বুজটিয়ে এই সুন্দৰ চহৰৰ এটকুৰ ঘা হৈ পৰিব।

– " নাগৰিকৰ এই খং-ৰাগ বিক্ষোভে গোস্তেভ এফিলৰ উৎসাহত পানী ঢালিবৰ বাবে যথেষ্ট নাছিল নে ?"

– " নাই নাই মহান শিল্পীৰ হৃদয়ত এনে এক শক্তিৰ আবির্ভাৱ হয় যি শক্তিয়ে তেওঁক কাম্য স্থানত পৌছাই দিয়াৰ এক ঐশ্বৰিক কার্য্য সাধন কৰে । তেওঁ কি কৈছিল জানা নে ?"

ফলৰ বসৰ টিঙটোত শেষ হোপা মাৰি মই আগ্ৰহেৰে সুধিলোঁ ; "কি কৈছিলো ?

– "তেওঁ কৈছিল ইজিপ্তৰ পিৰামিডবোৰৰ প্ৰতি মানুহৰ এই আকৰ্ষণ কিহৰ ? মানুহৰ কল্পনাৰ বিলাস কিহৰ ? সেইবোৰ একোটা নকল পাহাৰৰ বাহিৰেতো একো নহয় । – " the aesthetic impact of the pyramids lay in the immensity of the effort and the grandeur of the result. My lower will be the highest structure that has ever been buit by men. Won't it be just as grand in its fashion ? ' -----------নৰ্মা ইভানৰ কিতাপত মই এইবোৰ কথা পঢ়িছিলোঁ ।

মই কলোঁ –

– "বাঃ আপোনাৰ চব কথাই মনত আছে ।"

– "মোৰ ল'ৰাটোৰ বৰ কৌতূহলৰ স্থান আছিল এফিল টাৱাৰ ------ ১৮৮৯ চনতেই যেনেদৰে ই মানুহৰ বিস্ময় আৰু কৌতূহলৰ বিষয় আছিল আজিও তেনেদৰেই আছে ---- ইয়াক ভঙাৰ যি চুক্তি আছিল সেই চুক্তি কেতিয়াবাই শেষ হৈ গৈছে । মানুহৰ সৃষ্টি ক্ষমতাৰ অনন্য স্বাক্ষৰ বহন কৰি এফিল টাৱাৰে পৃথিৱীৰ অষ্টম ঐশ্বৰ্য্য হৈ গৌৰৱেৰে থিয় হৈ আছে ।

----- এইবাৰ আকৌ কিছু সময় কানিংহাম চাহাব একেবাৰে নিশ্চুপ হৈ ৰ'ল । তাৰ পাছত ক'লে

– "আলেকজেণ্ডাৰ ডুমাই টাৱাৰটো সজাত বেয়া পাইছিল । এদল শিল্পী সাহিত্যিকক পেৰিছৰ বাজ আনিলৈ উলিয়াই আনি বিৰোধিতা কৰিছিল । মোঁপাছাই এই বিস্ময়কৰ টাৱাৰটোলৈ গৈ এইবাবেই ভাল পাইছিল যে একমাত্ৰ এই টাৱাৰটোত সোমালেহে হেনো ইয়াৰ বৰ্ব্বৰ ৰূপ দেখাৰ পৰা তেওঁ মুক্তি পায় । ----- কিন্তু চোৱা আজি এই নতুন যাত্ৰীবোৰে মোঁপাছা নাইবা ডুমাৰ কবৰলৈ ফুল লৈ নেযায়, আজি হো হো কৈ সকলোৱে টাৱাৰৰ পিনেহে ঢাপলি মেলে !" আমি দুয়ো কিছু সময়

আকৌ নিশ্চুপ হৈ থাকিলোঁ। কয়লা ভঙা হাকোটাৰ কথা হঠাৎ মোৰ মনত পৰিল, কলোঁ, –

– "আপুনি ৰাজ প্ৰাসাদত তেতিয়াহলে ম্যাৰী এন্টয়েনেটে ব্যৱহাৰ কৰা কয়লা ভঙা হাকোটাডাল বিচাৰি নেপালে !"

– " নাই নেপালোঁ !"

– " অনেক বস্তু সিহঁতে সলনি কৰিছে। ফৰাছী বিপ্লৱৰ সময়ত ম্যাৰী এন্টয়েনেটৰ প্ৰত্যেকখন ছবিত হেনো বেয়োনেটৰ ঘা লাগিছিল।"

– " হয়। হয়। সেইবোৰ আঁতৰাই পেলাব্বা হৈছে ------- কিন্তু মোৰ সেই হাকোটাডাল আকৌ এবাৰ স্পৰ্শ কৰি চোৱাৰ বৰ ইচ্ছা আছিল।"

– " কিয় ?"

( হায় হায়। মই যেন সুধিব নলগীয়া প্ৰশ্ন এটাহে সুধিলো)

– "সি সেইডাল চুই চাইছিল। বয়স তাৰ দহ বছৰ মানহে হৈছিল। সেইডাল তাৰ হাতৰ পৰা কোনো মতেই একৰাই আনিব পৰা নাছিল। এলিজাবেথ অৰ্থাৎ মোৰ পত্নীবো বয়স বৰ কম আছিল। দ্বিতীয় মহাযুদ্ধ চলি থকা সময়তে আমাৰ বিয়া হৈছিল। তেওঁক ভাৰতীয় নাইবা কেৰিবিয়ান মহিলা বুলি মানুহে সম্বোধন নকৰিছিল। তেওঁক সকলোৱে ফৰাচী মহিলা বুলিয়েই ভাবিছিল। ----- আহ, মোৰ বৰ ভালদৰে মনত আছে ভাৰছাইলছলৈ অহাৰ সময়ত তেওঁ এটা ফুলাম ফ্ৰক পিন্ধি আহিছিল। বুলৱাৰ্ডৰ পৰা কিনা এটা টুপিও পিন্ধিছিল বগা ফাৰৰ টুপি।

মূৰৰ ওপৰৰ আকাশলৈ এইবাৰ ট ট কৈ চাব ধৰিলে কানিংহাম চাহাবে।

– একেবাৰে শূন্য নহয় নে ?

চব শেষ হৈ যাব ? ----- কিন্তু ইমান সোনকালে এইবোৰ শেষ হৈ যাব ? এনে কোনো ধাৰণা নাছিল। ------ এলিজাবেথে কি কৈছিল জানা নে ?"

– " কি কৈছিল ? "

– " মোতকৈ আগেয়ে তুমি মৰিবা। যাতে মই তোমাৰ গোটেইখিনি দায়িত্ব পালন কৰি যাব পাৰোঁ।

---- মই মৰাৰ আগেয়ে তুমি মৰিবা।

– "গিৰিয়েকক তেনেকৈ কব পাৰিছিল যেতিয়া নিশ্চয় তেওঁ বৰ সাহসী মহিলা আছিল ।"

– " চব গুণেই আছিল কিন্তু এটা দুৰ্বলতা আছিল, অহৰহ এক স্বৰ্গৰাজ্যৰ সপোন দেখিছিল ।"

– "স্বৰ্গ ৰাজ্য ?"

– " লণ্ডনত থাকিব খুজিছিলোঁ ! এই ভাৰতীয় মানুহবোৰ যাৰ লগত তেওঁ দিন অতিবাহিত কৰিছিল, সেইবোৰৰ সুখ দুঃখ ঠিক বুজিবলৈ চেষ্টা নকৰিছিল । ------ শুনা ৰাজবালা, ল'ৰাটোৰ স্মৃতিত যি স্মৃতি স্তম্ভ সজাব খুজিছিল সেইটোও ----- নাই নাই এইবোৰ কথা মই তোমাক ঠিক এতিয়া কব নোৱাৰিম ---- সকলো মানুহেই জন্মৰ লগত একোটা দুৰ্বলতা লৈ আহে, এই দুৰ্বলতা কেতিয়াবা আকৰ্ষণৰ বস্তু হৈ পৰে আৰু কেতিয়াবা ঘৃণাৰ ! এই দুৰ্বলতা থকা বাবে এলিজাবেথৰ প্ৰতি মোৰ ভাৱৰ গভীৰতা কমা নাছিল ।" ------ এনেদৰে বাগিচাত বহি মোৰ বৰ ভাল লাগিল । কিন্তু স্মৃতিৰ ভৰত কানিংহাম চাহাব একেবাৰে ভাঙি পৰাৰ দৰেই দেখা গ'ল । এইবাৰ তেওঁ কান্ধত লৈ অহা বিচিত্ৰ বেগটোৰ পৰা এডাল ফন্ডিং ষ্টিক উলিয়াই ললে । তাৰ পাছত ক'লে, –

– "১৯৪৪ চনত মই এলিজাবেথ আৰু মোৰ ল'ৰাটোৰ লগত আহোতে যিবোৰ স্থান দেখিছিলোঁ এতিয়া মই আকৌ সেইবোৰ স্থান চাই ফুৰিম । কিন্তু এতিয়া আমি আহাৰৰ নামত কিছু খাই লোৱা উচিত হব ।"

দুয়ো এইবাৰ তললৈ নামি শৈ শাৰীপাতি থকা দোকানৰ মাজৰ এখন পিজাৰ দোকানত সোমালোঁ । এটা বিচিত্ৰ ফৰাচী পিজাকে আমি দুয়ো ভগাই খোৱাৰ ব্যৱস্থা কৰিলোঁ । ইটালীৰ মহান শিল্পী এন্ত্ৰিকো কেৰোজোৰ সংগীত বজাই থাকিবলৈ কানিংহামে এটি বেহেলা বাদকো নিয়োগ কৰিলে । মই পাশ্চাত্য সংগীত ভালদৰে বুজি নেপাওঁ । তথাপিও এই মহান সংগীতজ্ঞৰ সুৰে অভিভূত কৰি তুলিলে । কানিংহাম চাহাবে মাকৰ বুকুত কুকৰি কুকৰি সোমোৱা কেঁচুৱাৰ দৰে অতীতৰ বুকুলৈ যেন একেবাৰে সোমাই গ'ল ।

ক'লে –

– "তুমি ভাৱা নে মই লণ্ডনত বাস কৰিব পাৰিম ? এলিজাবেথে লেখিছিল তাত আমাৰ চিৰিয়ান খৃষ্টানসকলৰ এখন কলনিয়ে বহি গৈছে । আমাৰ পূৰ্বপুৰুষসকল কেৰেলাৰ কুদানগেলোৰ ব্ৰাহ্মণ আছিল । এতিয়া

আমাৰ এই কুমানগেলোৰ মানুহিনিৰ দুই এৰাৰে লণ্ডনৰ বাকিং এছেক্ত একেলগে আছে, একেলগে ব্যৱসায় কৰিছে। সেইবোৰৰ বেছিভাগেই চেংগুলীয়া লৰা। শুনিছিলোঁ সেইবোৰৰ পঢ়া-শুনাৰ প্ৰতি মন নাই। টকা ঘটা আৰু সেই বিচিত্ৰ সঙ্গীতত গা ঢালি দিয়া এনে সিহঁতৰ জীৱন ----- ৰাজবালা কোনোবা এজনে এবাৰ লণ্ডনৰ পৰা আহি কৈছিল,–

– "চেংগুলীয়াহঁতে দুখোজ দূৰৈত থকা ডিকেন্সৰ ঘৰ পদাৰ্পণ কৰা নাই। সিহঁতে পিক উইকৃছ পেপাৰৰ নামেই শুনা নাই হেনো ------- ।"

মই ক'লোঁ,–

– "আপুনি বেছি ভাগ সময় পৃথিৱীৰ বিখ্যাত কিতাপৰ দোকান কয়েলহতে কটাব পাৰিব। তদুপৰি সেই বিশ্ববিখ্যাত পণ্ডিতসকলক লগ পোৱাৰ পাছত আপোনাৰ লণ্ডনত থাকি ভাল লগা হব।"

– "লণ্ডনত থাকি মোৰ ভাল লাগিব ?"

– "হয়। হয়। লণ্ডনত থাকি আপোনাৰ ভাল লাগিব।"

----- হঠাৎ কৰবাৰ পৰা হুৰমূৰকৈ আহি থিয় হ'ল কিম্বৰী বাৰ্মা নামৰ আমাৰ কপহী সহযাত্ৰী গৰাকী। তাইৰ হাতত ধৰি আছে কেঁকোৰা চুলিৰ মজবুত চেহেৰাৰ কৰাচী পাইত ডিক্টৰ। গ্ৰীক দেৱতাৰ দৰে সুন্দৰ চেহেৰা তাৰ।

কিম্বৰী বাৰ্মাই মোক একাৰে মাতি নি ক'লে,–

–"পেৰিছলৈ আহি তুমি এই বুঢ়াটোৰ লগতহে দেখোন সৰহ সময় কটাইছা ? আহাঁ আমি ট্ৰাইনল চাই আহোঁ। কৰাচী বকেল তাৰুৰ্য্যৰ অপূৰ্ব নমুনা পাবা তাত। ৰুপতি সেত্ৰিয়েলে সজা পেভিলিয়ান দেখি তোমাৰ বিস্ময়ৰ সীমা নেথাকিব। তাতেই ৰাণী ম্যাৰী এন্টয়েনেটে হেনো শৈশৱত কটোৱা দিনবোৰৰ স্মৃতি ৰোমন্থন কৰিছিল।"

যেহেতু বাদকে যেহেতু কৰাই থকা স্বত্বেও আৰু কিম্বৰী বাৰ্মাই একেবাৰে নিম্ন কণ্ঠেৰে কথা পাতি থকা স্বত্বেও কেনেকৈনো কানিংহাম চাহাবে ম্যাৰী এন্টয়েনেটৰ নামটো শুনা পালে ভাবি মই তবধ মানিলোঁ। বুঢ়া হ'লে মানুহৰ শ্ৰৱণ শক্তি দুৰ্বল হয়। কিন্তু কানিংহাম চাহাবৰ কথা বস্তুবোৰ ওলোটা হৈছে।

–"যোৱা। যোৱা ৰাজবালা, তুমি কিম্বৰী বাৰ্মাৰ লগত ট্ৰাইনলৈ যোৱা, তাত ম্যাৰী এন্টয়েনেটৰ জীয়ৰী মেডাম ৰয়েলেট আৰু ৰাজকুমাৰে শৈশৱ কটাইছিল ----- উঃ শৈশৱ আৰু কত কটাব ? কাৰাগাৰতে লব

কঙ্কাললৈ ৰূপান্তৰিত হৈছিল, সিহঁতক এমাহ ধৰি হেনো পানী এটোপা খাব দিয়া নাছিল। ------ শুনা আৰু শুনা হূপতি বিচাৰ্ড মিকে কথা ৰাণীৰ থিয়েটাৰলৈও যাবা ------। তাত মাত্ৰ ৰজা ৰাণীৰ প্ৰিয় পাত্ৰ এক গৰাকী সম্ভ্ৰান্ত মানুহহে বহিব পাৰিছিল। কেতিয়াবা ৰজা ৰাণীৰ প্ৰিয় দুই এগৰাকী দাস দাসীবো অন্ধলৈ অপেৰা চোৱাৰ সুযোগ ঘটিছিল -------- এটাইতকৈ মজাৰ কথা কি আছিল জানা নে? ৰাণীয়ে বোঁহোৰ ভিলেজ ডিভাইনাৰত নিজেই এগৰাকী কৃষক ৰমণীৰ ভাওত অভিনয় কৰিছিল।"

– "ম্যাৰী এন্টয়েনেট আৰু কৃষক ৰমণী?"

সকলোৱে খিলখিলাই হাঁহিব ধৰিলে।

কানিংহাম চাহাবে এটা আঙুলি ওঁঠত দি চকু দুটা ডাঙৰ কৰি আটাহ পাৰি উঠিল – ।

– " নাই – নাই তোমালোকে ভুল নকৰিবা ম্যাৰী এন্টয়েনেট আৰু ষষ্ঠদশ লুইছে ৰাজমুকুট দলিয়াই থৈ কোনো এক গাওঁলৈ গৈ বসবাস কৰাৰ সপোন দেখিছিল – । -------- কাৰাগাৰত গ্যুলেটিনলৈ অপেক্ষা কৰি থকাৰ সময়ত এগৰাকী বান্ধৱীক ম্যাৰীয়ে কৈছিল,–

– "তুমি মুক্ত, কেনে সুন্দৰ এই মুক্তিৰ অৱস্থা? ------ এটা সময়ত এই 'ভাৰচাইলছৰ' ৰাজ প্ৰাসাদৰ পৰিষ্কাৰ আৰু উত্তাপিত কৰি ৰাখোতেই খৰছ হৈছিল quarter of civil expenditure of the country ---- The Grand Falconer received Fifteen thousand pounds a year. Master of the Royal wolfhounds ten thousand pounds" ------ ইয়াত বসবাস কৰা ৰজাৰ প্ৰিয় পাত্ৰসকলে সম্পত্তিৰ কৰ পৰ্যন্ত দিব নেলাগিছিল। ---- ম্যাৰী এন্টয়েনেটৰ ব্যক্তিগত খৰছ কিমান আছিল জানা নে? মোৰ ভালদৰে মনত নাই – কিন্তু মোৰ পুত্ৰ আৰু পত্নী এলিজাবেথে এইবোৰ চব জানিছিল। দুয়ো টমছনৰ ফ্ৰেঞ্চ ৰেভিউলেশ্বন পঢ়িছিল। ------ হেকাৰচনৰ দৰে মোৰ পত্নী এলিজাবেথেও কৈছিল, –

– " ম্যাৰী এন্টয়েনেট নথকা হ'লে ফৰাচী বিপ্লৱ নহ'লহেঁতেন।"

কিম্বৰী বাৰ্মা আৰু ফৰাছী গাইডটোৱেও একেলগে চিঞৰি উঠিল,–

– " হয় হয় ম্যাৰী এন্টয়েনেট নথকা হ'লে ফৰাচী বিপ্লৱ নহ'লহেঁতেন।"

কিন্নৰী বাৰ্মা আৰু ফৰাছী গাইডটিয়ে এইবাৰ কানিংহাম চাহাবৰ কবলৰ পৰা ৰক্ষা পাবৰ বাবে যেন উচপিচাব ধৰিলে। কিন্তু নাই উৎসাহত একেবাৰে অভিভূত হৈ পৰিছে কানিংহাম চাহাব – মোৰ পিনে হাত এখন দাঙি এইবাৰ তেওঁ চিঞৰি উঠিল –

– "ট্ৰাইলনত ফৰাচী বিপ্লৱৰ অনেক স্মৃতি দেখা পাবা ------- ৰাণীৰ ঘৰ অৰ্থাৎ কুইনছ্ হাউছ্ চাব। কিন্তু নাপাহৰিবা -----। এই ঘৰৰ কাঠৰ গেলেৰীত সজাই থোৱা সৰু সৰু মাটিৰ টাববোৰত ম্যাৰী এন্টয়েনেটৰ নাম লিখা আছে। তুমি সেইবোৰ খুটি খুটি চাবা। মোৰ পুত্ৰ আৰু এলিজাবেথে সেইবোৰ খুটি খুটি চাইছিল। মোৰ মনত আছে টাববোৰৰ ৰং নীলা আৰু বগা আছিল। ম্যাৰী এন্টয়েনেটে তেওঁৰ এই বাসভৱনৰ পৰা খেতিত ব্যস্ত হৈ থকা কৃষক ৰমণীবোৰক চাই বৰ আনন্দ লাভ কৰিছিল। জানানে সেই সময়ত তেওঁ কি কাপোৰ পিন্ধিছিল ? ------ ফ্ৰান্সৰ মহাৰাণীয়ে সেই সময়ত বগা মুছলিনৰ গাওন আৰু ড্ৰ হেট পিন্ধিছিল -------

ইতিমধ্যে কিন্নৰী বাৰ্মা আৰু ফৰাছী গাইডটো অতিষ্ঠ হৈয়ে পৰিল। কিন্নৰীয়ে মোৰ কাণৰ কাষলৈ আহি ফুচফুচাই ক'লে, –

" শুনিছোঁ বৈণীয়েক আৰু পুতেকৰ মৃত্যুৰ পাছত অধ্যাপক কানিংহামৰ মূৰৰ ঠিক নোহোৱাৰ দৰে অৱস্থা ॥ ----- তুমি পেৰিছলৈ আহি এই বুঢ়াটোৰ লগত সময় নষ্ট কৰাৰ দৰে মূৰ্খামী নকৰিবা। ------ শুনা ক'ত গ'ল তোমাৰ লগে লগে ঘূৰা সেই শিখ যুৱকটি ?"

– "হৰনাম সিং মাত্তানা ?"

– "হয়। হয় হৰনাম সিং মাত্তানা। সি যদি কিবা কামত গৈছে মই তোমাক এজন ফৰাছী যুৱকৰ লগ লগাই দিব পাৰোঁ --------। চেম্পেইনো এনেয়ে পাবা নাইবা বগা ৱাইনৰ সুন্দৰ স্বাদ গ্ৰহণ কৰিব পাৰিবা। কোৱা বাজি ? তোমাৰ দৰে ধুনীয়া মানুহ এজনীৰ বাবে ॥"

মই কিন্নৰী বাৰ্মাৰ মুখলৈ ট টকৈ চাই থাকিলোঁ। এইবাৰ তাই আঙুলি এটা জোকাৰি চিঞৰি উঠিল ,–

– "উ বিদেশী মুদ্ৰা ? যাত্ৰীসকলৰ হাতভৰি চৰকাৰে একেবাৰে বান্ধি থৈছে, আমাৰ পাঁচশ ডলাৰৰ মাজৰ দুশ ডলাৰ এজেন্টইতে কাঢ়ি লৈছে ? গতিকে ফৰাছী যুৱকৰ লগত হলি গলি কৰিলে ক্ষতি ক'ত ?"

কিন্নৰী বাৰ্মাৰ কথা শুনি মই তবধ মানিলোঁ। তাই অৱশ্যে মোৰ উত্তৰলৈ অপেক্ষা নকৰিলে। ফৰাছী গাইডটিৰ গাত লিপিত খাই যোৱাৰ দৰে গৈ তাই ভাৰচাইলছৰ বিচিত্ৰ ভিৰৰ মাজত অদৃশ্য হৈ পৰিল।

তাৰ হ'ল সাপে মোট সলোৱাৰ দৰে লাহে লাহে যাত্ৰী দলে নিজৰ নিজৰ মোট সলাব আৰম্ভ কৰিছে। আমাৰ উকিলটি ভাৰচাইলছলৈ অহা নাছিল সি চেম্প ইলিছি, বুলেভাৰ্ড আৰু উইলিয়াম টু ৰ'ডৰ গণিকালয় বোৰ বিচাৰি ফুৰিছিল ---- আৰু হৰনাম সিং মাস্তানা ?------

হঠাৎ অধ্যাপক কানিংহামৰ মাতত মোৰ চমক ভাঙিল।

– "ৰাজবালা! তুমি সেই সুন্দৰী মহিলা গৰাকীৰ লগত নগৈ এই বুঢ়াটোৰ লগত কিয় ৰৈ গ'লা? --- যোৱা সিহঁতৰ পিচে পিচে যোৱা। মোৰ হাতত এই ফল্ডিং লাখুটিডাল আছে – মই এতিয়া থৰক্ বৰক্কৈ ঘূৰি ফুৰিম। হাতৰ ছামবাৰ বেগটোৱেহে কিছু অসুবিধা কৰিছে! যুদ্ধৰ পাছত যিবোৰ ঠাইত· এলিজাবেথ আৰু পুত্ৰ সন্তানটিৰ লগত মই ঘূৰি ফুৰিছিলোঁ। সেইবোৰ স্থানত মই ঘূৰি ফুৰিম ---- দ্যা ম্যান অৱ থ্ৰি কাউন্টেন? টুৰাই লাইট ৰাটাৰ লেন, এল, এছ আদামৰ নেপটিউন আৰু এমফ্ৰিটিটিৰে শোভিত নেপটিউন কাউন্টেন, বলকাম গ্ৰত --- আৰু আৰু উঃ এই পৃথিৱী বিখ্যাত বাগিচাবোৰৰ ওচৰত আমি তিনিটা প্ৰাণীয়ে এসময়ত কেনেকৈ দিন কটাইছিলোঁ। যুদ্ধৰ পাছত যদিও বৰ বেছি দিনৰতো কথা নহয় এইবোৰ? মোৰ বাবে চব শেষ হৈ গৈছে, তথাপিও মই কুৰুকি কুৰুকি চাব বিচাৰিছোঁ। ---- ৰাজবালা, তুমি নিশ্চয় আচৰিত হৈছা নহয় নে? এই বুঢ়া বয়সত মোৰ এই স্মৃতি ৰোমন্থনৰ হেঁপাহ? --- সঁচা কথা কবলৈ গলে স্মৃতিৰ মাজতে আজি কালি সাঁতুৰি-নাদুৰি থাকোঁ---। বৰ আচৰিত কথা কি জানানে ---- গোটেই জীৱন জুৰি যিবোৰ প্ৰকাণ্ড প্ৰকাণ্ড কিতাপ পঢ়িলোঁ সেইবোৰে মাথো আঁতৰি যাবলৈ কয়। যত থাকো তাৰ পৰা আঁতৰা কি এক দুৰুহ কথা তুমি ঠিক বুজি নেপাবা। বুঢ়া বয়সলৈ যুদ্ধ কৰাও ভয়ঙ্কৰ কথা। ------ কাক যে খামুচি ধৰিব খোজে এই মনে? ---- অথচ খামুচি ধৰিবৰতো একো নাই ---- ॥ শিক্ষক হিচাপে পোৱা গৌৰৱ সন্মান ------ চব খোলাকটিৰ তাল। উঃ সময়ে সময়ে আমি যদি মনৰ মোট সাপৰ দৰে সলনি কৰিব পাৰিলোহেঁতেন! কানিংহাম চাহাবে হাউলি গৈ শিলৰ মূৰ্তি এটাৰ ওচৰত

কিছুসময় নিস্তুপ হৈ থাকিল। তাৰ পাছত জোতাৰ ওচৰৰ বাম্বিখিনি যেন পৰীক্ষা কৰি চালে। গধুৰ হৈ পৰা বাতাবৰণ সহজ কৰি দিবলৈ কলে, –

– "বৰ ৰূপহী নাৰী আছিল ম্যাৰী। হোৱাহ্ ৱালপোলে কি লিখিছিল জানা নে? — Hebes and Florasn and Helens and Graces are street walkers to her. She is a statue of beauty when standing or sitting ; grace itself when she moves ------"

মোৰ সমুখৰ পিজাৰ প্লেট কেতিয়াবাই শেষ হৈছিল। এই বৃদ্ধৰ প্ৰতি অনুকম্পাত মই হৃদয়ত এক ধৰণৰ ব্যথা অনুভৱ কৰিলোঁ। কলোঁ,–

– "মই এই পৃথিৱী বিখ্যাত বাগিচাবোৰ আপোনাৰ লগত চাম। আহক সময় বৰ কম।"

---- কানিংহাম চাহাবৰ কথা শেষ হোৱা নাছিল। তেওঁ থৰক-বৰক কৈ উঠিল আৰু ফল্ডিং লাঠিডাল খুলি ললে। তাৰ পাছত কোটৰ পকেটৰ পৰা স্ক্ৰাফ কেইটামান উলিয়াই বেহেলা বাদকটোক বিদায় দিলে। পিজাৰ দাম দিব খুজিলোঁ – কিন্তু নাই। বুঢ়া অধ্যাপকে মোক হাতবেগ খুলিব নিদিলে।

দ্যা ল্যাণ্ড অৱ দ্যা ত্ৰি ফাউনন্টেন অভিমুখে. আমি দুয়ো আগুৱাই গলোঁ। এই অধ্যাপকে স্মৃতিৰ ৰহস্যময় গহ্বৰ খান্দি গল ----- আৰু মোকো যেন আলফৃতহে কৰি গল।

হৰনাম সিং মাস্তানা, আগ্ৰাৰ উকীল, কাপুৰ চাহাব, কিন্নৰী বাৰ্মা নাই এই সময়ত আমি ভাগ ভাগ হৈ পৰিলোঁ।

## সপ্তম অধ্যায়

দ্বিতীয় মহাযুদ্ধত পেৰিছৰ হেনো এক অদ্ভুত স্থিতি হৈছিল। চেম্প ইলিচি বুলেভাৰ্ড প্লেছ দ্যা লা অপেৰা ইত্যাদিত সেই মজবুত জাৰ্মান সেনাৰ জোতা আৰু অস্ত্ৰ-শস্ত্ৰৰ ঝংকাৰে হেনো আকাশ বতাহ নিনাদিত কৰি তুলিছিল। প্লেছ দেলা কনক্ৰড, বুলেভাৰ্ড, কই দ্যা বিভলিং, নটাডাৰ্ম কেথেড্ৰেল; প্লেচ দ্যা লা, বচট্ৰেলি; প্লেচ দ্যা লা বেভিলিউ চিয়ঁ, ইত্যাদিত স্বস্তিকাৰ চিহ্ন আৰু জাৰ্মান বিজয়ৰ শ্লোগানসমূহেৰে ভৰি পৰিছিল। দুশবো অধিক ব্ৰঞ্জৰ মূৰ্তি নিজৰ নিজৰ স্থানৰ পৰা উঘালি আনি গলাই অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰিছিল। আঃ ক'ত শিল্পীৰ মানস প্ৰতিমা ?

ক'ত কবিৰ কবিতাৰ প্ৰেৰণা ?

ক'ত কাৰিকৰৰ পৰিশ্ৰমৰ ফল ? চব একো একোটা ভয়ঙ্কৰ অস্ত্ৰলৈ ৰূপান্তৰিত হৈছিল। মানুহৰ তেজপিপাসু অস্ত্ৰ। তেঁজৰ চেকা লগা অস্ত্ৰ ---- শিল্পীৰ মানস প্ৰতিমাই অস্ত্ৰলৈ ৰূপান্তৰ হোৱা সেই সময় পেৰিছৰ বাবে বৰ ভয়ানক-সময় আছিল।

আৰু হিটলাৰ ?

বৰ গোপনে হেনো এই নৰৰাক্ষসে কল্পনা কৰিছিল বাৰ্লিনক পেৰিছতকৈও সুন্দৰ কৰি গঢ়ি তুলিব। কিন্তু পৰাজিত হৈ যেতিয়া উভতি আহিল, এই খুংখাৰ ৰাক্ষসে ভাবিলে চব ধ্বংস কৰি যাব। এই পৰাজয়ৰ লগত চব লুণ্ঠি ঘৃণ্ঠি ধূলিসাৎ কৰি যাব।

ছীয়েন নদীৰ দলংবোৰ বাৰুদেৰে উৰুৱাই দিয়াৰ ব্যৱস্থা কৰা হ'ল।

লাম্বেবাৰ্গ পেলেচ
প্লেছ দে লা কনৰ্কডে,
চেম্বৰ অব, ডেপুটিছ
কুৱাইড অঁৰছে
এফিল টাৱাৰ

নটাড্ৰামৰ গীৰ্জা ---- হয় হয় সকলো উৰুৱাই দিবলৈ এক্সপ্ৰচিভ ৰখা হ'ল। হিটলাৰৰ সেনাধ্যক্ষসকলে এইখিনি সময়তে বিশ্বাসঘাতকতা কৰিলে। পেৰিছৰ ৰূপত মন্ত্ৰমুগ্ধ হৈ থকা এই সেনাধ্যক্ষসকলে কি সত্তেৰে পেৰিছ ধ্বংস কৰিব ? গ্ৰেণ্ড পালাইচে জুই আৰু বন্দুকৰ গুলিত ক্ষত-বিক্ষত

হোৱাৰ বাহিৰে দ্বিতীয় মহাযুদ্ধত মানসিক বিকাৰ গ্ৰস্ত শক্তিশালী যোদ্ধা হিটলাৰ আৰু তেওঁৰ পিছে পিছে অজস্ৰ জাৰ্মান সেনাই জোতাৰ চিহ্ন থৈ দপদপাই এই সুন্দৰ চহৰৰ মাজেৰে যোৱা সত্ত্বেও এই চহৰৰ একো হানি নহ'ল।

সৌন্দৰ্যৰ শক্তি আছে।

এক অদৃশ্য শক্তি।

----- মই নৰ্মা ইভেনশ্বনৰ কিতাপত পেৰিছৰ বিষয়ে এনে ধৰণৰ অনেক কথা পঢ়িছিলোঁ।

ইতিমধ্যে মই আৰু কানিংহাম চাহাব দুয়ো আমাৰ দলৰ মানুহবোৰৰ পৰা একেবাৰে বিচ্ছিন্ন হৈ পৰিলোঁ। গোটেই দিনটো আমি একপ্ৰকাৰ ভ্যাবচাইলছত কটাবলগীয়া হ'ল। ম্যাৰী এন্টোয়ানেটৰ প্ৰিয়·স্থান সেই সক ট্ৰাইঅননতো আমি এপাক মাৰি আহিলোঁ। পঞ্চদশ লুইৰ সময়ত এই খণ্ডত হেনো জেৰেনিয়ামছ, চাইনা আষ্টাৰ, ষ্টবেৰী আৰু ডিমকগছৰ এক অনন্য বাগিচা আছিল। ষষ্ঠদশ লুই আৰু ম্যাৰী এন্টোয়ানেটে এই সক ট্ৰাইঅননৰ কাপেই সলনি কৰি পেলাইছিল।

বিপ্লৱৰ সময়ত এইবোৰ ঠাইত ৰাণীৰ চৰিত্ৰক কলংকিত কৰা অনেক কাগজ-পত্ৰ আৰু পষ্টাৰ উৰি ফুৰিছিল।

ম্যাৰী এন্টোয়ানেটৰ চৰিত্ৰক কলংকিত কৰা কাগজ পত্ৰ? হয় হয় ইয়াৰ দুৰ্গত থাকি ম্যাৰী এন্টোয়ানেট হেনো ভিয়েনাৰ স্মৃতি ৰোমন্থন কৰিছিল।

ম্যাৰী এন্টোয়ানেট?

যাৰ জন্মৰ দিনা হোৱা এক ভূমিকম্পত নিজৰ দেশতে হেনো ত্ৰিছ হেজাৰবো অধিক লোকৰ মৃত্যু ঘটিছিল। এৰা তেওঁ হেনো ৰাজকাৰ্য্যৰ পৰা পলাই আহি এই সক ট্ৰাইননত বহি ভিয়েনাৰ স্মৃতি ৰোমন্থন কৰিছিল।

ভিয়েনাৰ স্মৃতি?

ভিয়েনা?

হয় হয়। ভিয়েনা মোৰ এক স্বপ্নৰ ৰাজ্য আছিল। মোৰ প্ৰিয় অভিনেত্ৰী হেডী লেমাৰৰ জন্মভূমি ভিয়েনালৈ গৈ এসময়ৰ সৌন্দৰ্যৰ ৰাণী আৰু বৰ্তমান বৃদ্ধ অৱস্থাত অবিশ্বাস্যভাবে দৰিদ্ৰ জীৱন যাপন কৰা এই বহু বিতৰ্কিত অভিনেত্ৰী গৰাকীক চাই আহিবলৈ মোৰ এক উদ্ভট আকাংক্ষা জাগিছিল।

হেডী লেমাৰ ?

বিচিত্ৰ জীৱন যাপন কৰা হলিউডৰ এই অভিনেত্ৰী গৰাকীয়ে এটা কথা কৈছিল। ----- হয় হয় মোৰ বৰ ভালদৰে মনত আছে হেডী লেমাৰে নিজৰ আত্মজীৱনীত এবাৰ কৈছিল –

" I have always felt that if a man gives you a solid gold key to his door he is entitled to the courtesy of a visit ------" পুৰুষৰ চৰিত্ৰৰ অনেক ৰহস্যময় দিশ হেডীয়ে আৱিষ্কাৰ কৰিছিল। কিন্তু ভিয়েনালৈ আমি বাৰু যাব পাৰিম নে ?

আমি অষ্ট্ৰিয়াৰ ইন্সব্ৰুকৰ মাজেৰে গৈ ৰেষ্ট জাৰ্মানিত সোমাম। কানিংহাম চাহাবক ক'লে তেওঁ ইনচব্ৰুকত ৰাতি নাথাকি পোনে পোনে মোক লৈ ভিয়েনালৈ যাবলৈ সাজু হ'ব। কিন্তু সেয়া হ'ব দিব নোৱাৰি। হলেই বহুত গণ্ডগোল হব। ইফাল সিফাল হলেই বিদেশী মুদ্ৰাৰ প্ৰয়োজন হ'ব। মোৰ হাতত এই কাৰেন্সি একেবাৰেই সীমাবদ্ধ। কিন্তু আমাৰ দলৰ কিম্বৰী বাৰ্মা, টুৰ লীডাৰ ইস্মাইল চাহাব আনকি আগ্ৰাৰ উকীল আগৰৱালাই কৈছিল আমাৰ মাজত ফৰেইন কাৰেন্সি যদি কাৰোবাৰ সৰহ আছে তেতিয়া হলে একমাত্ৰ কানিংহাম চাহাবৰেই আছে। তেওঁৰ পত্নী এলিজাবেথে উত্তৰাধিকাৰী সূত্ৰে অজস্ৰ পাউণ্ড লাভ কৰিছিল। সেইবোৰ এতিয়াও বাৰ্কিং এছেন্সৰ বেংকত মজুত আছে।তদুপৰি সকলোৰে মাজত এটা কথা প্ৰচাৰ হৈছে যে কানিংহাম চাহাবে তেওঁৰ ছামৰাৰ মোনা এটাত অলপ বেছি পৰিমাণেই বিদেশী মুদ্ৰা লৈ আহিছে। আৰু এই ছামৰাৰ মোনাটো অহৰহ তেওঁ লগত লৈ ফুৰিছে।

---- শেষত কানিংহামৰ লগত অকলেই মই ভাৰ্ছাইৰ বাগিচাসমূহ যেনে সপ্তদশ শতিকাৰ ফৰাচী মূৰ্তি কলাৰ সুন্দৰ নমুনা থকা লাটোনা ফাউন্টেন, পাষাণৰ আৰু শামুকৰ ওপৰত অপূৰ্ব কাৰুকাৰ্যৰ সোতৰটা কাচকেড আৰু ঘূৰণীয়াকৈ সজোৱা পাষাণৰ মমবাতি, ফুলদানীৰ সৈতে বলকম গ্ৰোভ', (শুনা যায় এই বাগিচাৰ মধ্য ভাগত অৱস্থিত মাৰ্বলৰ বেদীত চতুৰ্দশ লুয়ে ফৰাছী সুন্দৰীসকলৰ সৈতে নৃত্য কৰি জীৱন উপভোগ কৰিছিল) 'কুইনছ্ গ্ৰোভ এপলো ফাউন্টেন ইত্যাদি চাই আহি যেতিয়া দুয়ো হোটেল ইবিচলৈ উভতি আহিলোঁ তেতিয়া ৰাতি ন-টা বাজিছিল। আচৰিত কথা এয়ে যে পেৰিছত তেতিয়াও ৰাতি হোৱা নাছিল। ব'দৰ পোঁতা কিৰণে

তেতিয়াও আলি-পদূলি আৰু সেই অচিনাকি ফুলৰ জোপোহাবোৰক আলিঙ্গন কৰি আছিল।

হোটেলৰ লাউঞ্জত মই কাপুৰ চাহাব আৰু তেওঁৰ পুত্ৰ অনুপ কাপুৰক বহি থকা দেখিলোঁ। ল'ৰাটোৰ মূৰৰ চুলি একেবাৰে জপৰা। দলটোৰ আনবোৰ মানুহৰ লগত সি ৰাতি ভোজনলৈ যোৱা নাই। পিতাকে পহৰা দি ৰখাৰ দৰে ল'ৰাটোক পহৰা দি ৰাখিছে।

কিয় এনে হৈছে তাৰ অৱস্থা ?

----- হোটেলৰ লাউঞ্জৰ একেবাৰে মূৰৰ মাৰ্বলৰ পৰ্দা এখনৰ দাঁতিত হঠাৎ মই কিন্নৰী বাৰ্মা আৰু ভাৰ্ছাইৰ সেই ফৰাছী গাইডটোক চকামকাকৈ দেখা পালোঁ।

কানিংহামৰ কণ্ঠত মোৰ চমক ভাগিল। তেওঁ ক'লে, "ইস্মাইলে কৈছিল উইলিয়াম টুৰ'ডৰ এখন ভাৰতীয় ৰেষ্টুৰাত আমাৰ ৰাতিৰ সাজ ঠিক কৰি থৈছে। তুমি হাত মুখ ধুই আহাগৈ। মই ইয়াতে বহি আছোঁ। যোৱা তুমি আহাগৈ।

মুখ-হাত ধুই অহাৰ মোৰ প্ৰয়োজন হৈছিল। কাৰণ 'ভাৰ্ছাইৰপৰা পিয়েৰে লেমনোৰ (piere lemoine) ৰ গাইডবুকখন কিনি অনাত মই এক টনা আজোৰাৰ দ্বন্দত পৰিব লগীয়া হ'ল। তাৰ ফলত চুলিত বান্ধি ৰখা ৰবৰ বেণ্ডডালো খুলি কৰবাত ছিটিকিল। গোটেই গাটোত ঘাম ঘাম গোন্ধ। কাপোৰ সাজ সলাবলৈ মই এক প্ৰকাৰ উত্ৰাৱল হৈ পৰিছিলোঁ।

❑ ❑ ❑ ❑

ৰাতি দহটা বজাতহে পেৰিছৰ আকাশৰ সূৰ্য ডুব যোৱাৰ দৰে ভাব হৈছিল। আমি ম'হৰ পিঠিৰদৰে চক চকাই থকা শিল দিয়া গলি এটাৰে ভাৰতীয় ৰেষ্টুৰাঁখনলৈ আগুৱাই গলোঁ। পেৰিছৰ এই গলিটো অভিনৱ যেন ধাৰণা হ'ল। গলিৰ দুয়োপিনে সৰু সৰু কিছুমান বিচিত্ৰ দোকান। ছেক্সৰ দোকান।

ছেক্স ?

দোকানবোৰৰ ভিতৰলৈ গৈ মোৰ চাবৰ মন গ'ল কেনে ধৰণৰ জিবোতা ইয়ালৈ আহে, বাৰু ? সিহঁতক চুই চোৱাৰ এক প্ৰবল ইচ্ছা হ'ল। এতিয়া এই মুহূৰ্তত অৱশ্যে মই ছেক্সৰ দোকানবোৰত সোমাব নোৱাৰিলোঁ। কাৰণ এয়া মোৰ লগত থকা বুঢ়াই হন-হনাই আগুৱাই গৈছে। মোৰ এই আকাংক্ষা মই অৱশ্যে লণ্ডনৰ পিকাডেলি চাৰ্কাছত পূৰণ কৰিব পাৰিছিলোঁ,

তাত মই পিপ শ্বৰ একেবাৰে নগ্ন নায়িকাৎ লগত কথা-পাতিবলৈ সুযোগ পাইছিলোঁ) ।

---- আচৰিত কথা এয়ে যে এনেকুৱা এখন ছেক্সৰ দোকানৰ সমুখত আমাৰ দলৰে আগ্ৰাৰ উকীল আগৰৱালাক থিয় হৈ থকা দেখিলোঁ । গলিৰ বিচিত্ৰ লাইটৰ তলত এই চুটি চাপৰ মানুহটো এটা বাওনাৰ দৰে দেখা গৈছে । তেওঁৰ মূৰৰ ফাৰৰ টুপিটো লাইটৰ পোহৰত চকমকাই আছে । কানিংহাম চাহাব আৰু মই তেওঁৰ আগেৰে পাৰ হৈ আহিলোঁ । তেওঁ একো গম নাপালে । উভতি চাই দেখিলোঁ সৌৱা তেওঁ ছেক্সৰ দোকানখনৰ ভিতৰলৈ সঁচাকৈয়ে কোবাকুবিকৈ সোমাই গৈছে ।

কানিংহাম চাহাব বুঢ়া হৈছিল যদিও তেওঁৰ দৃষ্টিৰ পৰা এই দৃশ্য সাৰি নগ'ল । তেওঁ ক'লে – "শুনা ৰাজবালা ! গোটেই ইউৰোপখনকে এক-প্ৰকাৰ ছেক্সৰ বিপণি বুলি ভাৱে অনেকে । ----- বগা হাতভৰিৰ সোণালী চুলিৰ ---- আৰু ?"

নাই নাই অধ্যাপক কানিংহামে এই বিষয়ে কোনো কথা পাতিব নোখোজে । মই বৰ ভালদৰে জানো সোণালী চুলি আৰু উন্মুক্ত বক্ষৰ লোভত পেৰিছৰ হাটে বাটে ঘূৰি ফুৰা অনেক পুৰুষৰ বিচিত্ৰ কাহিনীৰ কথা মই শুনিছিলোঁ । এই পুৰুষ দলক আন একো নালাগে ।

গুলেটিনৰ পাছত বিক্ৰী হোৱা ষষ্ঠদশ লুইৰ কোটৰ টুকুৰা নাইবা কাহিনীৰো প্ৰয়োজন নাই ।

নেপলিয়ন নাইবা জোছেফাইনৰ সেই অনন্য প্ৰেম কাহিনীৰো প্ৰয়োজন নাই । বিদ্ৰোহৰ সময়ত পেৰিছত পোষ্কৰ হেজাৰ সৰ্বহাৰা ভিখাৰীৰো প্ৰয়োজন নাই । ---- সেইবোৰক লাগে মাত্ৰ যুৱতীৰ উন্মুক্ত বক্ষ ? সোণালী চুলি, ভেঁৰাৰ নোমৰ দৰে কোমল মঙহ । আৰু সুমথিৰা টেঙাৰ কোঁহৰ দৰে ভৰপূৰ ওঁঠ । ----- বৰ বিচিত্ৰ এই পুৰুষ চৰিত্ৰ । কোনো নাৰীয়ে কোনো দিনে কোনো পুৰুষক চিনি নাপাব । চিনি পোৱা নাই । পুৰুষৰ আধা চৰিত্ৰক লৈয়ে যেন নাৰীয়ে সৰ্বস্ব পোৱা বুলি উভ্ৰাৱল হৈ থাকে । মূৰ্খ নাৰী ।

   

ৰাতি বাৰটা বজাত মই কানিংহামৰ লগত হোটেল ইবিচলৈ উভতি আহিলোঁ ।

হোটেলৰ লাউঞ্জত বিদেশী ভ্ৰমণকাৰীৰ ভীৰ এটা তেতিয়াও মজুত আছিল। কানিংহাম চাহাবক মই আগবঢাই থলোঁ। তেওঁ দুৱাৰখন ঠিক খুলিব পাৰে নে নোৱাৰে চাই মই কিছু সময় থিয় হৈ থাকিলোঁ। দুৱাৰ খোলাৰ আদব কায়দা ইয়াত অত্যন্ত আধুনিক। তদুপৰি আশে-পাশে ইয়াত হোটেল বয়ৰ নাম গোন্ধ পৰ্যন্ত নাই। কিন্তু বিশেষ কোনো অসুবিধা নোহোৱাকৈ কানিংহাম চাহাবে দুৱাৰ খুলিলে।

মই মোৰ কোঠালৈ উভতি আহিলোঁ। তলা খোলা কাৰদাটো মই ভালদৰে শিকি লৈছিলোঁ। ভিতৰত সোমাই মই লৰালৰিকৈ ৰাতিৰ সাজ-পোছাক পিন্ধি ললোঁ। কাৰণ ইতিমধ্যে ৰাতি বাৰটা বাজিবৰ হৈছিল। ভাগৰত মই একেবাৰেই ক্লান্ত হৈ পৰিছিলোঁ। আনকি গুৱাহাটীলৈ চিঠি এখন লিখাৰ জোখেৰে মোৰ শাৰীৰিক শক্তি নাছিল।

---- চিলমিলকৈ বোধহয় টোপনি আহিছিলেই। হঠাৎ দুৱাৰৰ বেলটো টং টংকৈ বাজি উঠা শুনিলোঁ। তাৰ পাছত দুৱাৰত কোনোবাই ভালদৰে ঢকিয়াব আৰম্ভ কৰিলে। ধহমহকৈ উঠি মই দুৱাৰ খুলি দিলোঁ। বিস্ময়ৰ সীমা নাথাকিল। মোৰ চকুৰ সমুখত থিয় হ'ল কিন্নৰী বামা। তাই গুণাৰ কাম কৰা এযোৰ নীলা চুৰিদাৰ কামিজ পিন্ধিছে। তাইৰ দীঘল চুলিকোছা কঁকালৰ তলত পৰি আছে। ওঁঠত লিপষ্টিকে এনেধৰণে জলমলাই আছে যেন তেজেৰে লুতুৰি-পুতুৰি হৈ থকা দুটুকুৰ মঙহ এয়া যেন মোৰ সমুখত উদংহৈ আছে। তাই ক'লে –

– "ইস্ তুমি পেৰিছলৈ আহি বাৰটা বজাতে এনেকৈ শুই পৰিলা। আমাৰ দুয়োৰে মাজত আজি ৰাতি এই কোঠাটো ছেয়াৰ কৰি থাকিব লাগিব। গতিকে টুৰ লীডাৰ ইস্মাইলে পুৱা সুধিলে কবা মই ৰাতি তোমাৰ লগতে আছিলোঁ। কিন্তু এটা কথা আছে।

" কি কথা।"

" মই ফৰাচী গাইড ভিক্টৰৰ লগত ওলাই যাম। তাৰ বন্ধু পিটাৰে তোমাক ভাছুইৰ লাটোনো ফাউন্টেনৰ ওচৰত দেখা পাইছে। সি বৰকৈ অনুৰোধ কৰিছে তোমাক লৈ যাবলৈ।"

" মোক লৈ যাব কৈছে।"

" হয় হয় তোমাক লৈ যাব কৈছে ? ----- মই কেনেকৈ জানো পেৰিছত এই ৰাতি বাৰটা বজাতে তুমি শুই থাকিবা ---- কোৱা যাবা ?"

"ক'ত ?"

"সেই কথা মই আৰু ক'ব লাগে নে তোমাক ? ছেইন নদীত ৰাতি ভ্রমণৰো এটা সুবিধা আছে । ভিক্টৰে মোক তালৈকে লৈ যাম বুলি ক'লে । উঃ তাৰ ইংৰাজী ? একো বুজিব নোৱাৰি । পিটাৰে তোমাক তালৈকে লৈ যাব । তুমি জা-' নে নিজৰ খৰছত পেৰিছৰ সেই নৌকা ভ্রমণ কৰিব গ'লে কিমান ফ্রা:-এ দিব লাগিব ?"

মই নিশ্চুপ হৈ থাকিলোঁ ।

" কি চিন্তা কৰিছা ? ভাৱিছা নেকি শৰীৰৰ মগুহ টানি আজুৰি শেষ কৰিব ? নাই নাই সিহঁতে এইবোৰ একো কৰিব সুবিধা নাপাব । ছেইন নদীৰ ৰাতিৰ নৌকা ভ্রমণ এক অন্য বস্তু ----- কিন্তু ইমান খৰছ কৰি সিহঁত লৈ যাব যেতিয়া নিশ্চয় ?

" কি নিশ্চয় ?"

" ------ এই তোমাৰ এই সুন্দৰ ওঁঠত নহলেও তোমাৰ কপালত --- । ৰাতি দুটা বজালৈ সি হোটেলৰ কাউন্টাৰত বৈ থাকিল ।" -----মই এক-প্রকাৰ আৰ্তনাদেই কৰি উঠিলোঁ –

"যোৱা । বহুত ৰাতি হ'ল !"

--- এটা সময়ত কিন্নৰী বাৰ্মাই দুৱাৰ জপাই বাহিৰলৈ ওলাই গ'ল । অনেক সময়লৈকে তাইৰ গাত ঘঁহা এটা অত্যন্ত সুগন্ধি ফৰাচী আতৰৰ গোন্ধ চাৰিওফালে বিয়পি থাকিল ।

তাই যোৱাৰ পাছত মোৰ কিন্তু ভালদৰে আৰু টোপনি নাহিল । -- --- দক্ষিণ পূব এচিয়া আৰু জাপান ভ্রমণৰ সময়তো মই এনে ধৰণৰ বিচিত্র মানুহ কিছুমান লগ পাইছিলোঁ ।

পেনাঙ্গৰ সৰ্প মন্দিৰৰ ওচৰৰ এটা যুৱকে প্রশ্ন কৰিছিল – "এই মোহগ্রস্ত বিষাক্ত সাপবোৰ হাতত লৈ থকাতকৈ আহা তোমাক জলদস্যুৰ সেই প্রাচীন ঘাটিবোৰ দেখুৱাই আনো ?"

টকিঅ' প্রান্তৰ এক ধ্বংস প্রাপ্ত গাইসা গৃহৰ মেপল গছৰ তলত এবাৰ এক পুৰুষে প্রশ্ন কৰিছিল,

"ক'ৰ মানুহ ? আহা সুমিদা নদীৰ পাৰত 'গাইসা গৃহ' দেখুৱাই আনো, কোন গৰাকী গাইসাৰ পৰা ৰাজনীতিৰ উপদেশ ল'বলৈ কোন জনা ৰজাই কিমান দিন অপেক্ষা কৰিব লাগিছিল – আহা এইবোৰ স্মৃতি দেখুৱাই আনো ? আহা –

আহা ---- ?"

আৰু হংকঙৰ সেই দুখীয়া চীনা বজাৰত ? পুৱৰ মেনচ মাৰ্কেটত ?

নাই নাই সেইবোৰৰ লগত মই ওলাই যোৱা নাছিলোঁ। চিনি নোপোৱা মানুহৰ লগত ওলাই যাবলৈ সংকোচ হৈছিল এই কাৰণেই যে মোৰ এক বদ্ধমূল ধাৰণা হৈছিল এনেধৰণৰ পুৰুষে মতলব নোহোৱাকৈ কোনো কাম নকৰে। ----- ছাত্ৰী অৱস্থাত মোৰ মনত অৱশ্যে অনেক উদ্ভট কল্পনা আছিল।

ছামাৰ কোট টুপি আৰু ওখ জোতা পিন্ধি অষ্ট্ৰিয়াৰ ভিয়েনা, আৰু লণ্ডনৰ পিকাডেলীৰ অলিয়ে গলিয়ে মোৰ ঘূৰি ফুৰাৰ এক উদ্ভট ইচ্ছা হৈছিল। সেই সময়ত আমাৰ ঘৰত ফুটা কড়ি এটাও নাছিল।

"হেডি লেমাৰ আৰু ভিভিয়ান লেৰ চালচলন মই যেন অনুকৰণহে কৰিব চেষ্টা কৰিছিলোঁ। --------- আঃ ছাত্ৰী অৱস্থাত হোৱা সেই অনুকৰণপ্ৰিয়তা ?

চুটিকৈ কটা চুলি

লেডীজ ফেল্ট হেট !

হাই হিলৰ জোতা ?

ছামাৰ কোট ?

হেডি লেমাৰে অভিনয় কৰা ছেমচন আৰু ডেলাইলা নামৰ চিনেমাখনত ভিক্টৰ মেছিউৰ নামৰ সেই প্ৰকাণ্ড অভিনেতাটোৰ সেই সময়ত মই একধৰণৰ প্ৰেমতেই পৰিছিলোঁ। ছাত্ৰী অৱস্থাত সেই চিনেমাখন মই সাঁচি থোৱা পইচাৰে সাতবাৰ মান চাইছিলোঁ। তথাপিও হেঁপাহ নপলাইছিল। ----- এতিয়া মই হেডী লেমাৰৰ গৃহ ভিয়েনাৰ তেনেই ওচৰলৈ আহিছোঁ। এৰা ভিকটৰ মেছুৰ কেতিয়াবাই মৰি গৈছে, কিন্তু মৃত্যুৰ ক্ষণ গণি হেডী লেমাৰ এতিয়াও জীয়াই আছে। মই তেওঁক চাই আহিব পাৰোঁ ---- হয় হয় তেওঁক চাই আহিব পাৰোঁ।এই ক্ষেত্ৰত মই কিন্নৰী বাৰ্মাৰ সহায় ল'লেই হব। ফ্ৰাংকৰ অভাৱ নহ'ব, আৰু অষ্ট্ৰিয়ান কাৰেন্সি ?

ছিঃ ছিঃ এয়া কি ভাব হৈছে ? এখোজ আগুৱাই গৈ দহ খোজ পিছুৱাই যোৱাৰ কথা এইবোৰ।

মোৰ শৈশৱৰ সপোনৰ ৰাণী বৰ্তমান মৃত্যু শয্যাত পৰি থকা হেডী লেমাৰৰ দুৱাৰ মুখৰ পৰা মই উভতি যাম ফৰেইন কাৰেন্সিৰ অভাৱত ?

কিন্নৰী বাৰ্মাই যি কাম পাৰিছে মই সেই কাম নোৱাৰিম কিয় ? এৰা যদি মাত্ৰ কপালতেই চুমা খোৱাৰ প্ৰশ্ন আহে তেতিয়া হ'লে ?

চৰিত্ৰ কি ? এই চৰিত্ৰৰ প্ৰকৃত সংজ্ঞা কেতিয়াবা কোনোবাই দিব পাৰিছে নে ?

স্বামীৰ মৃত্যুৰ পাছত গুলছুন বাজভীক প্ৰেমীক ৰূপে গ্ৰহণ কৰা এয়া এক কেনে ধৰণৰ চৰিত্ৰ ? অথচ এই ভাৱ মনৰপৰা বখলিয়াই পেলালে কি থাকে যেন ভাৱ হয় জীৱনত ? এক ৰক্তাক্ত মন আৰু দেহ ? তেতিয়াহলে কিন্নৰী আৰু মোৰ মাজত পাৰ্থক্য কোনখিনিত ? এয়া এটা বাজিবৰ হ'ল। মানুহটোৱে ৰাতি দুটা বজালৈ হোটেলৰ কাউন্টাৰত অপেক্ষা কৰিব।

---- নাই নাই নোৱাৰি।

অনেক কথাই নোৱাৰি। গুলছুনে সেইবাবেই এবাৰ কৈছিল –

"কিছুমান কথাত এতিয়াও তুমি ভিক্টোৰিয়ান হৈ আছা। অথচ হৃদয়কো জলাঞ্জলি দিব পৰা নাই।"

মই ঠাট্টা কৰি গুলছুনক কৈছিলোঁ – 'ভিক্টোৰিয়ান যুগতেই হেনো এটাইতকৈ বেছি হিপোক্ৰেছি আছিল।"

সি একো উত্তৰ দিয়া নাছিল। কি কৰিছে – এৰা এই মুহূৰ্তত কি কৰিছে সি ? ডিভিৰ সেই বিষটো ভাল হৈছে নে বাৰু ? ডাক্তৰৰ লগত গুলছুনৰ ৰাহিযোৱাই নাহে। খালচা কলেজত দিয়া ইন্টাৰভিউটো ?

দুয়ো ইন্টাৰভিউ দিছোঁ। গুলছুনে এতিয়ালৈকে বৰ ভালদৰে জানিছে সি কামটো পালেহে মই বেছি ভাল পাম। চব জানে অথচ একো নকয়। এনেকৈ কথা নোকোৱা মানুহ মই বৰ কম লগ পাইছোঁ। বিশেষকৈ দিল্লী চহৰত বৰ কম লগ পাইছোঁ। এতিয়া দূৰলৈ আহি ভাৱ হৈছে তাক বাদ দি মই জীৱনৰ অনেক কথা ভাবিব নোৱাৰা হৈছোঁ। কোনো মানুহেই অকলে থাকিব নোৱাৰে, ময়ো নোৱাৰিম। চিন্তাৰ বোজা কঢ়িয়াই অনেকেই হয়তো জীয়াই আছে। কিন্তু সিহঁত সঁচাকৈয়ে জীয়াই আছে নে ?

হয় হয় ইতিমধ্যে মোক ৰাতি ভ্ৰমণ কৰাবলৈ নিবলৈ অহা ফৰাচীটো বোধহয় আঁতৰি গৈছিল। আকৌ মোৰ চিলমিলকৈ টোপনি আহিল। মই এটা সপোন দেখিছিলোঁ।

---- ভিয়েনাৰ আলিয়ে গলিয়ে মই হেডীলেমাৰৰ ঘৰ বিচাৰি ঘূৰি ফুৰিছোঁ! পৃথিৱীৰ আটাইতকৈ ৰূপহী অভিনেত্ৰী গৰাকীয়ে দৰিদ্ৰৰ চৰম সীমাত উপস্থিত হৈ ভিয়েনাৰ এক গৃহত ---- হায় হায় মোৰ লগত ছায়া

হৈ এয়া কোন ঘূৰি ফুৰিছে ? তিৰোতাৰ সৰ্বপ্ৰিয় ফৰাচী গাইড নে গুলছন ৰাজভী ।

আঃ গুলছন ৰাজভী ।

ডিণ্ডিত মাফলাৰ ।

---- নে নে এয়া ফৰাচী গাইড, মূৰত ফাৰৰ কেপ, টুইডৰ কোট । আৰু মোৰ ? কান্ধত বেগ, আঁঠুৰ তললৈ বাগৰি পৰা ছামাৰ কোট, ওখ জোতা আৰু ইমান চুটিকৈ কটা চুলি ----- ।

আঃ গুলছন বাজভী ? নে এয়া এয়া ফৰাচী গাইড ॥

------ মোৰ টোপনি আহিছিল । ------ এৰা এটা সময়ত মোৰ ভালদৰেই টোপনি আহিছিল । কিন্তু নাই । মোৰ বোধ হয় আজি শুব লগীয়া নাছিলেই । হঠাৎ আকৌ কোনোবাই দুৱাৰৰ বেল টিপিলে । ধহমহকৈ মই উঠি বহিলোঁ । খুলি দিওনে বাৰু দুৱাৰখন ?

এই দোভাগ ৰাতি ?

----টুৰ লীডাৰ ইস্মাইলে কৈছিল ভয় নাই, হোটেল ইবিচত একো ভয় নাই । মই উঠি গৈ দুৱাৰ খুলি দিলোঁ ।

এইবাৰ মোৰ বিস্ময়ৰ সীমা নাথাকিল, এয়া – এয়া হৰনাম সিং মাস্তানা ।

হাতত এটা কাগজৰ টোপোলা । মই আৰ্তনাদ কৰি উঠিলোঁ –

"গোটেই দিনটো ক'ত গৈছিলা তুমি ? ভাৰছ্যাইলতো তোমাক দেখা নাপালোঁ । দলৰ সকলো মানুহ গ'ল ।"

সি কোনো উত্তৰ নিদিলে । হঠাৎ মই সুধিব নলগীয়া প্ৰশ্ন এটাহে যেন সুধিলোঁ ।

"হৰি দেৱীলৈ চিঠি দিছিলা নে ? তাইলৈ যদি তুমি চিঠি দিয়া নাই তেতিয়াহলে তাইৰ হৃদয় কিন্তু ভাঙি যাব । এনেকুৱা ছোৱালীৰ হৃদয় কেনেকুৱা হয় জানা নে ?'

নাই সি কোনো উত্তৰ নিদিলে । ক'ব নোৱাৰোঁ কি কাৰণে মোৰ মুখৰ পৰা বাহিৰ হ'ল –

"হিন্দু মুছলমান ৰায়তৰ সময়ত তোমাৰ মাৰাই, তোমাৰ ভায়েৰাক যেনেদৰে ৰাজ আলিৰ বুকুত হত্যা কৰা নিজ চকুৰে দেখা পাইছিল ঠিক তেনেদৰে হৰিদেৱীৰ মাকেও ৰায়তত মৰা গিৰীয়েকৰ তেজ লগা কাপোৰবোৰ নিজে আনিছিল । ----- আটাইতকৈ ডাঙৰ কথা কি জানা নে

হৰনাম সিং মাস্তানা ? তুমি তাইক আশা দিছা, নতুন জীৱন দিছা। আজিৰ যুগত এনে মহৎ কাম কৰা লোকৰ সংখ্যা ভয়ানক ধৰণে কম।"

কিছু সময় নীৰৱ হৈ থাকি হৰনামে সিঙে ক'লে।

" মই এটা বেলেগ কামৰ কাৰণে আহিছোঁ। মোৰ হাতত কিছুমান কাগজ-পত্ৰ আছে। অনুগ্ৰহ কৰি সেইখিনি আপুনি আপোনাৰ এয়াৰ বেগটোত ভৰাই থওক। মোৰ বাকচ, বেগ সকলোতে কাগজ-পত্ৰ আৰু বস্তু আদিৰে ভৰি গৈছে।"

মোৰ উত্তৰলৈ অপেক্ষা নকৰি সি কাগজেৰে বন্ধা পেকেট এটা মোৰ পিনে আগুৱাই দিলে। তাৰ পাছত খোলা দুৱাৰেৰে সি কোঁ কোঁৱাই বাহিৰলৈ ওলাই গ'ল।

---- হৰনাম সিঙে টেবুলৰ ওপৰত পেলাই থৈ যোৱা কাগজৰ টোপোলাটোলৈ মই ট ট কৈ চাব ধৰিলোঁ। এই সময়ত এই টোপোলাটোক মোৰ এক বিস্ফোৰক যেন ধাৰণা হ'ল।

হৰনাম সিং আতংকবাদী ?

হাৰনাম সিং আতংকবাদী ?

সহযাত্ৰী কাপুৰ চাহাবৰ পুতেক অনুপ কাপুৰে কৈছিল হৰনাম সিং আতংকবাদী যুৱক। মই টোপোলাটোৰ ওচৰলৈ সাহসেৰে আগুৱাই গ'লো। খাৰি চাৰি চালোঁ ; নাই সেইবোৰ বিস্ফোৰক নহয়। কাগজ-পত্ৰহে।

## অষ্টম অধ্যায়

ৰাতি পুৱাবলৈ হয়তো আৰু বেছি সময় নাছিল। খিৰিকীৰ ওচৰলৈ গৈ মই পৰ্দা দাঙি চালোঁ। কুঁৱলী আৰু পোহৰে পকা ডিমকৰ দৰে ৰং লৈছে। যেন এক ডালিম বৰণীয়া পুৰণি চাদৰ শৰীৰত লৈ এক বৃদ্ধা ৰাজকুমাৰী শুই আছে। বুঢ়ী হৈছে যদিও এই ৰাজকুমাৰীৰ ক্ষয়িষ্ণু দেহত যেন এতিয়াও সৌন্দৰ্য্যৰ জ্যোতিয়ে জকমকাই আছে। এৰা এয়া বাবৰ, হুমায়ুন নাইবা আকবৰৰ ৰাজধানীৰতো শেষ চিহ্ন নহয়। দিল্লীৰ অনেক স্থানৰ অনেক স্মৃতি স্তম্ভই কুষ্ঠ ৰোগীৰ বিকৃত অঙ্গৰ টুকুৰাৰ দৰে অ'ত ত'ত কৰ্ক্কাল খাই পৰি আছে। এই মুহূৰ্ত্তত ভাব হ'ল অতীতে এই পেৰিছ চহৰত পকা ডালিম বৰণীয়া মোলায়েম চাদৰ শৰীৰত লৈ শুই আছে আৰু হেজাৰ হেজাৰ মাইল দূৰৈৰ ভাৰতবৰ্ষত অতীততে ফাটি ছিৰাছিৰি হোৱা বস্ত্ৰ পিন্ধি

শুই আছে। শুই আছে কাঁইটীয়া জোপোহাৰ মাজত ৰাজকুমাৰী ৰৌশানাৰাৰ মাজাৰ নিজামুদ্দিনৰ সেই কুৎসিত মঙহৰ মাংসৰ দোকানবোৰৰ মাজত পৰিত্যক্ত হৈ শুই আছে মহাকবি গালিবৰ মাজাৰ। ------

মই খিৰিকীৰ ওচৰত থিয় হৈ থাকিলোঁ।

হৰনাম সিঙে টেবুলত থৈ যোৱা টোপোলাটো মই বাকচৰ ভিতৰত সুমুৱাই থলোঁ।

পুৱা আমি লুঁভ হৈ একেবাৰে জেনেভালৈ যাত্ৰা কৰিম। পেৰিছৰপৰা জেনেভালৈ এই সুদীৰ্ঘ পথছোৱা আমি এল্পছ পৰ্বতে শোভা কৰি ৰখা পথেৰে যাত্ৰা কৰিম। গতিকে এতিয়া এই মুহূৰ্তত কিছু শুই ল'ব পৰাহেঁতেন বেয়া নাছিল। মই আকৌ বিছনাত পৰিলোঁ।

মোৰ টোপনি আহিল। একেবাৰে ক্লান্ত হৈ পৰিছিলোঁ কাৰণেই হয়তো তৎক্ষণাতে টোপনি আহিল। কিন্তু নাই আজি বোধহয় শুবলগীয়া নাছিল। আকৌ দুৱাৰৰ বেল বাজিল। আকৌ মই সাৰ পাই উঠিলোঁ।

হয় হয় কোনোবাই আকৌ বেল বজাইছে। উত্তেজিত হোৱাৰ দৰে বেল বজাইছে।

উঠি গলোঁ। দুৱাৰ খুলি মই দুখোজ পিছুৱাই আহিলোঁ। হুৰমুৰকৈ ভিতৰলৈ সোমাই আহিল কিন্নৰী বাৰ্মা। দুৱাৰ বন্ধ কৰি তাই একে কোবেই মোৰ বিছনাৰ ওচৰ পালে।

"কি হ'ল ?"

"কি হ'ল ?"

তাই কান্ধত ওলোমাই লোৱা বেগ খুলি টাৱেল এখন উলিয়াই ভৰিৰ কলাফুল আৰু গালৰ দাগ কিছুমান মচিব ধৰিলে।

"ইস কি হ'ল সেইবোৰ। এয়া এয়া দেখোন তেজ।"

কিন্নৰী বাৰ্মাৰ সুন্দৰ চকুযোৰ লাহে লাহে পানীৰে ভৰি আহিল।

মই কিংকৰ্তব্যবিমূঢ়হৈ তাইৰ ওচৰত থিয় হৈ থাকিলোঁ।

"ৰাক্ষস ! এই পুৰুষ জাতিটোৱেই বৰ্বতাৰ উৰ্ধত উঠিব পৰা নাই।"

তাই আকৌ চকুলো টুকিব ধৰিলে। স্খলিত কণ্ঠেৰে তাই গালৰ, হাতৰ আৰু কলাফুলৰ ঘাঁ কিছুমান মোক একেবাৰে উদঙাই দেখুৱালে।

মই আৰ্তনাদ কৰি উঠিলোঁ।

"তোমাক মই ভালদৰে নাজানো। কিন্তু এই মানুহবোৰৰ স্বভাৱ জানিব পৰা বয়স আৰু অভিজ্ঞতা তোমাৰ নিশ্চয় হৈছে।"

তাই একেবাৰেই নিশ্চুপ হৈ থাকিল। --- মোৰ ভাব হ'ল তাইক এতিয়া একো কোৱা উচিত নহ'ব।" কাৰণ মই তাইক ভালদৰে নাজানো। ---- আকৌ তাই কেঁকাই উঠিল –

"উঃ একেবাৰেই পশু! এনেবোৰ পশুৱে হেনো অকল চিকাৰকে নাখায়, চিকাৰৰ শৰীৰৰ তেজ লগা কাপোৰ কানি পৰ্যন্ত চোবাই খায়।"

এইবাৰো মই নিশ্চুপ হৈ থাকিলোঁ। তাই বহাৰ পৰা উঠিল। ক'লে –

"মোক তুমি মাফ কৰিবা, মই তোমাকো লগ ধৰিছিলোঁ। তোমাক লাটোনা ফাউন্টেনত দেখা মানুহটোৱে তোমালৈ অনেক সময় ধৰি ৰৈ আছিল।"

তাই উঠিল। তাৰ পাছত কোঁ-কোঁৱাই গৈ টয়লেটত সোমাল। ------ আকৌ মই কিংকৰ্তব্যবিমূঢ় হৈ পৰিলোঁ।

কিছু সময়ৰ পাছত তাই ওলাই আহিল। গৰম পানীৰে মুখ ধুই অহাৰ পাছত তাইৰ গালৰ দাগবোৰ একেবাৰে স্পষ্ট হৈ পৰিল। তাইৰ সুন্দৰ মুখত এই দাগবোৰ বৰ কুৎসিত লাগিল। টুৰ লীডাৰ কানিংহামে কৈছিল,– হোটেল ইবিচৰ টেপৰ গৰম পানীৰে চাহ কৰিব পৰা যাব। মই লৰালৰিকৈ বেগ খুলি টি বেগ আৰু চুগাৰ কিউব উলিয়াই চাহ কৰাৰ আয়োজন কৰিলোঁ। ইতিমধ্যে কিন্নৰীয়ে আইনাৰ সমুখত বহি প্ৰসাধন কৰাত মচগুল হৈ পৰিল।

মই প্ৰশ্ন কৰিলোঁ –

– "বিয়া বাৰু হৈছে!"

– "হৈছে। সম্বন্ধও ঠিকেই আছে। আগৰ পক্ষৰ ল'ৰা এটাও আছে।" –

" আগৰ পক্ষৰ ল'ৰা?" মই আৰ্তনাদ কৰি উঠিলোঁ। এনেকুৱা ৰূপহী এগৰাকী দ্বিতীয় পক্ষহে হ'ল নে?

– তাই ক'লে –

– " আমি এথন সৰু চহৰত বাস কৰিছিলোঁ। আমি অৱস্থাপন্ন মানুহ নাছিলোঁ কিন্তু কোটিপতি ব্যৱসায়ীৰ পুতেক এটা মোৰ ৰূপৰ মায়াজালত বন্দী হ'ল। সঁচা কথা ক'বলৈ গলে মই তাৰ প্ৰেমতেই পৰিলোঁ আৰু তাক সৰ্বস্ব দান দিলোঁ।"

– "সৰ্বস্ব!"

– "এৰা মই তাক জীৱনৰ সৰ্বস্ব দান কৰিলোঁ। আৰু মোৰ গৰ্ভত তাৰ বীজ কঢ়িয়াই মই বেছ্ কিছুদিন চহৰৰ আশে-পাশে ঘূৰি ফুৰিলোঁ। সৰু চহৰ। কথাটো একেবাৰেই জনাজাত হৈ পৰিল। বাটে-ঘাটে মানুহৰ তিতকাৰী। ------ শুনা, সেই সময়ত মই কলেজলৈকে যাব এৰি দিছিলোঁ। তেনেই কম বয়স আছিল। ভালদৰে কথা-বতৰা পৰ্যন্ত ক'ব নাজানিছিলোঁ। সেইবোৰ কেনেকুৱা দিন আছিল জানানে ?"

– "কেনেকুৱা ?"

– "চব কথাতে বিস্ময়ত অভিভূত হোৱা আৰু আনন্দত উত্ৰাৱল হোৱা দিন আছিল সেইবোৰ। সাজপোছাক পিন্ধি যেতিয়া মই বজাৰৰ মাজেৰে গৈছিলোঁ, তেতিয়া মোক চাবলৈ গোল চকৰবোৰত মানুহৰ ভিৰ হৈছিল। সকলোৱে সমস্বৰে কৈছিল,– এই সৰু চহৰখনত মোৰ দৰে সুন্দৰী ছোৱালী আৰু নাই। সেই সময়ত অৱশ্যে আমাৰ অৱস্থা বৰ বেয়া আছিল। মই বৰ কম দামী পোছাক ব্যৱহাৰ কৰিছিলোঁ। কিন্তু মুৰৰ চুলি আৰু শৰীৰৰ ছালৰ বাবেতো আৰু প্ৰসাধনৰ প্ৰয়োজনেই নহৈছিল। ---- শুনা, এৰাৰ এটা ছাত্ৰই এজাপ কবিতা লিখি মোৰ ভৰিৰ ওচৰত পেলাই থৈ গৈছিল। এবাৰ এটা ল'ৰাই ---- নাই নাই সেইবোৰ থাওক, সেইবোৰ থাওক, সঁচা কথা ক'বলৈ গলে মই কিন্তু বৰ আনন্দ উপভোগ কৰিছিলোঁ। কবিতা লিখা ল'ৰাটো বৰ ডাঙৰ কবি হৈছিল। বৰ খ্যাতি অৰ্জন কৰিছিল, আৰু মোক পাহৰি গৈছিল। খ্যাতিৰ জখলাত উঠি সি আৰু ওখ জখলাত উঠিব চেষ্টা কৰিছিল; সেইবাবে এজাক ধনকুবেৰ আৰু পাবত গজা ৰাজনীতিজ্ঞৰ ভৰিত তেল মালিচ কৰিব আৰম্ভ কৰিছিল।"

ইতিমধ্যে মই চাহৰ মগ এটা আনি তাইৰ সমুখত থলোঁ। গালৰ ঘাঁত তাই এক টুকুৰা বেণ্ডেজ টেপ লগাই ললে। মই কলোঁ –

– "পিছে কোটিপতি ব্যৱসায়ীৰ পুত্ৰৰ কাহিনী ?"

– "এৰা তাৰ বীজ পেটত লৈ মই ঘূৰি ফুৰিছিলোঁ। এদিন কথা বতৰা নোহোৱাকৈ অন্তৰ্ধান হ'ল।"

– "অন্তৰ্ধান ?"

"এৰা অন্তৰ্ধান হ'ল। কোনোবাই ক'লে তাক পঠিয়াই দিছে পঢ়া-শুনা কৰিবলৈ। কোটিপতি ব্যৱসায়ীৰ ল'ৰা আছিল যদিও বৰ চোকা বুদ্ধিৰ ল'ৰা আছিল সি।

"তাৰ পাছত ?"

"মানসিক সংঘাত এনে এটা সীমাত আহি উপস্থিত কৰাইছিল যি সীমাত থিয় হ'লে আত্মহত্যাৰ কথা চিন্তা কৰাৰ বাহিৰে আৰু কোনো উপায় নাথাকে। ময়ো আত্মহত্যা কৰাৰ কথা ভাৱিছিলোঁ। কিন্তু এইখিনি সময়তে এটা আচৰিত কাণ্ড ঘটিল। গৰ্ভপাত হৈ মোৰ পেটৰ সন্তানটো নষ্ট হৈ গ'ল। এক অন্য জগতত মই প্ৰৱেশ কৰিলোঁ। আত্মহত্যাৰ চিন্তা আত্মগ্লানিত পৰিণত হ'ল।

----- মোৰ তলত তিনিজনী ভনী আছিল। সকলোৱে মোৰ বিয়া সেই ধনী ব্যৱসায়ীৰ মেধাবী পুত্ৰৰ লগত হ'ব বুলি আশা কৰি আছিল।"

মই ক'লোঁ,

– " সেইবোৰ দিন অতীতৰ লগত শেষ হৈ গৈছে। আজিকালি ভাৰতবৰ্ষত কোনো ধনী ব্যৱসায়ীয়ে ছালছিগা ভিকহুৰ ছোৱালী বিয়া কৰাব নাযায়। ৰূপ সৌন্দৰ্যৰ কদৰ কমি আহিছে, ----- টকা পইচাৰ কদৰ বাঢ়ি আহিছে।"

চাহৰ কাপত মুখ দি কিন্নৰীয়ে কলে – "হয়, হয় কথাটো মিছা নহয়। সেই ঘটনাৰ পাছত মায়ে মোৰ বিয়াৰ বাবে কেনে ধৰণে চেষ্টা কৰিছিল তুমি জানানে ? নোযোৱা মানুহৰ ঘৰলৈ গৈছিল, আৰু শেষত এনেকুৱা কিছুমান মানুহৰ হাতে ভৰিয়ে ধৰিছিল যে মই বিদ্ৰোহ নকৰাকৈ থাকিব নোৱাৰিলোঁ। শেষত যাৰ লগত বিয়া হ'ল তেওঁক মই আগৰ পৰা নাজানিছিলোঁ। তেওঁ ভাৰত চৰকাৰৰ উচ্চ পদস্থ বিষয়া। মটৰ দুৰ্ঘটনাত ঘৈণীয়েকৰ মৃত্যু হৈছিল। দুটা ল'ৰা-ছোৱালীও আছিল। টকা পইচা আছিল। কিন্তু বৰ বেছিকৈ মদ খাইছিল।

চাহৰ কাপত সোহা মাৰি ক'লে কিন্নৰীয়ে –

– "এৰা চব ঠিকেই আছিল, কিন্তু মদ খাই খাই মানুহটোৰ অৱস্থা একেবাৰে বেয়া হৈ গৈছিল। টকা পইচাৰ পুঁজিও শেষ হৈ আহিছিল। এদিন এটা অদ্ভুত দৃশ্য মই আবিষ্কাৰ কৰিলোঁ।"

– "কি দৃশ্য ?"

– "এদিন লাঞ্চ আৱাৰত মই তেওঁৰ অফিছত এটি বিশেষ কামৰ বাবে উপস্থিত হ'বলগীয়া হৈছিল। তেওঁ কামত নাছিল। ড্ৰয়াৰ খুলি দেখিলোঁ তেওঁৰ টিফিনৰ বাকচটো পৰি আছে। লাঞ্চৰ বাবে দিয়া বস্তুখিনিও একেদৰে পৰি আছে। ক'ত গ'ল তেওঁ ? বুঢ়া পিয়নটোৱে বহু সময় মোৰ গতি গোত্ৰ লক্ষ্য কৰি আছিল। একেবাৰেই বুঢ়া আছিল সি,

সেই বাবে বোধহয় অফিছাৰৰ প্ৰতি ভয়-ভীতিও তাৰ নোহোৱা হৈছিল। ক'লে – "তেওঁ ক'ত যায় সেই কথা অফিছৰ সকলোৱে জানে। নাক আৱাকত তেওঁ জি বি ৰ'ডলৈ যায়। জি বি ৰ'ড এই অফিছৰপৰা ফৰ্মুটি মাৰিলেই পাব পাৰি – বেছি দূৰ নহয়। সেই নৰক ৰাজ্য এই অফিছৰ গাতে লাগি আছে। আমাৰ কেইটা চাহাব তাত পতিত হৈছে জানানে ? সি আঙুলি তিনটা মোৰ চকুৰ সমুখত দাঙি ধৰিলে। তাৰ সেই তিনিটা আঙুলি নহয়, যেন এপাত ত্ৰিশূল হৈ আহি মোৰ বুকু ভেদি বাহিৰ ওলাই গ'ল।" ----- কিছু সময় কিন্নৰী স্তব্ধ হৈ ৰ'ল। এৰা চক খোৱা মানুহৰ দৰে স্তব্ধ হৈ ৰ'ল।

মই তাইৰ ওচৰলৈ উঠি গৈ তাইৰ মূৰত হাত থলোঁ। ঠাণ্ডা হৈ যাব ধৰা চাহ কাপ তাই সোহা মাৰি খাই শেষ কৰিলে। আকৌ ক'লে তাই –

– "ঘৰলৈ উভতি আহি যেতিয়া মোৰ সৈতে মুখামুখি হ'ল তেতিয়া মানুহটোৱে কি ক'লে জানেনে ?"

– "কি ক'লে ?" মই উদ্বিগ্ন হৈ সুধিলোঁ।

– "তোমাৰ যেনেকৈ মই অনেক কথা নাজানিছিলোঁ, মোৰো কিছুমান কথা তোমাক জনোৱা হোৱা নাই। ---- এই কথা মনত ৰাখিবা যে তুমি !!"

কিন্নৰী বাৰ্মাৰ কণ্ঠ ৰুদ্ধ হৈ আহিল। তাই মোৰ হাত এখন খামুচি ধৰি ক'লে –

– "কি ক'লে জানানে তেওঁ ? ক'লে – তুমিওতো মোৰ ওচৰলৈ আহোঁতে পৱিত্ৰ হৈ অহা নাছিলা !"

– "ইস্ !!" আপোনা আপুনি বাহিৰ হৈ আহিল এই শব্দ মোৰ মুখৰপৰা।

– "পৱিত্ৰ ?" –

"এৰা এই শব্দটোৱেই তেওঁ উচ্চাৰণ কৰিলে। ক'লে – এই সকলোবোৰ জনাৰ পাছত তোমাৰ দুৱাৰ খোলা আছে। তুমি মোৰ পুত্ৰৰ মাতৃ হৈ চিৰদিন স্বাধীনভাৱে মোৰ ঘৰত থাকিব পাৰিবা, মই তোমাৰ কোনো কামত কেতিয়াও বাধাৰ সৃষ্টি নকৰোঁ। তুমি মুক্ত। আৰু যদি কিবা অন্য বিচাৰ আছে তেতিয়া হ'লে ----- ।

---- শুনা ৰাজবালা ! মই কোনো উত্তৰ দিয়া নাছিলোঁ । কিন্তু মই বুজিলোঁ যে মই আকৌ পাল্লিক ৰাস্তাত একেবাৰে নাঙঠ হৈ থিয় হৈছোঁ । মন আৰু মনহে নাথাকিল । ক'ব নোৱাৰোঁ মোৰ দৰে অৱস্থাত আন নাৰীয়ে কি কৰিলেহেঁতেন ।"

হঠাৎ কিন্নৰীয়ে মোৰ চকুলৈ পোন হৈ চালে । তাৰ পাছত আঙুলি এটা মোৰ পিনে টোৱাই চিঞৰি উঠিল –

– "কোৱাচোন ৰাজবালা । তেওঁৰ চৰিত্ৰ আৰু মোৰ চৰিত্ৰৰ মাজত পাৰ্থক্য কোনখিনিত ? পাৰ্থক্য নিশ্চয় আছিল । নিশ্চয় আছিল পাৰ্থক্য !"

মই নিৰুত্তৰ হৈ থাকিলোঁ ।

– "শুনা ৰাজবালা, তথাপিও মই একেটা ঘঁৰৰ একেখন বিছনাত তেওঁৰ সৈতে থাকিলোঁ । ইতিমধ্যে গালফৰ এয়েৰ্ছীত কাম পালোঁ , তেওঁ বাধা নিদিলে । মোৰ পুৰুষ বন্ধুবোৰে যেতিয়া এটা দুটাকৈ ঘৰলৈ আহিব আৰম্ভ কৰিলে – তেতিয়াও তেওঁ বাধা নিদিলে । ক'লে – "পুৰুষৰ লগত কাম কৰিছা যেতিয়া পুৰুষ আহিবই । আজিকালি নাৰী পুৰুষৰ মাজত পাৰ্থক্য থাকিব নালাগে ।"

   

ইতিমধ্যে মই টি বেগ তিয়াই চুগাৰ কিউব ঢালি দুয়োৰে বাবে আকৌ এবাৰ চাহৰ যোগাৰ কৰিলোঁ ।

তাই ক'লে

" এবাৰ এয়েৰ্ছীৰ প্ৰথম ছেক্ৰেটাৰী গৰাকীয়ে মোৰ হাত ওঁঠেৰে স্পৰ্শ কৰি মোক এটা ফাৰৰ কোট উপহাৰ দিলে । মোৰ স্বামীৰ সমুখতে দিলে । মই বৰ আশা কৰিছিলোঁ তেওঁৰ মুখ ক'লা পৰক নাইবা ভিতৰৰ পৰা চাবুক এডাল উলিয়াই আনি মোৰ পিঠিত কেইটামান কোৰ বহুৱাই দিয়ক নাই এইবোৰ একো নহ'ল । বৰঞ্চ তেওঁ কি ক'লে জানা নে ?"

" কি ক'লে ? কি ক'লে তেওঁ ?"

তেওঁ ক'লে "এনেবোৰ শক্তিশালী মানুহক হাতত ৰখা ভাল ।"

"ইয়াৰ পাছত মোৰ আৰু কোনো পৰ্দা বাকী নাথাকিল । এখন এখনকৈ মোৰ স্বামী আৰু মোৰ মাজত থকা পৰ্দাবোৰ খুলি পৰিব ধৰিলে । মানুহটোৰ মই এটা বৰ কুৎসিত নাঙঠ ৰূপ দেখা পালোঁ ।

সেয়ে বাৰ্মা চাহাবৰ বেংক বেলেন্সৰ মোটা অংশ এটা মই মোৰ নামত ট্ৰান্সফাৰ কৰাই ললোঁ । তেহেঁ বাধা নিদিলে । আৰু মোৰ এই দেশ

বিদেশ ভ্ৰমি ফুৰা হেঁপাহ ? বিশেষকৈ অক্সফৰ্ডলৈ গৈ মোৰ প্ৰথম পুৰুষক সাক্ষাত কৰাৰ হেপাঁহ ।"

❑ ❑ ❑ ❑

চাহৰ মগ দুটা ধুৱলৈ মই আকৌ উঠিলোঁ । কিন্নৰী বাৰ্মাই বুজিলে আমাৰ সাজ-পোছাক পিন্ধি ওলাবৰ সময় হৈছে । তাই ক'লে –,

"শুনা ৰাজবালা এই পুৰুষবোৰে মোৰ বাহ্যিক ৰূপ দেখি বৰ মুগ্ধ হয় , মই কিন্তু প্ৰত্যকটো পুৰুষৰ বুকুত কাণ থৈ হৃদয়ৰ সেই ধ্বনি শুনিব খোজোঁ, যি ধ্বনিৰ লগত মোৰ বুকুৰ ধ্বনি এক হৈ থাকে । ---- সেই ধ্বনি শুনা পোৱা নাযায়, বৰঞ্চ কি হয় চোৱা এইবোৰ চোঁৱা কি হয় ?"

হাত ভৰিৰ দাগবোৰ তাই মোৰ সমুখত উদঙাই দেখুৱালে । দাগবোৰ এইবাৰ ফুলি উঠিছে ।

❑ ❑ ❑ ❑

কিন্নৰী বাৰ্মাৰ কথা শুনি থকাৰ আৰু সময় নাছিল ।

কত বিচিত্ৰ এই জীৱন ? ট্ৰেভেল এজেন্সিত প্ৰথমবাৰ তাইক দেখি ভাৱ হৈছিল তাই সুখী পৰিবাৰৰে ছোৱালী । এতিয়া এই মুহূৰ্তত ভাৱ হ'ল বৰ বিচিত্ৰ এই জীৱন । শৰীৰ মাথো এক ৰংচঙীয়া উদং ঘৰ । এৰা এক উদং ঘৰ ।

----- এটা সময়ত আমি দুয়ো কোৱাকুৰিকৈ সাজপাৰ সলালোঁ । আজি এই মুহূৰ্তত তাই সাজ-পোছাকৰ প্ৰতি আন দিনাৰ দৰে বৰ মনযোগ নিদিলে । তাই এনে ধৰণে সাজ-পোছাক পিন্ধি ভাও ধৰিলে যে আমাৰ দলৰ সকলোৱে জানক কিন্নৰী বাৰ্মাই ৰাতি মোৰ লগত আছিল । দোভাগ ৰাতিলৈকে তাই ফৰাছী গাৰ্ডকেইটাৰ লগত বাহিৰলৈ ওলাই যোৱা নাছিল ।

----- আমি আঠটা বজাৰ লগে লগে হোটেলৰ লাউঞ্জত উপস্থিত হলোঁ । লাউঞ্জৰ কাউন্টাৰৰ ওচৰত আজি সকলো মজুত আছিল । কাপুৰ চাহাব আৰু তেওঁৰ আধাবলীয়া পুত্ৰ অনুপ, আগ্ৰাৰ উকীল ? ( গোটেই ৰাতি তেওঁ বোধহয় উইলিয়াম টু ৰ'ডৰ ছেক্সৰ দোকানত কটাইছিল । তেওঁৰ চকু মুখ ফুলি আছে । এই প্ৰকাণ্ড বপুৰ মানুহটোৱে এযোৰ মাটিয়া ৰঙৰ চুট পিন্ধিছে । চুটযোৰে তেওঁক একেবাৰে গিলিপ খাই ধৰিছে । ------ সৌৱা কানিংহাম চাহাব ? তেওঁ আজি স্বাৰ্কেস্কিনৰ ডাবল ব্ৰেষ্টেড চাৰিটা বুটাম থকা তেনেই ঢিলা চুট এযোৰ পিন্ধিছে । পেন্টৰ তলখন তেওঁ কোচাই লৈছে । তেওঁৰ জৰাজীৰ্ণ দেহত কাপোৰযোৰ একেবাৰেই

জলৌ জপৌ যেন দেখা গৈছে। আচৰিত কথা এয়ে যে তেওঁ কাষলতিৰ তলত ছামবাৰ বেগ এটা বৰ যত্ন সহকাৰে লৈ আছে। ( এৰা সকলোৰে ধাৰণা এই বেগটোতে তেওঁ বিদেশী মুদ্ৰাৰ ডাঙৰ পুঁজি এটা লৈ আহিছে ) ---- সৌৱা ইস্মাইল চাহাব! তেওঁৰ মুখত এটা সন্তুষ্টিৰ হাঁহি। আৰু সৌৱা দিল্লীৰ বিখ্যাত ব্যৱসায়ী পৰিবাৰ? কাউন্টাৰৰ গাতে লাগি থকা চভিনিয়ৰৰ দোকানখনত একেবাৰে মচগুল হৈ আছে। ---- কিন্তু হৰনাম সিং মান্তানা? --- ক'ত হৰনাম সিং মান্তানা? মই চাৰিওফালে ভ্ৰূকুঁচাই চালোঁ। হঠাৎ মোৰ চকু পৰিল বেংকৰ কাউন্টাৰত। লগে লগে চকু পৰিল হৰনাম সিং মান্তানাৰ পৰিষ্কাৰ পাগুৰিটোলৈ। উৰা মাৰি যোৱাৰ দৰে গৈ মই তাৰ ওচৰত থিয় হৈ ক'লো,

"তোমাৰ কাগজ-পত্ৰবোৰ ?"

"জেনেভাত দিবা। আমি জেনেভাৰ হোটেল ইপকিউ'ত থাকিম। তেতিয়াই মই তোমাৰ ওচৰলৈ গৈ কাগজপত্ৰবোৰ লৈ আহিম।"

আকৌ মোৰ হৃদয়ৰ পৰাই যেন বাহিৰ হৈ আহিল,– "হৰনাম সিং তুমি হৰিদেৱীলৈ চিঠি দিলা নে ?"

আচৰিত কথা এয়ে যে, হৰনাম সিঙে মোৰ কথা শুনিও নুশুনাৰ ভাও ধৰি চুইচ কাৰেন্সিৰ ব্যৱস্থা কৰিব আৰম্ভ কৰিলে।

মই কানিংহাম চাহাবৰ ওচৰলৈ উভতি আহিলোঁ। ব্ৰেকফাষ্টৰ বাবে ইতিমধ্যে এটা বিচিত্ৰ ভীৰ হৈছিল। লাউঞ্জত। লেবানন, ৰোমানিয়া, জাপান, দক্ষিণ পূব এচিয়াৰ টুৰিষ্টসকলে ইতিমধ্যে শাৰী পাতি এটা এটাকৈ টেবুলৰ পৰা খোৱা লৈ হলৰ চাৰিওফালে সজাই থোৱা টেবুল চকিত বহিছিল।

ময়ো এই বিচিত্ৰ টুৰিষ্ট দলৰ লগত শাৰী পাতিলোঁ। ইতিমধ্যে আমাৰ দলৰ লীডাৰ ইস্মাইল চাহাবে চাপৰি বজাই কমাল উকৱাই সকলোকে লাইনত শাৰী পাতিবলৈ দিলে। সৌৱা সকলোৱে ইতিমধ্যে লাইনত শাৰি পাতিলে! ইস্মাইল চাহাবে এইবাৰ চিঞৰি ক'লে – "বাহিৰত দুখন বাছ্ অপেক্ষা কৰি আছে। যি সকল লুঁভলৈ যাব সেই সকলে প্ৰথম বাছখন গ্ৰহণ কৰিব। যি সকল পেৰিচ অপেৰা নাইবা ট্ৰকাডেৰো পেলেচলৈ যাব সেইসকলে দ্বিতীয় বাছখন গ্ৰহণ কৰিব।"

মই কোবাকুৰিকৈ গৈ টেবুলৰ পৰা প্লেট আৰু নেপকিন লৈ ব্ৰাউন ব্ৰেড, মাখনৰ পেকেট, আৰু ফলৰ ৰসৰ গ্লাচ তুলি কোণৰ টেবুল এখনত

আহি বহিলোঁ। ইয়াত বহিয়েই মই দেখিলোঁ কিম্বৰী বামহি এটা নতুন মানুহৰ লগত কথা-বতৰা পতাত মচগুল হৈ পৰিছে। 'আগ্ৰাৰ পাঠলু উকীলটোৱে কান্ধত ওলমাই লোৱা তাৰ খদ্দৰৰ বেগটোত ব্ৰাউন ব্ৰেডবোৰ এটা দুটাকৈ ভৰাবলৈ আৰম্ভ কৰিছে। কোম্পানীয়ে দুপৰীয়াৰ খোৱা নিজৰ পইচাৰে বাহিৰত বন্দোবস্ত কৰিব কৈছিল। তেতিয়াৰে পৰা অনেকেই হোটেলৰপৰা বস্তু সৰকাই লাঞ্চৰ বাবে বান্ধি নিয়া মোৰ চকুত পৰিছে।)

---- মোৰ মানস পটত লুভঁৰ অনেক বিশ্ববিখ্যাত ছবিয়ে অহা যোৱা কৰিব ধৰিলে। আহ ! লিওনাৰ্ড দ্যা ভিন্সি ? সঙ্গীতজ্ঞ, অংকৰ গৱেষক আৰু স্থপতি ! পৃথিৱীৰ এই এটাইতকৈ মহান শিল্পীগৰাকীৰ কেইবাখনো মহান ছবি লুভঁত আছে।

মনালিছাও আছে লুভঁত ---- প্ৰখ্যাত সমালোচক ৱালটাৰ পেটাৰৰ (Walter Pater) এক উক্তি মোৰ কাণৰ ওচৰত গুণগুণাই ফুৰিছে – "His is the head upon which all the ends of the world are come, and the eye lids are a little weary. It is a beauty wrought out from within upon the flesh, the deposit, little cell by cell, of strange thoughts and fantastic reveries and exquisite passions." আৰু আছে ভিন্সিৰ ভাৰ্জিন অৱ দ্যা ৰৰ্কছ্ আৰু বহু বিৰ্তকিত ছবি লা বেলে ফেৰনিয়াৰে আৰু মাইকেলেঞ্জেলো ? মাইকেলেঞ্জেলোৰ তেজ আৰু ভাৱনাৰ ছবি ? আহ সন্ন্যাসী মাইকেলেঞ্জেলো। মাত্ৰ এগৰাকী তিৰোতাত আত্মসমৰ্পণ কৰা সন্ন্যাসী শিল্পী ? নাই নাই প্ৰিয়জনক তেওঁ চুই পৰ্যন্ত চোৱা নাছিল। এদল সমালোচকে কয় – "he was chaste in voluptuous court" আন এদলে কয় মাইকেলেঞ্জেলো সমকামী পুৰুষ আৰু মাইকেলেঞ্জেলোৱে কি কয় ? "Let nothing now divert my soul from that divine love on the cross with arms always open to receive us." ]

---- আৰু কি আছে ? কি আছে লুভঁত এই মহান শিল্পীগৰাকীৰ ? নাই নাই এতিয়া একো মনত পৰা নাই। লণ্ডনৰ নেশ্বনেল গেলেৰীত আধা কৰি পেলাই থোৱা এগৰাকী অপ্সৰাৰ লগত ভাৰ্জিন আৰু কবৰ, ভেটিকানত ছেণ্ট পিটাৰৰ শ্বহীদ হোৱাৰ দৃশ্য, পিচা ফ্লৰেন্স আৰু ৰোমতো মই মাইকেলৰ অপূৰ্ব ছবিবোৰ হাতেৰে চুই চাব পাৰিম। কোনে কৈছিল, এৰা

কোনে কৈছিল ? ডান্টে, শ্বেক্সপীয়াৰ, বিথোভেন আৰু মাইকেলেঞ্জেলোৱে এক অদৃশ্য আত্মাৰ সন্ধানত পাহাৰ বগাইছিল। পৰাজয় স্বীকাৰ নকৰি কণ্টকময় পথেৰে অকলশৰে আগবাঢ়িছিল। সৃষ্টিকৰ্তাৰ সোণালী শৃঙ্গ স্পৰ্শ কৰাৰ দুৰন্ত হেঁপাহ কৰিছিল।----

আৰু ৰাফেল ?

ৰাফেলৰ 'জোৱানা অৱ আৰাগন' ? 'লা বেলে জাৰ দিন্যাৰী' ----- হয় হয় লুভঁত চব আছে ? দৰদী প্ৰেমীক ৰাফেল ? প্ৰেমিকাৰ কবৰৰ কাষত শুই অতৃপ্ত আত্মাক শান্ত কৰিব খোজা ৰাফেল ?

আৰু ৰাফেলে ?

মই এই শিল্পীৰ প্ৰিয় ৰাণী মেৰিয়া দ্যা মেডিচিৰ সংঘাতময় জীৱন কাহিনীৰ বাইছখন ছবি লুভঁত চাব পাৰিম ?

শুনা যায় সকলোবোৰ শিল্পীতকৈ ৰুবেনৰেই আটাইতকৈ সুন্দৰ ব্যক্তিগত-জীৱন আছিল। কিন্তু আত্মা অতৃপ্ত আছিল। শিল্পীৰ আত্মা তৃপ্ত হয়নে ? আঃ আৰু ৰেম ব্ৰাঁন্ট ?

যাৰ জীৱন কাহিনী পঢ়ি এসময়ত মই চকুলো টুকিছিলোঁ ---- -

ক'ত সুখ আছে ? হৃদয়ৰ এই দুঃখ কিহৰ ? কি বিচাৰি ফুৰে এই হৃদয়ে অহৰহ ? জীৱন কালত দৰিদ্ৰতাৰ নিদাৰুণ কষ্ট ভোগ কৰা এই ডাটচ্ শিল্পীৰ হৃদয়ৰ ছবিও নিশ্চয় দেখা পাম লুভঁত ?

সহজ সৰল ছবি ৰেমব্ৰাঁন্টৰ। শুনা যায় যি পাত্ৰত ৰং লৈ আঁকে সেই পাত্ৰ তেওঁৰ একেবাৰেই স্বচ্ছ। প্ৰত্যেকটো ৰঙেই যেন নিজৰ মহিমামণ্ডিত ৰূপত চকুৰ সমূখত প্ৰকট হৈ পৰে। যেন সূৰ্যৰ স্বচ্ছ কিৰণক এক ৰহস্যময় প্ৰদেশৰ পৰা তুলি চিত্ৰৰ মাজত বান্ধি ৰখাৰ এক অনন্য ঐশ্বৰিক শক্তি এই শিল্পীগৰাকীয়ে লাভ কৰিছিল। আহ কোনে কৈছিল ? হয় কোনে কৈছিল ? "His drawing makes you forget it but it forgets nothing. He expresses and characterizes it, with their true individualities, features, its glances attitudes and gestures, the normal habits and the accidents of life - he is admirably life like."

লুভঁত আৰু কি দেখা পাম ? হয় হয় লুভঁত আৰু কি দেখা পাম ? মই জানো ৰেমব্ৰান্টৰ নিজৰ ছবি আছে তাত। মুখ নহয় যেন জালত

বন্দী হোৱা মাছ। কত ধৰণৰ বিচিত্ৰ জাল। – আৰু আছে 'বাঘ সেৱাৰ ছবি'।

– আৰু ? ইস্মাইলৰ কণ্ঠত মোৰ চমক ভাঙিল। সি চিত্ৰকৰি আছে।

– "আপোনালোকে হোটেলৰ কামৰ ছাবিবোৰ জমা দিয়ক। ইয়াৰ বেংকত ডলাৰবোৰ সলনি কৰিব নালাগে। আমি ফ্ৰান্স আৰু ছুইজাৰলেণ্ডৰ সীমাৰ চৌকিত টকা-পইচাবোৰ সলনি কৰি ল'ব পাৰিব। তদুপৰি আপোনালোকৰ পাছপৰ্টবোৰ হাত বেগত ভৰাই লওক যাতে প্ৰয়োজন হলেই উলিয়াই ল'ব পাৰি। চেকপষ্টত এইবোৰ প্ৰয়োজন হ'ব। কালিপুৱাই আমি জেনেভালৈ যাওনা হ'ম।

– আমি কোৱাকুৱিকৈ ব্ৰেকফাষ্ট শেষ কৰি নিজৰ নিজৰ কোঠাৰ পৰা ছাবিবোৰ আনি কাউণ্টাৰত জমা দিলোঁ। তাৰ পাছত বৈ থকা বাছৰ পিনে ঢাপলি মেলিলোঁ।

❑ ❑ ❑ ❑

গধূলি সময়ত আমি আকৌ হোটেল ইবিচলৈ উভতি আহিলোঁ। মোৰ হৃদয়ৰ তৃষ্ণা অৱশ্যে পূৰ্ণ নহ'ল। অধ্যাপক কানিংহামৰ মনৰ বাসনা ? আৰু কিন্নৰী বাৰ্মাৰ ? নাই কিন্নৰী বাৰ্মাৰ কথা মই ভালদৰে নাজানো। কি বিচাৰি আহিছে কিন্নৰীয়ে ? তাইক বিশ্বাসঘাতকতা কৰা প্ৰেমিকটোকেই নে ? সি অক্সফৰ্ডত আছে। কি কৰিব তাক লগ পালে ?

– নাই তাই উভতি অহা নাই। হোটেলৰ লাউঞ্জলৈ তাই উভতি অহা নাই। আকৌ হয়তো কাৰোবাক লগ পাইছে। বুকু ছিৰাছিৰি কৰি চাৰলৈ চেষ্টা কৰিছে। কৰবাত বাক পাব নে বিচাৰি। – কৰবাত জানো পাব সেই জনক ? হৃদয়ৰ বন্তি জ্বলাই যিজনক অহৰহ বিচাৰি ফুৰা হয় ?

শৰীৰৰ মগুহ ছিৰাছিৰি হৈ যায়।

ক্ষত বিক্ষত আত্মা অস্থিপুঞ্জৰ দৰে শুকাই কৰ্কশ হৈ যায় কিন্তু ক'ত থাকে সেইজন ?

নাই নাই কন্দা কটা কৰিলেও কিন্নৰী বাৰ্মাক মই সঁচাকৈ চিনি পাইছোঁ নে ?

নাৰীয়ে নাৰীক সঁচাকৈয়ে চিনি পায় নে ?

– লাউঞ্জৰপৰা ছবি লৈ মই আকৌ কোঠাত সোমালোঁ। এইবাৰ লৰালৰিকৈ মই বন্ধু-বান্ধবীবোৰ সামৰিলোঁ। বিদেশী মুদ্ৰাৰ অভাৱত মই

টেপেচাট্ৰী দুখনৰ বাহিৰে আন একো কিনিব নোৱাৰিলোঁ । – ৰাতি আঠটাত আমি উইলিয়াম টু ৰডেৰে নাইট ক্লাব লিডুলৈ যাত্ৰা কৰিলোঁ । গুলছনে মোক দঢ়াই দঢ়াই কৈছিল পেৰিছৰ জগৎ বিখ্যাত নাইট ক্লাব চাই আহিবা নহ'লে তোমাৰ অভিজ্ঞতা আধকৰা হৈ থাকিব ।

– আচৰিত কথা এয়ে যে মই লিডুত হৰনাম সিং মান্তানা, কাপুৰ চাহাব আৰু তেওঁৰ পুত্ৰ অনুপ কাপুৰক দেখা নাপালোঁ । কিন্নৰী বাৰ্মাও নাছিল ।

লিডুৰ অভিজ্ঞতা এক অনন্য অভিজ্ঞতা আছিল । সুন্দৰী ফৰাচী ব্লু-বেল নৰ্তকীস কৰ শৰীৰবোৰ ?

যেন পান পাত্ৰলৈ ৰূপান্তৰিত হৈছিল :

শৰী। পান পাত্ৰ লৈ ৰূপান্তৰিত হোৱা এনে ধৰণৰ চাক্ষুষ অভিজ্ঞতা বৰ কমহে হৈছিল । নগ্ন বক্ষৰ নৰ্তকীসকলে তৰুণ যুৱক কিছুমানৰ লগত ইজিপ্টৰ পিৰামিদৰ দেশৰ কাহিনী লৈ এটা বৰ দীঘলীয়া অদ্ভুত নৃত্যৰ সৃষ্টি কৰিছিল । বিজুলীৰ ৰহস্যময় এন্ধাৰ আৰু পোহৰৰ মাজত স্ত্ৰী আৰু পুৰুষৰ দেহৰ দৰে-নগ্ন অংগৰ টুকুৰাবোৰ অন্ধকাৰ ৰাতি প্ৰকট হোৱা সাপৰ দেহৰ দৰে জুলমলাই আছিল ।

ইস্মাইল চাহাবৰ সৈতে মই একেখন টেবুলত বহিছিলোঁ । ইস্মাইলে কৈছিল –

"জাপানৰ সেই প্ৰাচীন গাইসাসকলৰ দৰে এই ব্লুবেল নৰ্তকীসকলেও নিজৰ শৰীৰ আৰু নৃত্যক জীৱন্ত কৰি ৰাখিবলৈ একেবাৰে হাড় ভঙা পৰিশ্ৰম কৰিব লাগে ।

এসময়ত প্ৰাচীন টকিঅ'ৰ প্ৰাচীৰবোৰ সুন্দৰী গাইসাসকলৰ চিত্ৰেৰে একেবাৰেই আতিক্কাৰ হৈ আছিল ।" এই ব্লুবেল নৰ্তকীসকলৰ পটাৰ নাইবা হৰ্ডাৰ মই কিন্তু পেৰিছৰ হাটে বাটে দেখা নাপালোঁ ।

এটা সময়ত সঙ্গীতৰ মূৰ্চ্ছনা মাৰ গৈছিল । 'চেম্পেইনৰ' বটল খোলাৰ শব্দ হোৱাৰ লগে লগে মই থিয় হৈছিলোঁ । মোৰ সমুখত থোৱা চেম্পেইনৰ বটলটো মই লৰালৰিকৈ কোটৰ পকেটত ভৰালোঁ । গুলছনৰ বাবে লোৱা লিডুৰ নাইট ক্লাবৰ চেম্পেইনৰ বটলটোৰ বাবে মই বিদেশী মুদ্ৰা ভৰিব লগীয়া নহৈছিল ।

## নৱম অধ্যায়

এইবাৰ চুইজাৰলেণ্ডৰ তৃতীয় বৃহৎ নগৰ জেনেভাক উদ্দেশ্য কৰি আমি বাছত উঠিলোঁ।

টুৰ লীডাৰ ইস্মাইলে সকলোকে উদ্দেশ্য কৰি আটাহ পাৰি উঠিল –

"আপোনালোক সকলোৱে নিজৰ নিজৰ পাছপৰ্টবোৰ উলিয়াই লওক। আপোনালোকৰ যি কেইগৰাকীৰ হাতত ফ্ৰাংক আছে সেই কেইগৰাকীয়ে চেক পষ্টত নামি চুইচ ফ্ৰাংকলৈ পইচা সলনি কৰি ল'ব পাৰিব। কিন্তু চেক পষ্টত পাছপৰ্টৰ বৰ প্ৰয়োজন হ'ব।

--- এইবাৰ কাপুৰ চাহাব মোৰ ওচৰত বহিল। তেওঁৰ পুত্ৰ অনুপ কাপুৰ কানিংহামৰ ওচৰত বহিল। আজিও সি একেবাৰে অকলা হৈ আছিছে। টুৰ লীডাৰ ইস্মাইলে পকেটৰপৰা কণী উলীয়াই তাৰ মুৰ কণিয়াই দিলে। বৰ সহানুভূতিশীল মানুহ ইস্মাইল চাহাব। লীডাৰ হোৱাৰ যোগ্য মানুহ।

---- আমি এক স্বৰ্গৰ পথেৰে যেন গতি কৰিলোঁ। পথৰ দুয়োকাষে সক সক আঙুৰৰ জোপোহা। সেইবোৰত খুঁটি দিয়া আছে। মাজে মাজে নাইলনৰ নেটেৰে সেইবোৰত বৰ নিয়াৰিকৈ আবুৰ কৰি থৈছে। দূৰৈৰপৰা লতাবোৰক উৰহীৰ লতাৰ দৰে লাগিছে।

আঙুৰৰ গছ। এবা দুয়োপিনে আঙুৰৰ গছ। এক স্বৰ্গ ৰাজ্যৰ মাজেৰেহে যেন বাছে গতি কৰিছে। ফ্ৰান্সৰ গাঁও-ভূঁইৰ পৰিষ্কাৰ পৰিচ্ছন্নতাৰ চাক্ষুষ প্ৰমাণে মোক একেবাৰেই অভিভূত কৰি তুলিলে। বহুদিনৰ আগেয়ে শুনছুনে কৈছিল কেম্ব্ৰিজ আৰু অক্সফৰ্ডলৈ পঢ়িব যোৱা ভাৰতীয় ছাত্ৰসকলে বন্ধৰ দিনত ফ্ৰান্সলৈ আঙুৰ তুলিব গৈছিল। ফ্ৰান্সত আঙুৰ তুলি সিহঁতে টকা পইচা সংগ্ৰহ কৰিছিল।

--- এইখিনি সময়ত আকৌ গুনছুনৰ স্মৃতিয়ে মোৰ মন ভৰাই পেলালে। তাৰ হৈছে মোৰ মনে ভ্ৰমণৰ উত্তেজনা শাম কটাৰ লগে লগে আকৌ মন গুনছুনৰ ওচৰলৈ যাবলৈ আৰম্ভ কৰিছে। কিন্তু যিমানেই দূৰলৈ আহিছোঁ তাৰ হৈছে গুনছুন এক আশ্ৰয় হৈ দেখা দিছে। এনে এক আশ্ৰয় যি আশ্ৰয়ৰ জীৱন দানৰ ক্ষমতা আছে। হৰনাম সিং মাস্তানাৰ বন্ধু এটাৰ ঠিকনা এটা আহিবৰ সময়ত মই গুনছুনক দি আহিছিলোঁ যাতে সি মোক জনাই থাকিব পাৰে, খালচা কলেজৰ কামটো সি পালে নে নাই।

এবা এই কামটোৰ বাবে আমি দুয়ো ইন্টাৰভিউ দিছোঁ। ---- কিন্তু ইতিমধ্যে গুলছনে ভালদৰে জানিছে মই সি পালেহে বেছি ভাল পাম। গুলছনে একেবাৰে নীৰৱ হৈ থাকি মোৰ হৃদয়ৰ কাহিনী পঢ়িব পাৰিছে। ভিক্তিত মাফলাৰ, টিলা কুৰ্তা পাইজামা –

মূৰত একমূৰ ঘন চুলি, বুদ্ধিদীপ্ত অথচ গভীৰ দৃষ্টি --- সৌভাগ্য! সৌভাগ্য। গুলছনক জীৱনত লগ পোৱা মোৰ যেন এক সৌভাগ্যৰ কথা আছিল – ঠিক এনে এক ভাৱ হ'ল ---- হঠাৎ কাপুৰ চাহাবৰ কণ্ঠত চমক ভাঙিল। তেওঁ মোৰ একেবাৰে কাষত বহি আহিছিল।

– "বাজজী আপোনাৰ বৰ চিন্তা কৰি অহাৰ দৰে দেখা গৈছে।"

---- তীব্ৰ গতিৰে বাছ চলিছিল। কিন্তু ভিতৰত এনে এক মোহক অৱস্থা আছিল যে আমি অলপো জোকাৰণি অনুভৱ কৰা নাছিলোঁ।

দুয়োপিনৰ দৃশ্যবাজি কাল্পনিক স্বৰ্গৰাজ্যৰ দৃশ্যৰ দৰে আছিল।

কাপুৰ চাহাবে পকেটৰপৰা ৰুমাল উলিয়াই মুখ-হাত মচি ক'লে –

"বাজজী মোৰ ল'ৰাটোক আপুনি নিশ্চয় লক্ষ্য কৰিছে।"

মই ক'লোঁ–

"সি কিছু মানসিক কষ্ট ভোগ কৰা যেন ভাব হয়।"

যোৱা বায়তত তাৰ ভায়েক এটাক তাৰ চকুৰ আগত শিখ যুৱক কিছুমানে কোবাই কোবাই হত্যা কৰিলে। দুয়ো ককাই-ভাই যঁজা আছিল। একত্ৰিছ অক্টোবৰৰ দিনা সিহঁত ত্ৰিলোকপুৰীৰ এক্সিকিউটিভ কাউন্সিলাৰৰ ঘৰলৈ গৈছিল।"

মই আটাহ পাৰি উঠিলোঁ,–

"সেইদিনাতো ভয়ংকৰ কাণ্ড ঘটিছিল। দিল্লীৰ আকাশ বতাহত বাৰুদৰ গোন্ধ উৰি ফুৰিছিল। মই বেলকনিৰপৰাই এই ভয়ংকৰ লীলা চাই আছিলোঁ। আপুনি বিশ্বাস কৰিব নে, ফিৰিঙতিয়ে কৰা ক'লা ছাইবোৰ মোৰ হাতে মুখে লাগিছিল। আমাৰ ঘৰৰ কাষৰ জোতাৰ দোকান এখনত লুটপাত হৈছিল। মই ঘৰৰ তলেৰে জোতাবোৰ লুটি নিয়া দৃশ্য একেবাৰে অসহায় হৈ চাই আছিলোঁ। পাঁচ বছৰীয়া শিশু এটাইও দোকান লুটিছিল। তাৰ ভবিতকৈও ডাঙৰ জোতা এযোৰ পিন্ধি সি ৰাস্তালৈ ওলাই আহিছিল; সকলোৱে হাতচাপৰি দি হাঁহিছিল।"

কাপুৰ চাহাবে ক'লে,

"কাউন্সিলাৰ গৰাকীৰ ঘৰলৈ যোৱাৰ যথ প্ৰয়োজন হৈছিল। কাৰণ 'শেখ চৰাইত' আমাৰ এলানি দোকান আছিল। দুয়ো ভাই-ককায়ে এই দোকান চলাইছিল। কোনো কাৰণ নোহোৱাকৈ পুলিচে এই দোকান তচনচ কৰি পেলালে। পাল্লিকৰ নালিশ আছিল হোনো। দুয়ো ভাই-ককায়ে এই সংক্ৰান্ততে কাউন্সিলাৰগৰাকীৰ ঘৰত বহি আছিল। ----- পুৱাৰ আৱহাৱা শান্ত আছিল। সিহঁতে হেনো শিলগুটি এটা পৰাবো আৱাজ শুনা নাছিল। ------ তাৰ পাছতে আহিল ভিৰ। কোনেও ক'ব নোৱাৰে ক'ৰ মানুহ সেইবোৰ। সীমা পাৰ হৈ আহিছিল।"

"হয়। একমুহূৰ্তৰ ভিতৰতে ঘটিল সেই ঘটনা। কোন তলকত কাউন্সিলাৰজন সাৰি গ'ল কোনেও ক'ব নোৱাৰিলে।"

---- অনুপে তাৰ ভায়েকক টানি নৈ মৰা দৃশ্য নিজে চকুৰে দেখা পালে।

তেতিয়াৰপৰা শিখ মানুহ দেখিলে সি জকি উঠে। মই দুই এজন বিশেষজ্ঞক দেখুৱাইছোঁ। সিহঁতে ক'লে কিছু ফুৰাই অনা ভাল হ'ব। কিন্তু দুৰ্ভাগ্যবশতঃ কি হ'ল জানে নে?"

"কি হ'ল?"

"আমাৰ যাত্ৰাত এটা শিখ যুৱকো চামিল হ'ল?"

"হৰনাম সিং মাস্তানা?"

– হয় হয় হৰনাম সিং মাস্তানা?

– "শুনক। হৰনাম সিং মাস্তানা আপোনাৰ চিনাকি মানুহ। আপুনি অনুগ্ৰহ কৰি মোৰ ল'ৰাৰ মানসিক অৱস্থাৰ কথা তাক জানিব দিয়ক।"

মই আৰ্তনাদ কৰি উঠিলোঁ।

"কিন্তু কিয়?"

ইবিচ হোটেলত ছুৰি এখন লৈ মই তাক হৰনাম সিং মাস্তানাৰ কমৰ ওচৰত মনে মনে বৈ থকা দেখিলোঁ।

মই চিঞৰি উঠিলোঁ।

"হৰনামৰ কমৰ ওচৰত সি ছুৰি লৈ বৈ আছিল?"

কাপুৰ চাহাবে ভলমূৰ কৰিলে। কিছু সময় চুপ হৈ থকাৰ পাছত আকৌ ভেওঁ ক'লে, –

"বাহিৰলৈ উলিয়াই আনিছিলোঁ ভাল হ'ব বুলি কিন্তু এতিয়া পদে পদে মই সতৰ্ক হৈ থাকিব লগীয়া হৈছে। গোটেই যাত্ৰাটো মই এক থৰণৰ

নতুন যন্ত্ৰণা কঢ়িয়াই লৈ ফুৰিব লগীয়া হৈছে, আপোনাক ক'লো বিশ্বাস কৰক ?"

---- কাপুৰ চাহাবে পকেটৰপৰা ৰুমাল উলিয়াই মুখখন মচি ল'লে। তেওঁৰ ধপধপীয়া বগা মুখখনত মই অজস্ৰ চিন্তাৰ ৰেখা দেখা পালোঁ। আকৌ ক'লে তেওঁ,–

"তাক শিখইতে টানি নি মাৰিলে।"

মই ক'লোঁ, "শুনিছিলোঁ সেই ঠাইত দুশতকৈও অধিক শিখক হিন্দুৱে হত্যা কৰিছিল।"

কাপুৰ চাহাবে আকৌ মুখখন মচি লৈ ক'লে –

"একত্রিছ অক্টোবৰে হিন্দু আৰু শিখৰ তেজ খাম বুলিয়েই হাতত তৰোৱাল লৈ আহিছিল। কিন্তু এতিয়া মোৰ বিপদ হৈছে, শিখ দেখিলেই --- সি জকি উঠে। আৰু গোটেই পথছোৱা হৰনাম সিং মাত্তানা আমাৰ লগত যাব।"

"হৰনাম সিং মাত্তানা ?"

ময়ো ভিতৰি ভিতৰি যেন কঁপি উঠিলোঁ। এই যাত্ৰাত যদি আকৌ তেজৰ নদী ব'ব লগা হয়।

তেজৰ নদী ?

নাই এই পথত সেইবোৰ একো হ'ব নোৱাৰে । এয়া আস্তুৰৰ বাগিচাৰে ভৰা পথ। আনিৰ দুয়োকালে নীলাভ নেটেৰে বেঢ়ি থোৱা আছে এই বাগিচা। ---- ৰবাটী সাম্ৰাজ্যৰ চিকুণ ৰূপৰ যেন তুলনা নাই। বাগিচাৰ এচুকত ৰৰবাত যদি অলপ তাৰৰ জোখৰ জমা হৈ আছে যেইখিনিকো একোখন প্লাষ্টিকৰ নেটেৰে ঢাকি থৈছে।"

এটা সময়ত আমি স্নাত আৰু চুইজাৰলেণ্ডৰ সীমাৰ চেকপষ্ট পালোঁ। ইস্মাইল চাহাবে থিয় হৈ সকলোকে সম্বোধন কৰি ক'লে ,–

"মই এতিয়া এজন একজনকৈ সকলোৰে পাছপোৰ্টবোৰ সংগ্ৰহ কৰিম। আপোনালোকে হাতত থকা ৰবাটী স্নাকবোৰ খুটি খাবলৈ সলনি কৰিব পাৰিব। ওচৰতে বেংক আছে।"

আমি সকলোৱে খপ জপকৈ নিজৰ হাতবেগবোৰ খুলিব ধৰিলোঁ। আকৌ ইস্মাইল চাহাবৰ গমগমীয়া কণ্ঠস্বৰ শুনা গ'ল – ,

"আপোনালোক সকলোৱে কলেৰা আৰু স্মল পক্স ইত্যাদিৰ ভেকচিনেশ্বন নিশ্চয় লৈ আহিছে, আৰু আপোনালোকৰ হাতত নিশ্চয় ডাক্তৰৰ চাৰ্টিফিকেটসমূহো আছে !"

আমি ইটোৱে সিটোৰ মুখলৈ চালোঁ। এই বিষয়ে দিল্লীত আমাক কোনেও একো কোৱা নাছিল। দক্ষিণ–পূব এচিয়া আৰু জাপানলৈ গলেহে এইবোৰৰ প্ৰয়োজন হয় বুলি কোনোবাই কৈছিল। গেটৰ ওচৰত ক'লা সাজ-পোছাক পিন্ধা সৈনিক কেইটামান বৈ আছিল। আমাৰ পাছপৰ্টবোৰ এখন এখনকৈ গোটাই ইস্মাইল চাহাবে বৰ ব্যস্ততাৰে তললৈ নামি গ'ল। পিছ ফালৰপৰা ইস্মাইল চাহাবৰ চুটযোৰ একেবাৰেই ঢিলা যেন দেখা গ'ল।

নিয়ম আছিল যদিও আমাৰ কোনেও ভেকচিনেশ্বন ইত্যাদি লোৱা নাছিলোঁ। আমি সকলোৱে কিছু উদ্বিগ্ন হৈয়ে ইস্মাইল চাহাবলৈ বাট চালোঁ।

---- ইস্মাইল চাহাব অৱশ্যে নিৰ্বিঘ্নে উভতি আহিল। তেওঁ এখন এখনকৈ পাছপৰ্টবোৰ সকলোকে বিলাই দিলে। ভুলক্ৰমে হৰনাম সিং মান্তানাৰ পাছপৰ্টখন অনুপ কাপুৰৰ হাতত পৰিল। সি পাছপৰ্টখন দুফাল কৰিব খোজোঁতেই মোৰ কাষত বহি থকা দেউতাকে উৰা মাৰি যোৱাৰ দৰে গৈ তাৰ হাত দুখনত মুঠি মাৰি ধৰিলে।

মুহূৰ্তৰ ভিতৰতে হুৰমূৰণি লাগি পৰিব খুজিছিল। কিন্তু টুৰ লীডাৰ ইস্মাইলৰ মধ্যস্থতাত সেইবোৰ একো নহ'ল।

ইতিমধ্যে দলৰ সকলোৱে অনুপ কাপুৰৰ মানসিক অৱস্থাৰ কথা গম পাইছিল।

   

আমি জেনেভাত উপস্থিত হলোঁ। এয়া এক পুৰণি চহৰ।

বাছৰ ড্ৰাইভাৰে ক'লে,

"এই পথে একেবাৰে স্পেইনলৈ যোৱাৰ পথ ধৰিছে।"

শুনিছিলোঁ জুলিয়াছ চীজাৰে সেলটিক ট্ৰাইব জয় কৰিবলৈ জেনেভালৈ আহিছিল। ত'ত ত'ত পৰি আছে চীজাৰৰ মাৰ্বলৰ স্মৃতিস্তম্ভ।

হোটেল ইপকিউলৈ যোৱাৰ পথত মই আহল বহল অনেক প্ৰাচীন ঘৰ দেখা পালোঁ। যুগ যুগ ধৰি যেন তাত অনেক সম্ভ্ৰান্ত লোকে শান্তিৰে বাস

কৰি আছিছে। আঙুৰ লতাৰ মাজেৰে মূৰ দাঙি উঠিছে কিছুমান পুৰণি গীৰ্জা ঘৰ।

বাগিচাৰ নগৰ মাউন্ট ব্লাক আৰু হ্ৰদলাক লেমানেৰে বুকু চুই শুই আছে জেনেভা চহৰ।

কাপুৰ চাহাব ইতিমধ্যে তেওঁৰ পুত্ৰৰ ওচৰলৈ উঠি গৈছিল। মোৰ ওচৰলৈ থৰক-বৰক খোজেৰে এইবাৰ উঠি আহিল কানিংহাম চাহাব। সেই আমেৰিকান ডলাৰেৰে পৰিপূৰ্ণ হৈ থকা বুলি জাহিৰ হোৱা বেগটো তেওঁৰ কাষলতিৰ তলত সোমাই আছিল।

মোৰ ওচৰত বহি তেওঁ ক'লে,

"আমি এতিয়াই হোটেল ইপকিউত উপস্থিত হ'ম। ---- এই ঘৰবোৰ আৰু এই পথ মোৰ চিনাকি চিনাকি লাগিছে। শুনা ৰাজবালা মোৰ এটা অনুৰোধ আছে মই এইবাৰ ইস্মাইলক অনুৰোধ কৰিম তোমাৰ কোঠাটো যাতে এইবাৰো মোৰ ওচৰতে থাকে। মোৰ বয়স হৈছে। কেতিয়াবা পাহৰি থকা যায়, কিন্তু সৌ পুৰণা পুৰণা ঘৰবোৰে পুৰণা কথাবোৰ বৰ বেয়াকৈ মনত পেলাই দিছে ----- !"

   

মোৰ ভাব হ'ল হৰনাম সিং মান্তানা, কানিংহাম চাহাব, আনকি কিন্নৰী বাৰ্মাইও মোক বিশ্বাস কৰিছে। প্ৰশ্ন নকৰাকৈয়ে কিন্নৰীয়ে একান্ত ব্যক্তিগত কথা কিছুমান খোলাখুলিভাৱে প্ৰকাশ কৰিছে।

হৰনাম সিং মান্তানাই তাৰ ৰহস্যময় কাগজৰ টোপোলাটো থবলৈ দিছে। কাপুৰ চাহাবে অকপটভাৱে নিজৰ ল'ৰাটোৰ মানসিক অৱস্থাৰ কথা প্ৰকাশ কৰিছে ---- । সকলোৱে যেন নিজৰ নিজৰ মনৰ বেজাৰৰ টোপোলাবোৰ মোৰ সমুখত খুলি ধৰিব খুজিছে। হৰনামৰ ৰহস্যময় টোপোলাটোত বাৰুদৰ গোন্ধ আছিল নে নাই মই নাজানো ? সি এই যাত্ৰাত গোপনে কি কাম কৰি ফুৰিছে এই কথাও মই নাজানো। তথাপিও তাৰ টোপোলাটো মোৰ লগতে আছে। হৃদয়ত জখম থকা আমি সকলোবোৰ জখমী যাত্ৰীয়ে হোটেল ইককিউৰ পিনে আগুৱাই গলোঁ। এই খণ্ডত বাছ বৰ মন্থৰ গতিৰে আগুৱাই যাব ধৰিলে।

   

ঠুবেৰুৰপৰা বোমলৈ যোৱা পথছোৱাবো কোনো কোনো ঠাইত সাগৰে মাটি চুই যোৱাৰ দৃশ্য কিছুমান মোৰ চকুৰ সমুখত ভাস্বৰ হৈ

উঠিল। এই পথেৰেই লিওনাৰ্ড আৰু মাইকেলেঞ্জেলোৱে খোজ কাঢ়িছিল। হয় হয় এই পথেৰেই।

সৌবোৰ সৰু সৰু পৰ্বত একেই আছিল নে বাৰু ?

এই মাটিৰ ওপৰেৰে এওঁলোকে সঁচাকৈয়ে খোজ কাঢ়িছিল নে ?

তেতেলিৰ পাতৰ দৰে ছিৰিলি ছিৰিলি পাতৰ অজস্ৰ গছ চকুত পৰিল। এইবোৰ গছ তেতিয়াও আছিল নে ? লিওনাৰ্ডোৰ দিনত ?

মাইকেলেঞ্জেলোৰ দিনত ?

মোৰ চকুৰ আগত সেউজীয়া বিস্তীৰ্ণ ভূমি উদ্ভাসিত হৈ উঠিল। ইয়াৰ মাটিৰ বৰণ সোণালী ---- গছ, লতাতো এক গভীৰ সেউজীয়া বৰণ --- সোণালী আৰু সেউজীয়া ৰঙৰ সমাহাৰ।

আমি Eternal City ৰোম অভিমুখে আগবাঢ়িলোঁ।

হয় হয় ৰোমক 'অনন্ত চহৰ' বুলি কোৱা হয়। ৰসিক লোকসকলে প্ৰাচীন কালত কৈছিল সকলো পথেই হেনো ৰোমলৈ গতি কৰে।

All roads lead to Rome.

আৰু কোনে কৈছিল ? পণ্ডিত লেছালে (Lassel) তিনিশ বছৰ আগেয়ে কৈছিল – Where can a man learn more Knowledge than in Rome ? Where all language are spoken, all Sciences are taught the ablest men of Europe meet, all the best records are found, all Dist appear as upon their true theatre ---?'

হোটেল প্ৰিন্সেছৰ সমুখত আমাৰ বাছ ৰ'ল। আমি নিজেই ধৰা মেলা কৰি আমাৰ বস্তুবাবীবোৰ তললৈ নমালোঁ। টুৰ লীডাৰ ইস্মাইলে ইতিমধ্যে ট্ৰেভেল কোম্পানীৰ হতুৱাই আমাৰ কোঠাৰ আৰক্ষণ কৰি থৈছিল। ৰেজিষ্টাৰত চহী কৰি আমি সকলোৱে নিজৰ নিজৰ কোঠাৰ চাবিবোৰ লৈ হোটেলৰ প্ৰথম মহলালৈ উঠি গ'লোঁ।

এইবাৰো মোৰ কোঠা আৰু অধ্যাপক কানিংহামৰ কোঠা ওচৰা-উচৰিকৈ পৰিল। বৃদ্ধ অধ্যাপকে বোধ হয় নিজেই এই ব্যৱস্থা টুৰ লীডাৰ ইস্মাইলৰ হতুৱাই কৰাই লৈছিল। এই ব্যৱস্থা মই বেয়া পোৱা নাছিলোঁ এই কাৰণেই যে হোটেলৰ আধুনিক gadget বোৰ খোলা মেলা কৰোঁতে মই বৰ অসুবিধা ভোগ কৰিছিলোঁ। হোটেলবয়ৰ নামত কোনো নাছিল। চৌদিশ একেবাৰে নিমাওমাও হৈ আছে। যি দুই এটা বিশাল বপুৰ

নিজ্ঞোৰে মানৰবন্ধু উঠোৱা নমোৱাত সহায় কৰি আছে, সিহঁতেও ক্ৰমে ক্ৰমে গৈ কাকো সহায় কৰা নাই ।

❑ ❑ ❑ ❑

বস্তুবাবীবোৰ থানথিত কৰি থাকোঁতেই হঠাৎ মোৰ দুৱাৰত টোকৰ পৰিল । উবা মাৰি মোৱাৰ দৰে গৈ মই দুৱাৰ খুলি দিলোঁ । দুৱাৰ মুখত ইস্মাইল চাহাব । ঢিলা সাজ পোছাক । ভগা মুখ । সদায়ে যেন এক মুকলিমুৰীয়া মনোভাব । ক'লে – 'তোমাৰ কেইবাখনো চিঠি এই হোটেলত আহি পৰি আছে !' মোৰ ভাব হ'ল দিল্লীত অৱস্থিত অফিচলৈ গৈ কোনোবাই মোমৰ ঠিকনা সংগ্ৰহ কৰিছে । মোৰ বুজিবলৈ বাকী নাথাকিল এইবোৰ হৰিদেৱীৰ হাতৰ আখৰ । এই চিঠিবোৰৰ মাজত গুলছনৰ চিঠি এখনো আছিল ।

মোৰ বুকু ধপধপাব ধৰিলে ।

কি লিখিছে গুলছনে ?

কি লিখিছে ?

---- চাকৰি ?

নিজৰ অসুখৰ কথা ।

অসুখ ? গুলছনৰ অসুখ ?

---- নাই নাই এইখন চিঠি ঠিক এই মুহূৰ্তত খুলিব নোৱাৰি । কি কৰা যায় ? কি কৰা যায় ?

মই লবালৰিকৈ গুলছনৰ চিঠিখন ভেনেটি বেগত ভৰালোঁ । চিঠিখন মই নিৰিবিলিত পঢ়িম ।

হৃদয়ৰ গোপন অংশত আশংকা আৰু আশাৰ এক টনা-আজোৰাই চলিল । চিঠিখন কিন্তু মই নুখুলিলোঁ ।

হৰিদেৱীয়ে মোলৈ দিয়া চিঠিবোৰৰ লগত হৰনামলৈও চিঠি দিছে । প্ৰত্যেকখন চিঠিতে কাবৌ-কাকুতি কৰি লিখিছে মই যেন হৰনামৰ খবৰ তেওঁক জনাও । তাইৰ এই কথাক মই যেন পৃথিবীৰ সকলো কথাতকৈ অগ্ৰাধিকাৰ দিওঁ ----- । তাই হৰনামলৈ লিখা চিঠি কেইখন পঢ়ুৰ । কি লিখিছে তাই । কি লিখিছে ? মোলৈ লিখা প্ৰত্যেকখন চিঠিতে তাই হৰনাম সিঙৰ সৈতে কটোৱা দিল্লীৰ অন্ত্ৰ মোগল,

পৰঠাৱালা গলি

কটৰা নীল,

কোচা মহাজনী --- আৰু কি ঠাই এইবোৰ ? এবা এইবোৰ কি ঠাইৰ নাম লিখিছে ? সিং সভা ৰ'ডৰ গুৰুদ্বাৰৰ চিৰিত বহা দিনৰ কথাও উল্লেখ কৰিছে। হায় হায় বেচেৰীয়ে হৰনাম সিং মান্তানাৰ খবৰ জানিবলৈ একেবাৰে ব্যাকুল হৈ পৰিছে। কি খবৰ জনাব তাইক ? ---- কোবাকুৰিকৈ গৈ মই হৰনামে থৈ যোৱা টোপোলাটো চাবলৈ বাকচ খুলিলোঁ। বৰ সুন্দৰকৈ বন্ধা আছে টোপোলাটো। ইস্মাইলে কৈছিল সি মোক বোমত আহি লগ ধৰিব। সি নিশ্চয় আহিব। এইবাৰ তাক মোৰ ওচৰত বহুৱাই লৈ হৰিদেৱীলৈ চিঠি লিখাম। মোৰ সমুখত বহি সি হৰি দেৱীলৈ চিঠি লিখিব লাগিব। --- হৰিদেৱী হিন্দু ছোৱালী - হৰনাম সিং মান্তানা শিখ ল'ৰা। এয়ে আছিল প্ৰথমৰ বিবাদ --- তাৰ পাছত এয়া ? হয় হয় এয়া হৰনাম সিং মান্তানা এক ৰহস্যময় ব্যক্তি হৈ পৰিছে। আমাৰ দলৰ সকলোৱে তাক সন্দেহ কৰিব আৰম্ভ কৰিছে আগ্ৰাৰ উকীল, দিল্লীৰ ব্যৱসায়ী পৰিয়াল, কিন্নৰী বাৰ্মা ? টুৰ লীডাৰ ইস্মাইল চাহাব--- এবা সকলোৱে সন্দেহ কৰিব আৰম্ভ কৰিছে। কানিংহাম চাহাবৰ বাহিৰে সকলোৱে হৰনাম সিংক সন্দেহ কৰিব আৰম্ভ কৰিছে। বৃদ্ধ অধ্যাপকে সন্দেহ কৰে কেনেকৈ ? পেৰিছ, জেনেভা, ফ্লৰেন্স ইত্যাদি স্থানত সময়, আৰু সুবিধা পালেই এই বৃদ্ধ অধ্যাপকে সাধাৰণ মানুহে বাস কৰা স্থান সমূহত ঘূৰ্মুটিয়াই ফুৰিছে। কাষলতিৰ তলত অহৰহ তেওঁৰ সেই বিদেশীমুদ্ৰাৰে ভৰা ছামৰাৰ বেগ, দলৰ মাজত কোনে কি কৰিছে কোনে কি কৰা নাই এই কথা চোৱাৰ সময় ক'ত, নাই নাই কোনেও তেওঁক একো কৰা নাই।

কোনেও তেওঁৰ হাতৰ পৰা বেগ কাটি নিয়া নাই।

সাধাৰণ মানুহে বাস কৰা স্থানসমূহত কি কাৰণে অধ্যাপক কানিংহামে ঘূৰ্মুটিয়াই ফুৰিছে ? --- টুৰ লীডাৰ ইস্মাইলৰ বাহিৰে এই কথা নিশ্চয় কোনেও লক্ষ্য কৰা নাই।

--- গুলছুলৰ চিঠিৰ কথা ভাবি আকৌ মোৰ মনে ধৰফৰাই উঠিল। কি লিখিছে গুলছুলে ?

অসুখৰ কথা ?

সেই বিচিত্ৰ ইন্টাৰভিউবোৰৰ কথা ?

থাক থাক এতিয়া নহয় – এতিয়া নহয় মই ভেটিকানত ছেণ্ট পীটাৰছ্ গীৰ্জা চাই অহাৰ পাছত গুলছুনৰ চিঠি খুলিম। মনৰ অৱস্থা কিছু চঞ্চল হৈ উঠিল।

ইতিমধ্যে হোটেল প্ৰিন্সেছত গা-পা-ধুই কানি কাপোৰ পিন্ধি সাজু হৈছিলোঁৱেই ঠিক এনে সময়তে আকৌ টুৰ লীডাৰ ইস্মাইলে আহি দুৱাৰত টুকুৰিয়ালে। মই কোবাকুবিকৈ গৈ দুৱাৰ খুলি দিলোঁ। ইস্মাইলে ঢিলা পোছাক পিন্ধিছে। চুইছ্ গাৰ্ডবোৰে পিন্ধা পোছাকৰদৰে ক'লা আৰু হালধীয়া আঁচ টনা চাৰ্ট পিন্ধিছে। তেওঁ ক'লে,– "কাপুৰ চাহাবৰ দুৰ্ঘটনাটোৰ বাহিৰে এতিয়ালৈকে সকলো কাম সুকলমে চলিছে। আজি কিন্তু আমি ৰোম চহৰ চাব নাযাওঁ।'

মই আৰ্তনাদ কৰি উঠিলোঁ। – "তেতিয়াহ'লে ক'ত যাম ?"

এটা বৰ উজ্জ্বল দৃষ্টিৰে চাই ইস্মাইলে ক'লে,–

—'We will go to Tivoli — !! The world famous Tivoli garden. খুচ মেজাজী ইস্মাইলে এই বাগিচাৰ বিষয়ে লিখা গেব্ৰিয়েলে আনুনজিওৰ (Gabrile d' Annunzio ৰ ) কবিতা এফাঁকি গুণগুণাই গাব ধৰিলে,–

'Disdcursing midst the verdant foliage, the hundred fountains speak with voices soft and gentle as of women, beneath the glorious eagles and lilies of the House of Este, splendoured by the sun on high

ইস্মাইল চাহাব কেইবাবাৰো টিভলিৰ বাগিচালৈ আহিছে। এই বাগিচাৰ মোহপাশত আবদ্ধ হৈ পৰাৰ কাহিনী তেওঁ যাত্ৰাৰপথত আমাক কেইবাবাৰো শুনাইছে।

গুলছুনৰ চিঠিখনৰ অৱস্থিতিয়ে আকৌ এবাৰ বুকুৰ মাজত খচমচাই উঠিল। ইস্মাইলে যাবৰ সময়ত কৈ গ'ল,–

– 'মই সকলোকে সুখী কৰিব খোজোঁ। কিন্তু এনেকুৱা ভ্ৰমণত সকলোকে সুখী কৰা কিমান মস্কিলৰ কথা জানানে ? কিয়নো বাৰ্মা বোলা ছোৱালীজনী আহিয়েই কৰবাত ওলাই গ'ল। একেবাৰে নতুন ঠাই। এনেদৰে ওলাই যোৱা বৰ বিপদৰ কথা --- কতবাৰ সোঁৱৰাই দিছোঁ এই বিপদৰ কথা –।

ইস্মাইলে পকেটত থকা ৰুমালেৰে কপালৰ ঘাঁম মচিলে।

মই প্ৰশ্ন কৰিলোঁ,–

– 'হৰনাম সিং মাস্তানা ?'

– 'বোম্বলৈ আহি সি আমাক লগ ধৰাৰ কথা। বৰ সাহসী ল'ৰা। জেনেভাতে সি কৈছিল কিবা ব্যৱসায় সংক্ৰান্ত কামত কিছুদিন দলৰ পৰা বাহিৰ হৈ যাব। এতিয়া মোৰ কিছু চিন্তা হৈছে। ক'ত গৈছে ? কি কৰিছে এই শিখ যুৱকে।

মোৰ মুখৰপৰা হঠাৎ এটা শব্দ বাহিৰ হৈ আহিব খুজিছিল। কিন্তু মই কিছু সংযমেৰে মোৰ কণ্ঠ বন্ধ কৰি ৰাখিলোঁ। ------ কি হ'ব এইবাৰ তাৰ চিঠিৰ টোপোলাটোৰ ? চিঠি আৰু কাগজ-পত্ৰৰ টোপোলাৰ মাজত বাৰুদ নাই সঁচা কথা। কিন্তু কেনে ধৰণৰ কাগজ-পত্ৰ সেইবোৰ ?

---- কিন্তু মোৰ মনৰ সকলো উত্তেজনা, সকলো ভাৱধাৰাক মথিমুৰ কৰি গুলছনৰ চিঠিয়ে আকৌ এবাৰ বুকুৰ মাজত খচ-মচাই উঠিল।

❑ ❑ ❑ ❑

তথাপিও মই গুলছনৰ চিঠিখন পঢ়ি নাচালোঁ। বাৰে বাৰে চাবলৈ ভয় লগা বহু মূল্যবান মাণিকৰ দৰে লাগিল এই চিঠি। এনেকুৱা কিয় হৈছে ? ইমান দূৰ ঘূৰি অহাৰ পাছতো মনলৈ কিয় এক মুক্তভাৱ অহা নাই ? --- আৰু দূৰলৈ গ'লে একক আৰু মুক্ত হ'ব পৰা যাব নে ?

❑ ❑ ❑ ❑

আমি টিভলি বাগিচা অভিমুখে ৰাওনা হলোঁ। - এই পথছোৱাত অজস্ৰ ভগ্নস্তূপ চকুত পৰিল। মোৰ ওচৰতে বহি অহা কানিংহামে ক'লে,–

– 'ৰোমত ইমান বেছি ধ্বংসাৱশেষ আৱিষ্কাৰ হৈছে যে ইয়াৰ চৰকাৰে সেইবোৰ সংৰক্ষিত কৰি ৰাখিবলৈ চেষ্টা কৰি এক প্ৰকাৰ অসহায় অৱস্থাত পৰিছে।'

টিভলি বাগিচালৈ যোৱাৰ এই পথত যি ফালেই চাইছোঁ, সেইফালেই মাথো ভগ্নস্তূপ দেখা পাইছোঁ।

মৃতকৰ কঙ্কালৰ দৰে মাটিৰ বুকুৰ পৰা মূৰ দাঙি উঠিছে প্ৰাচীন চহৰৰ একো একোখণ্ড ঐশ্বৰ্য্যপূৰ্ণ অংশ। ---- চাৰিওফালে যেন জীৱনৰ ক্ষণভঙ্গুৰতাৰ এক অট্টহাস্য পোত গৈ আছে --- আৱিষ্কৃত হোৱা একো একোখণ্ডৰ লগত এই অট্টহাস্য যেন হেজাৰ কণ্ঠেৰে বাহিৰ হৈ আহিছে। - ---- কোনোবাই শুনিছেনে এই অট্টহাস্য ?

কিন্নৰী বাৰ্মা ?

আগ্ৰাৰ উকীল ?
দিল্লীৰ ব্যৱসায়ীৰ পৰিয়াল ?
টুৰ লীডাৰ ইস্মাইল চাহাব,- আৰু বৃদ্ধ কানিংহাম ॥

   

টিভলি চহৰ সাগৰ পৃষ্ঠৰপৰা ২৩০ মিটাৰ উচ্চত অৱস্থিত। আনিয়েনে নদীৰ সেউজীয়া সমভূমিক সমুখত লৈ থিয় হৈ থকা টিভলি এক স্বৰ্গৰাজ্য। খৃষ্টজন্মৰ আগেয়ে টিভলি এক অন্য সাম্ৰাজ্য আছিল। ৰোমান সাম্ৰাজ্যৰ সৃষ্টিত টিভলিয়ে সদায়ে বাধা দিছিল। খৃষ্টপূৰ্ব ৩৮০ তহে টিভলি বৃহৎ ৰোমান সাম্ৰাজ্যৰ সৈতে এক হৈ যায়। ১৫৫০ খৃষ্টাব্দত টিভলিৰ গৱৰ্ণৰৰ পদটি শোভিত কৰে এক অসামান্য ব্যক্তিত্বসম্পন্ন পুৰুষ কাৰডিনাল ইপলিটো চেকেণ্ড দাইষ্টে ( Cardinal Ippolito ll d' Este) আনিনে নদীক কেন্দ্ৰ কৰি এক সপোন মূৰ্তিমান হৈ উঠিল এগৰাকী মনীষীৰ মানস ৰাজ্যত। স্থপতি পিৰো লিগৰিয়োৰ (Piro Ligonid) হতুৱাই কাৰডিনালে টিভলি বাগিচাৰ কাম আৰম্ভ কৰিলে। টিভলি ভিলা দা ইষ্টে নামৰ গাইড বুকত এই গৰাকী স্থপতিৰ বিষয়ে লেখা আছে।

— 'In designing the garden of Villad' Este, incorporated into the Landscape the canons geometry, perspective, and architecture characteristic of the Italian Garden. Thus the trees and shrubs, the avenues, the terraces, the sloping paths, the flights of steps the open spaces, the semicircular struotures the fountains, the grottoes, and the theatre were considered as architectural elements and forms, to be modelled into a single whole, harmonizing both with the house and with the nature of the terrain

---- অসংখ্য ধ্বংসস্তুপেৰে পূৰ্ণ পথেৰে গৈ শেষত আমাৰ বাছে এক পাহাৰী আলিৰে টিভলি বাগিচাৰ পিনে গতি কৰিলে। গাইড বুকুত চকু ফুৰাই দেখিলোঁ এই টিভলি বাগিচাৰ এমবোকমেন্ট তৈয়াৰ কৰিবলৈ টিভলি চহৰৰ এক চতুৰ্থ অংশ ধ্বংস কৰিব লগীয়া হৈছিল। এই অপূৰ্ব বাগিচা আৰু চহৰত পানীৰ যোগান ধৰিবলৈ ৬০০ মিটাৰ দীঘল এটা সুৰঙ্গ তৈয়াৰ

হৈছিল। আনিনে (aniene) নদীৰপৰা এই সুৰঙ্গৰে পানী বৈ আহিছিল। বাগিচাৰ অ'ত ত'ত লৈ ফুৰাব পৰা আৰু একে ঠাইতে স্থিৰ হৈ থকা কুৰি হেজাৰটা বৃহৎ ফুলদানী, ডেৰশ বছৰ প্ৰাচীন দৈত্যাকৃতিৰ কিছুমান গছ এতিয়াও ইয়াত বিৰাজমান। প্ৰায় ন হেজাৰ আক-পাক খোৱা গলিয়ে বাগিচাৰ চাৰিওফালে সৰ্পাকৃতিৰ বিচিত্ৰৰেখাৰ সৃষ্টি কৰিছে। ইয়াত অৱস্থিত ফোৱাৰাবোৰৰ লেখ লোৱাই আমাৰ বাবে টান হৈ পৰিল।

দুয়োপিনে গছ-গছনি থকা বিচিত্ৰ পথ আৰু সৰু সুৰা আলিৰ দূৰত্ব ৯,০০০ বৰ্গমাইল। বাগিচাৰ পৰিধি ৩৫ হেজাৰ বৰ্গ মাইল। আনেনে নদীৰপৰা প্ৰতি চেকেণ্ডত এহেজাৰ দুশ লিটাৰ পানী বাগিচাৰ ফোৱাৰা-বোৰৰ বাবে অনা হয়।

---- শুনা যায় টিভলিবাসীয়ে টিভলিৰ ওপৰত এই Renaissance tradition ৰক্ষা কৰি থাকিবলৈ এক কল্পনাতীত কৰৰ বোজা মূৰপাতি লৈছিল। আৰু টিভলিৰ পিতৃ স্বৰূপ পুৰুষ গৱৰ্ণৰ কাৰ্ডিনেল ইপলিটো চেকেণ্ডৰ বাসভৱন ? ঐশ্বৰ্যবিভূতি আৰু জাক-জমকতাৰ মাজত ডাঙৰ হৈয়ো তেওঁৰ আছিল প্ৰচণ্ড শিল্প প্ৰেম। সেয়ে টিভলিত তেওঁৰ আতিথ্য গ্ৰহণ কৰিবলৈ সমাবেশ হৈছিল পৃথিৱী বিখ্যাত শিল্পীসকল। কবি, সাহিত্যিক আৰু চিত্ৰকৰসকলৰ স্বৰ্গৰাজ্য আছিল টিভলি। আনকি জৰ্জ ত্ৰয়োদশ, পোপ পাইৱাছ চতুৰ্থইও কাৰ্ডিনেলৰ নিমন্ত্ৰণ গ্ৰহণ কৰিছিল।

❑ ❑ ❑ ❑

এটা সময়ত আমি বাগিচাৰ দুৱাৰ মুখত আহি উপস্থিত হলোঁ। তাৰ পাছত খটখটিৰে বগাই আহি আমি শিলৰ প্ৰকাণ্ড ঘোঁৰাটোৰ সমুখত থিয় হলোঁ। ঘোঁৰাটোৰ পাখি দুখনে আকাশলৈ উৰি যাবলৈ যেন সাজু হৈছে। ---- এই উৰি যাব – এই উৰি যাব ---- কি নাম এই স্থানৰ ? Fantana di pegaso। এই পক্ষীৰাজ ঘোঁৰাৰ খুৰাৰ ক'লা পাথৰে কিছুসময় চকুৰে জলক তবক লগালে। Rotonda dei Cipressi ত থিয় হৈ মই প্ৰাচীন চাইপ্ৰাছ গছ এজোপাৰ গুৰিটো চুই চালোঁ। শহা পহুৰ ছালত হাত দিয়াৰ দৰে লাগিল। বৰ মোলায়েম। অধ্যাপক কানিংহামেও গছৰ গুৰিত হাত দি চালে।

আমি দুয়ো ইটোৱে সিটোৰ মুখলৈ চালোঁ। বুঢ়া গছৰ গুৰিও নিৰাপদ অহৰহ যেন জ্ঞানৰ ছায়াইহে আগুৰি থাকে। কোনো এক জ্ঞানী বৃদ্ধৰ ওচৰত থকাৰ দৰে লাগিল। তেওঁ ক'লে – চুই চোৱা, চুই চোৱা

ৰাজবালা। এই কেইজোপা চাইপ্ৰাছ্ গছ্ ইটালীৰ আটাইতকৈ প্ৰাচীন গছ্। আহা আৰু আগুৱাই আহা আমি এইখিনিত যে থিয়হৈ আছোঁ এই স্থানত এসময়ত এটা শিল্পাগাৰ আছিল। সৰু ডাঙৰ অনেক শিল্পীৰ লিবাবেল আৰ্টৰ অৰ্থাৎ মুক্ত শিল্পৰ এক অনন্য এমপিথিয়েটাৰ আছিল ঠিক এইখিনিতে --- ।'

আমি সকলোৱে আমাৰ ভৰিৰ তলৰ মাটিলৈ লক্ষ্য কৰিলোঁ। ---- নাই নাই একো নাই উটৰ ছালৰ দৰে শিলা আৰু সেউজীয়া ঘাঁহ --- আৰু মূৰৰ ওপৰত সৌবোৰ চাইপ্ৰাছ্ গছে এক ভব্যৰূপ ধাৰণ কৰি আকাশৰ পিনে মূৰ দাঙি আছে।

একো নাই, একো নাই, – পুৰণি এমপিথিয়ে টাৰৰ ভগ্নস্তুপৰ কোনো চিনচাব ইয়াত নাই।

---- এইবাৰ আমি ফ্লেমিশ স্থপতি গিলো ডেলা ভেলিটাৰ (Gillo della Vellita) ৰ ডায়েনা অব ইফেছাৰ্চ নামৰ অপূৰ্ব মূৰ্তিটোৰ সমুখত থিয় হ'লো। উৰ্বৰতাৰ প্ৰতিমূৰ্তি স্বৰূপ ডায়েনাৰ অজস্ৰ স্তন ---- । প্ৰত্যেকটো স্তনৰ পৰা স্ফটিকৰ দৰে স্বচ্ছ উজ্জ্বল পানীৰ ফোৱাৰা বাগৰি আহিছে।

আমি আগুৱাই গ'লোঁ যদিও আগ্ৰাৰ উকীলটিয়ে এই অজস্ৰ স্তনেৰে অলংকৃত ডায়েনাৰ মূৰ্তিটিৰ সমুখত থিয় হৈ ৰ'ল। প্ৰাচীন ৰোমৰ পালোৱানসকলে তেওঁলোকৰ তালিম শেষ হোৱাৰ পাছত হাতমুখ ধুবলৈ যেনে ধৰণৰ ফোৱাৰাৰ ব্যৱহাৰ কৰিছিল ঠিক তেনে ধৰণৰ ফোৱাৰাৰ আৰ্হিৰে তৈয়াৰ কৰা Fontana delle Mete ও আমি পাৰ হ'লোঁ। -- --- কাৰ্ডিনেলে নিজৰ হব্য গব্য আলহীসকলৰ বাবে ট্ৰাউট মাছ্ পুহি ৰখা ফিচপণ্ডত উপস্থিত হলোঁ। ইয়াত আঠচল্লিছটা ফোৱাৰাই অহৰহ এক অভিনৱ নৃত্য কৰি আছে। ৰোমৰ ওপৰৰ নীলাভ স্বচ্ছ আকাশখন যেন উবুৰি হৈ আহি এই মাছৰখা পুখুৰীত পৰিছে।

এটা সময়ত আমি আহি বিশ্ববিখ্যাত ফনটানা দেল অৰগানোৰ [Fontana dell Organo ৰ ] ওচৰত থিয় হলোঁ। পানীৰ ফোৱাৰাই কৰা সঙ্গীতৰ ধ্বনিত এই স্থান অহৰহ মুখৰিত হৈ থাকে।

অধ্যাপক কানিংহামে খুপি খুপি খোজ কাটিছিল। টিভলিৰ প্ৰতিটো স্মৃতিস্তম্ভক তেওঁ তন্ন তন্নকৈ পৰীক্ষা কৰি চাব বিচাৰিছিল। মোৰ কাণৰ ওচৰলৈ আহি তেওঁ ফুচফুচাই ক'লে,–

– 'চোৱা চোৱা সঙ্গীতজ্ঞ মাইকেল একুৱেম দে মনটাইজেনে এই ফোৱাৰাৰ বিষয়ে কি গৈছে চোৱা ।"

মই অধ্যাপকৰ হাতৰ পৰা টিভলিৰ গাইড বুকখন লৈ সঙ্গীতজ্ঞ গৰাকীয়ে কৈ যোৱা কথাখিনি পঢ়িলোঁ এই স্থানত থিয় হৈ পানীৰ ফাৱাৰাৰ শব্দত অভিভূত হৈ সঙ্গীতজ্ঞগৰাকীয়ে কৈছে,–

— 'The music is exactly like the music of real organs, although the motif is repeated over and over Here the sound is obtained by the water falling violently into a round and curved cavity where it agitates the air, which is forced to escape through the reeds of the organ, thus supplying it with the necessary wind Other water, driving against a cogged Wheel causes the manual of the organ to operate in a predetermined order, and so we hear the simulated sound of trumpets '

বিস্ময়কৰ । বিস্ময়কৰ ।

মই এক স্বৰ্গৰাজ্যত যেন উপস্থিত হৈছোঁ । কাৰ্ডিনেলগৰাকীৰ প্ৰতি, সন্মানত মূৰ দো খাই গ'ল । আকৌ মোৰ বুকুৰ মাজত গুলছনৰ চিঠিখনে খৰমৰাই উঠিল । কিয় পঢ়ি চোৱা নাই এতিয়ালৈকে ? - এইবাৰ সঁচাকৈয়ে এক প্ৰচণ্ড ইচ্ছা হ'ল চিঠিখন পঢ়ি চোৱাৰ । ক'ত বহি চাম ? ৰোমৰ প্ৰতিকৃতিৰে অৰ্থাৎ এখন সৰু ৰোম কৰি সজাই থোৱা ৰোমেটাত ? ৰোমৰ চিহ্ন স্বৰূপ দুগ্ধদান কৰি থকা মাইকী গাহৰীজনীৰ ওচৰত বহি ? - - নাইবা আগষ্টাছৰ মাঝাৰৰ ওচৰত ? --- নাইবা ৰোমৰ ভব্য এমপিথিয়েটাৰৰ প্ৰতিকৃতি কৰি ৰখা ৰোমেটাত ? ক'ত বহি মই গুলছনৰ চিঠি পঢ়িম ?

টিভলি বাগিচাত অঙ্কিত কৰি ৰখা মিনি ৰোমৰ সাম্ৰাজ্যৰ শিল এছটাত বহি মই গুলছনৰ চিঠিখন খুলিলোঁ ।

কি লিখিছে গুলছনে ?

কি লিখিছে ?

নাই নাই পঢ়া নাযায় – সৌৱা কানিংহাম চাহাব আগুৱাই আহিছে – । মই লৰালৰিকৈ চিঠিখন আকৌ বেগত ভৰালোঁ ।

– 'ৰাজবালা --- ইয়ালৈ আহি কিতাপ-পত্ৰ নপঢ়িবা --- চোৱা হাতদি চোৱা সৌৱা ৰোমৰ সম্ৰাট আগষ্টাছৰ কবৰৰ প্ৰতিকৃতি। খৃষ্টজন্মৰ আগৰ সম্ৰাট। তেওঁৰ সময়ত ৰোমৰ তিৰোতাসকল স্বাধীন আছিল। ভোজ সভাসমূহত পুৰুষৰ দৰে ভৰি মেলি গাৰুত আউজি বহিব পাৰিছিল। জুলিয়াছ চীজাৰৰ মৃত্যুৰ পাছত ব্ৰুটাছৰ মাকে এখন সভা পাতি প্ৰখ্যাত নাগৰিকসকলক নি...ত্ৰণ কৰি এক ভয়ানক পৰিস্থিতি নিয়ন্ত্ৰণ কৰাৰ চেষ্টা কৰিছিল -- শুনা আৰু শুনা --- এন্টনীৰ প্ৰথমা পত্নী ফুলভিয়া ? নিজৰ স্বামীৰ অনুম...তি নোলোৱাকৈ ককায়েকৰ লগত ৰাজনীতিত নামিছিল। মই লৰালৰিকৈ ...ুলছনৰ চিঠিখন বেগত ভৰাই অধ্যাপকক ক'লো,–

– '...য় হয় ফুলভিয়া শক্তিশালী ব্যক্তিত্বসম্পন্ন মহিলা আছিল। তথাপিও ...ৌন্দৰ্য্যৰ ওচৰত হাৰ মানিব লগীয়া হ'ল।

কা...নংহাম চাহাবে তেওঁৰ হালধীয়া হৈ পৰা দাঁত দুপাৰি উলিয়াই হাঁহিবলৈ চেষ্টা কৰি ক'লে –

– '---- তুমি ক্লিওপেট্ৰাৰ কথা কৈছা। ফুলভিয়াক পৰিত্যাগ কৰি এন্টনিয়ে ক্লিওপেট্ৰাক বিয়া কৰালে। সিহঁতৰ দুটা ল'ৰা আৰু এজনী ছোৱালীও হৈছিল। প্ৰেমৰ পথ কিমান ৰহস্যময় কোনে জানে ? ---- এৰা কোনে জানে ? --- শুনা ৰাজৱালা ---- ৰোমৰ নাৰীয়ে চীনৰ পৰা অহা ৰেছমৰ কাপোৰ পিন্ধিছিল, এই কাপোৰ চিৰিয়াত ৰং দিয়া হৈছিল। আৰু কছ্ দ্বীপত এই কাপোৰৰ ফুল তোলা হৈছিল।'

❑ ❑ ❑ ❑

এইবাৰ আমি আহি ভিয়ালে দেলে চান্টো ফনটানে (Viale delle cento Fontane) অৰ্থাৎ এশটা নলীৰ ফোৱাৰাৰ ওচৰত থিয় হ'লোঁ। এয়া স্থপতি পিয়াৰো লিগৰিঅ'ৰ এক অপূৰ্ব সৃষ্টি। শুনা যায় লেটিন কবি অভিডৰ (Ovid) কবিতাৰ কাহিনীৰে এই এশ ফোৱাৰাত অপূৰ্ব কাৰুকাৰ্য কৰা হৈছিল। শিল আৰু প্লাষ্টাৰেৰে কৰা এই ফোৱাৰাৰ কাৰুকাৰ্যৰ এতিয়াও স্মৃতিচিহ্ন কিছু কিছু বাকী আছে। --- সৌৱা সৌবোৰ ঈগল। সিহঁতৰ গাবোৰ যেন উঁই হাফলুৰ মাজত পোত গৈ আছে।

কিহৰ ঈগল সেইবোৰ ?

যেন লোহাৰেহে কৰিছিল। এতিয়া সেইবোৰ লোহাত মামৰে ধৰিছে।

নাই নাই প্ৰকৃততে প্লাষ্টাৰৰ ওপৰত সেইবোৰ বিলিফৱাকহে মাথোন।

সকলোৱেই যেন লাহে লাহে খণ্ডহৰৰ ৰূপ ধাৰণ কৰিছে।

অস্থায়ী, ক্ষণভঙ্গুৰ জীৱনৰ জ্বলন্ত স্বাক্ষৰ বহন কৰি সৌবোৰ ঈগলে যেন মুখা পিন্ধিহে মানুহৰ প্ৰয়াসক পৰিহাস কৰি আছে।

❑ ❑ ❑ ❑

আমি সকলোৱে খালী ভৰিৰেই টিভলি বাগিচাত টহল দি ফুৰিছিলোঁ। শেষত উভতি আহি বাটঘৰৰ দৰে লগা প্ৰকাণ্ড হলঘৰটোত থৈ যোৱা জোতাবোৰ পিন্ধি ললোঁ। এইবাৰ আমি টিভলিৰ সৰু বজাৰখনৰ পিনে আগুৱাই গ'লোঁ।

টিভলিৰ এই সৰু বজাৰখনত হোৱাইট মেটেল, আৰু মাৰ্বলেৰে তৈয়াৰ কৰা যীশুৰ অনেক মূৰ্তি আছিল।

মাইকেলেঞ্জেলো আৰু ৰুবেনৰ বিশ্ববিখ্যাত চিত্ৰসমূহৰ কিছুমান প্ৰতিকৃতিও আছিল।

জেতুলি পকাৰ দৰে কি ফল সেইবোৰ? প্ৰত্যেকখন দোকানত সজাই থোৱা আছিল। আইনাৰ দৰে জলমলাই আছিল।

❑ ❑ ❑ ❑

ভিয়া আউৰেলিয় ৪৮০ (Via aurelia 480) ৰে আমি আগুৱাই গলোঁ। এটা সময়ত আমি হোটেল প্ৰিন্সেছত উপস্থিত হ'লোঁ।

লাউঞ্জত উপস্থিত হোৱাৰ লগে লগে টুৰ লীডাৰ ইস্মাইলে সকলোকে সম্বোধন কৰি ক'লে –

– 'ৰাতিৰ ৰোমৰ সৌন্দৰ্য চাবলৈ যিসকলে ইচ্ছা কৰে সেইসকলে নিজৰ দায়িত্ব নিজেই গ্ৰহণ কৰিব লাগিব।'

হঠাৎ কানিংহাম চাহাবে লাখুটিত ভৰ দি গৈ ইস্মাইলৰ ওচৰ চাপি ফুচফুচাই কোৱাৰ দৰে ক'লে –

– 'মই টাইবাৰ নদীৰ পাৰে পাৰে এবাৰ ফুৰি আহিব লাগিব।'

আৰ্ত্তনাদ কৰি উঠিল ইস্মাইল চাহাবে – 'এই ৰাতি টাইবাৰ নদীৰ পাৰে পাৰে?'

হাত দুখন জোকাৰি কানিংহাম চাহাবে ক'লে –

– 'সেইবোৰ বিষয়ে আপোনালোকে মোক একো নুসুধিব।'

– 'ঠিক আছে! আপুনি পাছপৰ্টখন কিন্তু লগত লৈ যাব নাপাহৰিব। নিজৰ নাম আৰু ঠিকনা ট্ৰাউজাৰৰ পকেটত ৰাখিব।'

কানিংহাম চাহাবে এনেদৰে যাব ওলোৱাৰ বাবে টুৰ লীডাৰ ইস্মাইল বৰ সুখী হোৱা দেখা নগ'ল। বুঢ়াৰ গা ক'ত কি হয়? তদুপৰি কান্ধলতিৰ তলত বেগত আছে অজস্ৰ বিদেশী মুদ্ৰা , -- আগ্ৰাৰ উকীলটিক কোঁ কোঁৱাই এইবাৰ হোটেলৰ বাৰখনৰ পিনে আগুৱাই যোৱা দেখা গ'ল। কিন্নৰী বাৰ্মাই নিজৰ কমৰ পিনে আগুৱাই গ'ল।

মোৰ বুকুৰ মাজত গুলছনৰ চিঠিয়ে আকৌ হাঁহাকাৰ কৰি উঠিল। কিন্তু নাই নাই গুলছনৰ চিঠি এতিয়া পঢ়া নাযায়।

কিয় এনে হৈছে ?

কেতিয়া পঢ়িম তেতিয়াহ'লে ?

এৰা কেতিয়া পঢ়িম ?

শৰীৰত এক প্ৰকাৰ মোলায়েম বস্তুৰ দৰে লাগি ধৰিছে গুলছনৰ চিঠি ? অৰ্থাৎ এই বস্তু তৎক্ষণাতে খুলি চোৱাৰ ইচ্ছা হোৱা নাই।

টিভলি বাগিচাত ঘূৰি ফুৰোঁতে মোৰ আঁঠুৰ বিষ উঠিছিল। ডিনাৰ খাবলৈ মই লাউঞ্জত নোযোৱাকে ঠিক কৰিলোঁ। মুখ হাত ধুই বিছনাত পৰাৰ লগে লগে টোপনি আহিল।

   

কিমান সময় হৈছিল ? এৰা কিমান সময় মই তেনেদৰে মৰা মানুহ হৈ পৰি আছিলোঁ।

নাই নাই সেইবোৰ একো মনত নাই। হঠাৎ এক প্ৰচণ্ড শব্দত মই সাৰ পাই উঠিলোঁ।

কোনে ঢকিয়াইছে ?

হয়! হয় কোনোবাই ঢকিয়াইছে ?

ধহমহকৈ উঠি থিয় হ'লোঁ। ঘড়ী চাই দেখিলোঁ ৰাতি দুটা বাজিবৰ হৈছে।

কিন্নৰী বাৰ্মাৰ কণ্ঠৰ দৰে এক আৱাজ শুনা পালোঁ। উৰা মাৰি যোৱাৰ দৰে গৈ দুৱাৰ খুলি দিলোঁ, --- কিন্তু লগে লগে বিচূৰ্তি খাই দুখোজ পিছুৱাই আহিলোঁ।

বিস্ময়কৰ! বিস্ময়কৰ!! এয়া মোৰ সন্মুখত কিন্নৰী বাৰ্মা আৰু সৌটো আগ্ৰাৰ উকীল থিয় হৈ আছে।

কিন্নৰী বাৰ্মা ।

আগ্ৰাৰ উকীল ?

কিন্নৰী বাৰ্মাই মোক গবা মাৰি ধৰি চিঞৰি চিঞৰি ক'লে ঃ এই লম্পটটো মোৰ কোঠালৈ সোমাই আহিছিল ।

চোৱাচোন মোৰ এই কানি-কাপোৰবোৰৰ কি অৱস্থা কৰিলে !'

বজ্ৰপাত পৰা মানুহৰ দৰে মই একে ঠাইতে হতভম্ভ হৈ থিয় হৈ থাকিলোঁ ।

---- ইতিমধ্যে তলৰপৰা দপদপাই কেইবাটাও মানুহ ওপৰলৈ উঠি আহিল । ৰাতিৰ সাজ-পোছাক পিন্ধি হেফাই-ফোপাই ওপৰলৈ উঠি অহা টুৰ লীডাৰ ইস্মাইলক একেবাৰেই উদ্বাউল দেখা গ'ল । তেওঁ গো-গোঁৱাই আগুৱাই আহি আগ্ৰাৰ উকীলৰ চাৰ্টৰ কলাৰত খামুচি ধৰি তললৈ টানি লৈ গ'ল । শৰীৰৰ ছিন্ন ভিন্ন কাপোৰবোৰ বুকুৰ ওচৰলৈ খামুচি লৈ কিন্নৰী বাৰ্মাইও দুয়োৰে পিছে পিছে কোবাকুবিকৈ তললৈ নামি গ'ল ।

কিংকৰ্তব্যবিমূঢ হৈ মই একে ঠাইতে থিয় হৈ থাকিলোঁ । মোৰ চকুত পৰিল এটা ছামৰাৰ বেগ ।

কাৰ বেগ এইটো ?

হয় হয় কাৰ বেগ ?

মই খুপি খুপি গৈ বেগটোৰ ওচৰত থিয় হ'লোঁ । জীপডাল খোলাই আছিল । ভিতৰলৈ ভুমুকিয়াই চাই একেবাৰেই হতভম্ভ হৈ পৰিলোঁ ।

----- এইবোৰ বিদেশী মুদ্ৰা ॥ আৰু এই বেগটো, আগ্ৰাৰ উকীলৰ হাতত , অধ্যাপক কানিংহামৰ বেগ ।

কিন্নৰী বাৰ্মা । ছিন্ন ভিন্ন সাজ-পোছাকেৰে সৈতে কিন্নৰী বাৰ্মা ॥

❑ ❑ ❑ ❑

দুৱাৰ মাৰি চুপচাপ শুবলৈ চেষ্টা কৰিলোঁ । চিন্তা ---- নকৰাকৈ কিন্তু থাকিব নোৱাৰিলোঁ । বৰ বিচিত্ৰ মানুহৰ সঙ্গত এনেদৰে ফুৰিবলৈ আহিছোঁ । ------ ক'ব নোৱাৰোঁ কি কাৰণে কিন্নৰী বাৰ্মাৰ বাবে মনত এক সংজ্ঞাহীন দুঃখ অনুভৱ কৰিলোঁ ।

❑ ❑ ❑ ❑

চিলমিলকৈ টোপনি আহিব খুজিছিল , --- ঠিক এনে সময়তে আকৌ এবাৰ আৱাজ হ'ল দুৱাৰত ।

কোনোবাই বৰ সন্তৰ্পণে দুৱাৰত টুকুৰিয়াইছে ।

কিন্নৰী বাৰ্মা চাগৈ !

তাই ৰাতি মোৰ লগতে থাকিব খুজিব চাগৈ । থাকক । প্ৰাণ খুলি কান্দি লওক । নাৰী হৈ জন্ম লোৱাৰ দুঃখ আৰু পৰীক্ষানিৰীক্ষাৰ যাতনাত উজুটি খাওঁতে ওলোৱা ৰক্তৰ স্ৰোত তাই মোৰ ওচৰতে বহি মচি লওক ।

---- খপজপকৈ গৈ দুৱাৰৰ ওচৰত উপস্থিত হ'লোঁ ।

দুৱাৰ খোলাৰ লগে লগে মই চক্ খাই কিছু দূৰলৈ যেন উফৰিহে পৰিলোঁ ।

কিন্নৰী বাৰ্মা নহয়– এয়া হৰনাম সিং মান্তানাহে ।

হৰনাম সিং মান্তানা ?

মূৰত এয়া আকাশী ৰঙৰ পাগুৰি । দীঘল মৌ বৰণীয়া ডাঢ়ি । চব একে আছে । এৰা চব একে আছে । মাত্ৰ চকুৰ গুৰিত এটা দাগ । মুগা বৰণীয়া দাগ ।

মুখেৰে উচ্চ-বাচ্য একো নকৰি সি গপগপাই ভিতৰলৈ সোমাই আহিল-। কোনো পাতনি নেমেলাকৈয়ে যেন সি গপগপাই সোমাই আহিল ।

চুকত থকা মোৰ বাকচটোৰ পিনে আঙুৱাই তেওঁ ক'লে,–

– "দিয়া মোৰ কাগজ-পত্ৰৰ টোপোলাটো দিয়া ।"

মই কোবাকুবিকৈ গৈ বাকচটো খুলিলোঁ ।

তাৰ টোপোলাটো উলিয়াই মই বিছনাৰ ওপৰত থলোঁ ।

মান্তানাৰ শৰীৰেৰে ঘামৰ জোল বৈছিল । চাৰ্টৰ বুতামকেইটা খোলা আছিল । তাৰ নোমাল বুকুখনো ঘামেৰে তিতি আছিল । এনেধৰণে হেফাই-ফোপাই সি আহিছিল যে ভাব হৈছিল কোনোবাই যেন তাক খেদিহে আনিছিল । সি টোপোলাটো খুলিলে । একেবাৰে বিব্ৰত হোৱা মানুহৰ দৰে সি কাগজ-পত্ৰবোৰৰ হিচাপ নিকাচ কৰিব আৰম্ভ কৰিলে ।

মই ক'লোঁ –

– "চাহ খোৱা যদি কোৱা, মোৰ হাতত টি বেগ আছে ।"

নাই হৰনাম সিং মান্তানাৰ সেইপিনে খবৰ নাই ।

মই আকৌ ক'লোঁ,–

– "হৰিদেৱীয়ে দিয়া এজাপ চিঠি মোৰ হাতত আছে । তোমাৰ খবৰ সুধিয়ে দিছে । একেবাৰেই উত্ৰাৱল হৈ আছেু হৰনাম তুমি চিঠিবোৰ পঢ়ি চোৱা, অনুগ্ৰহ কৰি তুমি চিঠিবোৰ পঢ়ি চোৱা !"

হৰনাম সিং মাস্তানাই এটা অদ্ভুত দৃষ্টিৰে মোৰ মুখলৈ মূৰ তুলি চালে। সি কি ক'ব বিচাৰিছে মই একো বুজি নাপালোঁ। তাৰ মুখৰ এক প্ৰখৰ অভিব্যক্তিৰ সৈতে মুখা-মুখি হৈ মই চকু আঁতৰাই আনিলোঁ। হৰিদেৱীৰ বিষয়ে, আৰু কথা আওৱাবলৈ মই সাহ কৰিব নোৱাৰিলোঁ।

টোপোলাৰ ভিতৰত থকা কাগজ-পত্ৰবোৰ হিচাপ নিকাচ কৰিবলৈ সি আকৌ টোপোলাটো বান্ধি থলে। তাৰ পাছত থিয় হৈ ক'লে – "মোৰ হাতত যথেষ্ট পৰিমাণে বিদেশী মুদ্ৰা আছে! তোমাৰ যদি প্ৰয়োজন কিছু দি থৈ যাব পাৰোঁ!"

এক ধৰণৰ সংশয় আৰু সন্দেহত মোৰ মন ভৰি পৰিল। মই একপ্ৰকাৰ আৰ্তনাদ কৰি উঠিলোঁ।

– 'নাই নাই মোক বিদেশী মুদ্ৰাৰ প্ৰয়োজন নাই!'

মোৰ মানসিক সংশয়ৰ প্ৰতি কিঞ্চিৎমানো ভ্ৰূক্ষেপ নকৰি যেনেদৰে সি আহিছিল, ঠিক তেনেদৰেই গো গোৱাই বাহিৰলৈ ওলাই গ'ল।

এক অত্যন্ত অভিনৱ অনুভূতি মোৰ সিৰাই সিৰাই প্ৰবাহিত হৈ পৰিল। ---- চব শেষ হৈ গৈছে।

মানুহৰ মূল্যবোধত এক নিৰ্লজ্জ কুঠাৰাঘাত পৰিছে।

মানুহ মানুহৰ বাবে এয়া কেনে ভয়ানক ধৰণে অচিনাকি হৈ পৰিছে!

হৰনাম সিং মাস্তানা আৰু হৰিদেৱী।

হৰনাম সিং মাস্তানা আৰু হৰিদেৱী।

   

মনৰ এক অস্থিৰ অৱস্থাতে মই বৰ আটোম টোকাৰি কৰি থোৱা গুলছনৰ চিঠিখন খুলিলোঁ। এক বিদ্যুৎ প্ৰবাহ দেহৰ সিৰাই সিৰাই প্ৰবাহিত হৈ পৰিল।

চব ঠিকে আছে।

চব ঠিকে আছে, ভাব হৈছে এই সংযোগ এক অত্যন্ত মহত্বপূৰ্ণ সংযোগ।

মহত্বপূৰ্ণ সংযোগ ?

'তুমি যোৱাৰ দিনাৰপৰা ডিডিৰ সেই অসুখটোৱেহে কিছু কষ্ট দিছে। তোমালৈ চিঠি লিখি থকাৰ সময়ত – চব কথাই কবিতাৰ দৰে

হৃদয়ৰপৰা অন্তঃসলিলাৰ দৰে বাহিৰ ওলাই আহিব খোজে। ডিডিৰ অসুখটোৱে মোৰ প্ৰকৃত স্থিতিৰ বিষয়ে সজাগ কৰি দিয়ে-----'।

প্ৰকৃত স্থিতি ? কি এই প্ৰকৃত স্থিতি ? --- ৰাজবালা – তোমাক লগ পোৱাৰ পাছতেই নিজৰ এই স্থিতি পাহৰা মোৰ বাবে বৰ মহত্বপূৰ্ণ কথা। ---- তোমাৰ উভতি অহাৰ সময় হৈছে। মোক যদি বিমান বন্দৰত নেদেখা জানিবা চিকিৎসাৰ বাবে মই যাব নোৱাৰিলোঁ। কিন্তু মনত ৰাখিবা তোমাক লগ পোৱাৰ পাছত মনৰ এই স্থিতি পাহৰা মোৰ বাবে বৰ মহত্বপূৰ্ণ কথা হৈ পৰিছে।' এক শীতল অনুভূতি দেহৰ সিৰাই সিৰাই প্ৰবাহিত হৈ পৰিল।

কি বেমাৰ ? কি বেমাৰ গুলছনৰ ?

---- হঠাৎ বাহিৰত আকৌ জোতাৰ শব্দ শুনা গ'ল। ঘন্টা বাজিল। দুৱাৰত আকৌ টোকৰ পৰিল। গুলছনৰ চিঠি আকৌ মোৰ বুকুৰ মাজত সোমাই খৰমৰাই উঠিল।

---- দুৱাৰ খুলি দিয়াৰ লগে লগে সোমাই আহিল এদল পুলিচ। ৰোমৰ জবৰজং পুলিচ। মুখত কাঠৰ দৰে শুকান নিৰাসক্ত ভাৱ।

---- কিংকৰ্তব্যবিমূঢ় হৈ মই একে ঠাইতে থিয় হৈ থাকিলোঁ।

বাকচ পত্ৰৰ তলা খোলাই আছিল। সিহঁতে তচনচ কৰি সকলোবোৰ খুলি চাব ধৰিলে। পুলিচকেইটাৰ ওচৰত একেবাৰে হতভম্ব হোৱাৰ দৰে থিয় হৈ আছে অধ্যাপক কানিংহাম আৰু টুৰ লীডাৰ ইস্মাইল।

কিংকৰ্তব্যবিমূঢ়।

বাঙ্ময়!

---- মোৰ বুজিবলৈ বাকী নাথাকিল সিহঁত হৰনাম সিং মাস্তানাৰ বাবে আহিছে।। হয় হয় এই পুলিচ পাৰ্টি হৰনাম সিং মাস্তানাৰ বাবে আহিছে।

হৰি দেৱীৰ চিঠি।

হৰি দেৱীৰ চিঠি ?

মোৰ এই হোটেলৰ ঠিকনাত হৰনাম সিং মাস্তানালৈ দিয়া হৰিদেৱীৰ চিঠি ? ৰৰফৰ দৰে এক শীতল অনুভূতি দেহৰ সিৰাই সিৰাই প্ৰবাহিত হৈ গ'ল।

আহ পালে– পালে সিহঁতে ?

মই চকু মুদিলোঁ।

উলট পালট, তচনচ কৰি মোৰ মাল-পত্ৰ চাব ধৰিছে সৌৱা জবৰজং অসুৰহঁতে।

মজিয়া আৰু বিছনাত মোৰ কিতাপ পত্ৰবোৰ সিঁচৰতি হৈ পৰি আছে। ভাৱ হ'ল এনে মানাত্মকভাৱে হৃদয়হীন পুলিচকেইটাৰ হাতত কেতিয়াও একো সাৰি যাব নোৱাৰে।

মই ঘামিব ধৰিলোঁ ।

ভৰিৰ তলৰ মাটি যেন মূৰলৈ আঁতৰি যাব ধৰিলে।

পালে পালে সৌৱা চিঠিৰ টোপোলা পালে।

বৃদ্ধ কানিংহামে তেওঁৰ হাতখন মোৰ পিনে আগুৱাই দিলে। মই তেওঁৰ হাতখন খামুচি ধৰিলোঁ।

আমাৰ মূৰৰ ওপৰৰ আকাশখন যেন এয়া খহি পৰে খহি পৰে। --- কিন্তু আচৰিত কথা এয়ে যে ইটালীয়ান পুলিচৰ গধপা জোতাৰ দপদপনি হঠাতে কমি আহিল। এক প্ৰচণ্ড সন্দেহপূৰ্ণ দৃষ্টিৰে চাৰিওফালে চাই এই পুলিচৰ দল অহা বাটেৰে গপগপাই ওলাই গ'ল।

স্বস্তিৰ নিশ্বাস লৈ টুৰ লীডাৰ ইস্মাইলে ক'লে,–

– উঃ ৰক্ষা। ৰক্ষা !! একো নাপালে। পাবই বা কেনেকৈ ?

মই তেতিয়াও বৃদ্ধ কানিংহামৰ হাতখন খামুচি ধৰি আছিলোঁ।

ইস্মাইলে আকৌ ক'লে,–

– এনেবোৰ মানুহৰ বাবে আমাৰ টুৰ কোম্পানীৰ বদনাম হয়। এবাৰ আমাৰ এই ভ্ৰমণত এটা কেনেধৰণৰ মেম্বাৰ আহিছিল জানেনে ? আমাৰ ভ্ৰমণকাৰীসকলে কাপ্ৰি দ্বীপৰ ব্লু গ্ৰোটা হ্ৰদত সোমাওতেই কাৰ্টুজেৰে ভৰা বন্দুক এটা টোৱাই সি আমাৰ দুটা ভ্ৰমণকাৰীৰপৰা কিমান টকা লৈ উধাও হ'ল জানেনে। দিল্লীৰপৰাই সি একোছা নকল মোছ, দুটা সোণৰ দাঁত আৰু এযোৰ ক'লা চচমা পিন্ধি আহিছিল। আচৰিত কথা এয়ে যে একে লগে ভ্ৰমণ কৰা মানুহবোৰৰ কোনেও তাৰ প্ৰকৃত ৰূপ দেখাই নাপালে। শেষত তাক চিনাক্তকৰণ কৰা অসম্ভৱ হৈ পৰিল।

ঢেকঢেকাই হাঁহিব ধৰিলে ইস্মাইলে। চিৰসুখী যেন লগা খুচ মেজাজী ইস্মাইল।

--- মই কিন্তু হতভম্ব হৈ একেঠাইতে থিয় হৈ থাকিলোঁ, হতভম্ব এই কাৰণেই হ'লোঁ যে চিঠিৰ টোপোলাটো কলৈ গ'ল ? হৰনাম সিং মাস্তানাই চিঠিৰ টোপোলাটো যেতিয়া নিলে মইতো দেখা নাপালোঁ। ক'ত

মোলৈ আৰু হৰনাম সিং মান্তানালৈ দিয়া হৰিদেৱীৰ চিঠিৰ টোপোলা ?

   

টুৰ লীডাৰ ইস্মাইলৰ কণ্ঠত হঠাৎ মই চক্ খাই উঠিলো। মই উত্ৰাৱল হৈ বন্ধুবাৰীবোৰ বিচাৰি থকা দেখি তেওঁ আটাহ পাৰি উঠিল।

– 'তোমাৰ লগত এই আতঙ্কবাদী বুলি সন্দেহ কৰা যুৱকৰ এক বন্ধুত্বই আমি লক্ষ্য কৰিছোঁ। কোৱা ৰাজবালা, তুমি তাক কেনেদৰে চিনি পোৱা। তোমাৰ লগত তাৰ কেনেধৰণৰ সম্বন্ধ ?'

## শেষ অধ্যায়

কোনোবাই কেতিয়াবা এনেকুৱা পৰিস্থিতিত পৰিছে নে ? সকলোৰে কৈছিল ৰাজবালাই বৰ সুন্দৰকৈ ভবিষ্যতৰ পৰিকল্পনা কৰিছে। গুলছন ৰাজভী সুন্দৰ মানুহ। --- হয় হয় গুলছন ৰাজভী সুন্দৰ মানুহ , উজনি অসমৰ বাহ বাগিচাত তেনেই সাধাৰণ কাম কৰা অথচ দূৰদৰ্শী আৰু উচ্চাকাংক্ষী দেউতাকে কৈছিল, 'হিন্দু মুছলমানৰ ভেদাভেদ পৰিহাৰ কৰিব লাগে বুলি, অকল কথাৰে নহয় কামেৰেও দেখুৱাই দিব লাগে।' চব ঠিকেই আছিল। হয় হয় চব ঠিকেই আছিল। কিন্তু তাইৰ বুকুৰ মাজত সোমাই থৰমৰাই থকা গুলছনৰ এই চিঠিখনে আজি তাইৰ মনত এক অভিনৱ সত্যৰ কাহিনীৰ কথা সহস্ৰ কণ্ঠেৰে প্ৰকাশ কৰিছে। 'আমি অকলে বাট বুলিবলৈ শিকিব লাগিব। যি সকলে বাট বুলিব নাজানে সেইসকলক তুলি ধৰা আৰু অকলে বাট বুলা। এই ভাৱনাৰেই আমি চলিব লাগিব।'

অকলে খোজ কাঢ়িব শিকিব লাগিব ? হয় হয় অকলে খোজ কাঢ়িব শিকিব লাগিব। এই পৃথিৱীত অকলে খোজ কাঢ়িব পৰা সহজ কথা নে ?

দুয়ো নয়ন ভৰি আহিব খুজিলে। কষ্টেৰে নিজক সংযত কৰি ৰাখিলোঁ।

'হোটেল প্ৰিন্সেচৰ সম্মুখৰ লনখনক পুৱাৰ ৰ'দে আকোৱালি লৈছিল। ৰোমৰ নতুন প্ৰাসাদসমূহে পুৰণা ঐতিহ্যময় ধ্বংসস্তূপৰ কবৰৰপৰাহে যেন মূৰ তুলি উঠিছে – ঠিক তেনে এক ভাৱ হ'ল মোৰ। প্ৰত্যেকটো প্ৰাসাদৰ তলত যেন একোটা ধ্বংসস্তূপ শুই আছে এনে ভাৱ হ'ল। নিষ্পেষিতসকলৰ তেজৰ ছিটিকনি, হাড়ৰ স্তূপ আৰু হুমুনিয়াহৰ

আছে অহংকাৰীৰ ঐশ্বৰ্য বিভূতি, অহংকাৰৰ ধ্বজাৰ ক্ষত বিক্ষত অৱশেষ।

পুৱা আঠবজাৰ ঘন্টাৰ ধ্বনি শুনিলোঁ। মই কোবাকুবিকৈ তলৰ লাউঞ্জলৈ যাবলৈ সাজু হলোঁ। আজি আমি ভেটিকানলৈ যাম। পৃথিৱীৰ সৰ্বোত্তম গীৰ্জাঘৰ চেন্ট পিটাৰছ্ আজি আমি দৰ্শন কৰিম।

চেন্ট পিটাৰছ্?

বুকুৰ মাজত আকৌ খৰমৰাই উঠিল গুলছ্নৰ চিঠি।

ক'ব নোৱাৰোঁ কি কাৰণে চেন্ট পিটাৰছত যাবলৈ মন ব্যাকুল হৈ উঠিল। জীৱনৰ অকলশৰীয়া পথ কল্পনাৰ লগত চেন্ট পিটাৰছ্ৰ এক সম্বন্ধ আছিল নেকি? ------ মনে এক অদৃশ্য ৰহস্যৰ পিনে ধাবিত হ'ব খোজে। কি ৰহস্য এয়া?

❑ ❑ ❑ ❑

এটা সময়ত আমি ভেটিকান চিটি অভিমুখে ৰাওনা হলোঁ। আমাৰ লগত গোটেইবোৰ যাত্ৰীয়েই আছিল।

আগ্ৰাৰ উকীল।

কিন্নৰী বাৰ্মা

কানিংহাম চাহাব।

টুৰ লীডাৰ ইস্মাইল।

--- আগ্ৰাৰ উকীল আৰু কিন্নৰী বাৰ্মাই মাতবোল কৰা নাই। গুজৰি গুমৰি থকা কুকুৰনেচীয়াৰ দৰে দুয়ো মুখৰ ভিতৰতে কিবাকিবি ভোৰভোৰাই ইটোৱে সিটোৰপৰা যেন আঁৰ হৈ থাকিবলৈহে চেষ্টা কৰিছিল। অধ্যাপক কানিংহামৰ কাষলতিৰ তলত সোঁতমোচ খোৱা বেগটো একে ভাঁজেই আছে। দিল্লীৰ সেই ধনাঢ্য ব্যৱসায়ী পৰিয়ালটো ৰোমৰপৰাই ফালৰি কাটিব আৰম্ভ কৰিছে। তেওঁলোকে আমষ্টাডামলৈ যোৱাৰ যোগাৰ আৰম্ভ কৰিছে। মহিলা গৰাকীয়ে ক'লে তেওঁলোক হেনো হীৰা কিনিব। আমষ্টাডামৰ হীৰা জগত বিখ্যাত। কেনেকৈ আনিছে ইমানবোৰ টকা?

আমি অনা এফ, টি, এছ্ৰ এটা অংশও আকৌ কোম্পানীইতক দান কৰি আহিব লগা হৈছে। এনে অৱস্থাত আমষ্টাডামৰ হীৰা কিনাৰ জোখেৰে টকা পইচা কেনেদৰে আনিলে সিহঁতে?

❑ ❑ ❑ ❑

---- মোৰ মনৰ অৱস্থা ঠিক নাছিল। গুলছনৰ চিঠিখন হৃদয়ৰ এক গভীৰ গহ্বৰলৈ কুৰুকি কুৰুকি যেন সোমাই গৈছিল।

টুৰ লীডাৰ ইস্মাইলৰ গলগলীয়া কণ্ঠই মাজে মাজে মোৰ চমক ভাঙি দিলে। – 'পৃথিৱীৰ ভিতৰত আটাইতকৈ সৰু দেশ ভেটিকানৰ মাটিকালিৰ পৰিমাণ ৪৪০,০০০ বৰ্গ মিটাৰ। পোপৰ সাৰ্বভৌম ক্ষমতাৰ তলত ই এক স্বাধীন ৰাজ্য। বিশ্ববিখ্যাত শিল্পীসকলৰ অমূল্য শিল্পৰ ভাণ্ডাৰ। নিজৰ ৰেল ষ্টেশ্বন, মুদ্ৰা তৈয়াৰ কৰা মিন্ট, ১৮১৬ খৃষ্টাব্দৰপৰা চলি অহা অত্যন্ত সক্ষম পুলিচ ব্যৱস্থা আজেন্টি দি ভিজিলেঞ্জা আৰু পাঁচশ বছৰ আগৰপৰা চলা চুইছ গাৰ্ড প্ৰথা। ---- শুনক! আপোনালোক সকলোৱে এই চুইছ গাৰ্ডসকলৰ লগত একো একোখন ফটো তুলিব। ৰঙা হালধীয়া পোছাকেৰে শোভিত এই চুইছ গাৰ্ডসকলৰ এই পোছাকৰ নক্সা কোনে কৰিছিল জানে নে? মাইকেলাঞ্জেলোৱে।

হয়? হয় মাইকেলাঞ্জেলোৱে? পাঁচশ বছৰ আগেয়ে মাইকেলাঞ্জেলোৱে সিহঁতক যি পোছাক পিন্ধাই গৈছিল এতিয়াও সিহঁতে সেই ডিজাইনৰ পোছাকেই পিন্ধি আছে।' ---- আমি পৃথিৱীৰ এই বৃহত্তম গীৰ্জাঘৰটোৰ পিনে আগুৱাই গ'লোঁ। মানুহৰ কল্পনা, শক্তি আৰু ৰহস্যৰ এক অপূৰ্ব পৃথিৱী উদ্‌ঘাটনৰ এই মহান আৰু অনন্য এক সময়ে আমাৰ ব্যক্তিগত চিন্তাৰ জগতখনক কিছু সময়ৰ বাবে যেন তুচ্ছ কৰি ৰাখিলে। আকৌ টুৰ লীডাৰৰ গলগলীয়া কণ্ঠ শুনা গ'ল।

– 'সম্ৰাট কনষ্টানটাইনে চেন্ট পীটাৰছৰ বেছিলিকাৰ আৰম্ভ কৰিছিল তিনিশ ত্ৰিছ খৃষ্টাব্দত। এই বেছিলিকাক সৌন্দৰ্য্যেৰে মহিমামণ্ডিত কৰি তুলিবলৈ অফুৰন্ত অৰ্থ খৰচ কৰিছিল সম্ৰাটে। শুনা যায় সম্ৰাটে নিজেই হেনো এঘাৰ বাল্টি মাটি কান্ধত কঢ়িয়াই এই পবিত্ৰ ভেটি সজা কাম আৰম্ভ কৰিছিল। পোপ চিমপ্লিচিয়াছে এহেজাৰ পাঁচশ বছৰ আগেয়ে মোজায়েকেৰে সজা এক পৰ্টিক'ৰ বিষয়ে আপোনালোকে অনেক কথা জানিব আৰু শুনিব। এয়ে পৃথিৱীৰ স্বৰ্গৰাজ্য। ব্ৰঞ্জৰ গ্ৰীলত অংকিত আছে ময়ূৰৰ প্ৰতিচ্ছবি। আপোনালোকে নিশ্চয় জানে ময়ূৰ আত্মাৰ শ্বাশ্বতৰ প্ৰতীক। মাৰ্বলৰ ৰেচিনৰ গ্ৰিফিনৰ কাহিনী সকলোৱে নিশ্চয় জানে?

সকলোৱে সমস্বৰে আটাহ পাৰি উঠিল।

– গ্ৰিফিন?

– 'ই এক বিচিত্ৰ পৌৰাণিক পশু। অশ্বৰাৰ দৰে লগা এই পশুৰ সিংহৰদৰে দেহ। ঈগলৰ দৰে দুখন ভৰপূৰ পাখি। এই স্বৰ্গীয় পশুৱে যীশুৰ দুই প্ৰতিমূৰ্তিক প্ৰতিনিধিত্ব কৰে ?'

– 'কি এই দুই প্ৰতিমূৰ্তি ?'

– 'যীশুৰ মানৱতা আৰু যীশুৰ ঐশ্বৰিকতা।' আকৌ টুৰ লীডাৰৰ গলগলীয়া কণ্ঠ শুনা গ'ল।

– 'মধ্যযুগত তীৰ্থযাত্ৰীসকলৰ বাবে এই বেছিলিকা আছিল পৰম পবিত্ৰ স্থান, কাৰণ এই স্থানত যীশুৰ এই মহান শিষ্য পিটাৰৰ মৃতদেহ ৰখা হৈছিল। সেই সময়ত এটা মাৰ্বলৰ বিম্বাৰে স্বৰ্ণেৰে নিৰ্মিত এশ পঞ্চাছ পাউণ্ড ওজনৰ এক অনন্য ক্ৰুছ চিহ্ন লৈ সকলোৱে ভুমুকিয়াই চালে। সম্ৰাট কনষ্টেনটাইনে এই জগত বিখ্যাত স্বৰ্ণ ক্ৰুছ ভগৱানৰ প্ৰিয় শিষ্য গৰাকীৰ টুম্বৰ ওপৰত অৰ্পণ কৰিছিল।

--- কিন্তু ভগৱানৰ বেদী লণ্ডভণ্ড কৰাত কিমান সময় ? এটাৰ পিছত এটাকৈ আহিল আক্ৰমণ। ৮৪৬ খৃষ্টাব্দৰ ছাৰাচেন (Saracen) সকলে কনষ্টেনটাইনৰ শ্ৰদ্ধা ভক্তিৰ প্ৰতীকক ভক্ষণ কৰি পেলালে। লুটপাট চলিল। তথাপিও ৰোমবাসীয়ে এই বেছিলিকা শেষ হৈ যাব দিব কিয় ? ৰোমৰ বাট পথ নিষ্ঠুৰ সংগ্ৰাম আৰু মানুহৰ ৰক্তেৰে ৰঞ্জিত হৈ থাকে অহৰহ। ক'ত যাব মানুহ ? চেন্ট পীটাৰছৰ বেছিলিকাৰ ছায়াইহে যেন মানুহৰ অশান্ত আত্মাক শান্ত কৰিব পাৰিব ? ----- সেয়ে ৰোমবাসীয়ে মুক্ত হস্তে দান কৰিলে শত্ৰুৱে ধ্বংস কৰি থৈ যোৱা বেছিলিকাৰ প্ৰাণ প্ৰতিষ্ঠাৰ বাবে। ৰক্ত আৰু দুঃখ যন্ত্ৰণাৰপৰা পলাই আহি আশ্ৰয় ল'ব পৰা এটুকুৰা ঠাইৰ বাবে তেওঁলোকে চৰম ত্যাগ কৰিব সাজু হ'ল। মানুহৰ শিল্প প্ৰাণৰ চৰম বিকাশৰ এই স্বৰ্গৰাজ্যলৈ অহাৰ পাছতো আত্মাই যেন ধৰফৰ ধৰফৰ কৰি উঠিল।

উভতি যাব লাগিব।

উভতি যাব লাগিব। গুলছনক লগ পাব লাগিব।

   

এটা সময়ত আমি গোটেইবোৰ আহি এক অপূৰ্ব মাৰ্বলৰ মূৰ্তিৰ ওচৰত থিয় হ'লোঁ। টুৰ লীডাৰ ইস্মাইলৰ গলগলীয়া কণ্ঠ আকৌ শুনা গ'ল।

– 'চাওক, চাওক, এনে এক অপূৰ্ব মূৰ্তি পৃথিৱীৰ কোনো ঠাইতে আৰু দেখা নাপাব ।'

অধ্যাপক কানিংহামে কাষলতিৰ তলত লৈ অহা বেগটো এইবাৰ হাতেৰে খামুচি ধৰি থৰক বৰক হাতেৰে আন এযোৰ চচ্‌মা পিন্ধি ললে । তাৰ পাছত একপ্ৰকাৰ চিক্ৰৰি চিক্ৰৰি সকলোৰে শুনাকৈ ক'বলৈ আৰম্ভ কৰিলে----

– "এয়া মাইকেলেঞ্জেলোৰ এক শ্ৰেষ্ঠতম সৃষ্টি । পোপ পল তৃতীয়ই মাইকেলেঞ্জোলৰ মহত্ব বৰ ভাল দৰেই বুজি পাইছিল । মাইকেলৰ মৃত্যুৰ সময়ত অকল ড্ৰামটিহে সম্পূৰ্ণ হৈছিল । অনেক কাম কৰাৰ আশা আছিল মাইকেলৰ । ----- পিয়েটা ------ আহ এই পিয়েটা ------ পিয়েটা মানেই দয়া ।'

টুৰ লীডাৰ ইস্মাইলে ব্ৰিয়ান উইলিয়ামছে অনুবাদ কৰা 'দ্যা ভেটিকান' বোলা গন্থখনিৰপৰা এটি উদ্ধৃতি সকলোৰে শুনাকৈ গলগলীয়া কণ্ঠৰে পঢ়ি শুনালে । মাইকেলৰ দয়া নামৰ এই মূৰ্তিৰ বিষয়ে কোৱা হৈছিল, –

The model has its own absolute individuality based on a neo Platonic vision of a work of art. The Madonna who is of huge proportion because she is able to receive in her lap not only christ, but the whole of suffering humanity, shows an intentional dis proportion between head and the body ; the face lovingly modelled in the finest detail, shows the traditional purity of the Virgin, whose conception was without original sin. Closed in her silent sorrow, she cradles the naked body of christ in her folds of her clothing, the beautifully moulded lines of his body are sublime, and show no sign of the martyrdom of the cross; his death is signalled only by the abandanonment of the way in which he is laid in his mothers mantle almost an ideal return to the maternal lap. -----

------ ক'ব নোৱাৰোঁ কি কাৰণে দুয়ো নয়ন ভৰি আহিল ।

গুলছনৰ বাবে ?

মানুহৰ কাৰণে যীশুৰ আত্মবলিদানৰ এই জীৱন্ত সৃষ্টিৰ বাবে ? -----

নে মাইকেলাঞ্জেলোৰ বাবে ?

কিহৰ বাবে ?

কিহৰ বাবে ?

কান্ধত ওলোমাই লোৱা বেগৰপৰা ৰুমালখন উলিয়াই মই চকু দুটাত হেঁচা মাৰি ধৰিলোঁ ।

মোৰ গাতে লাগি থকা বৃদ্ধ অধ্যাপক কানিংহামে ক'লে,–

– 'কিয় ? কিয় চকুলো মচিলা ৰাজবালা ?' নিজৰ প্ৰশ্নৰ, নিজেই উত্তৰ দি অধ্যাপক কানিংহামে ক'লে ।

– 'মোৰ পত্নীয়েও মাইকেলাঞ্জেলোৰ এই মূৰ্তি দেখি অভিভূত হৈছিল --- মাইকেলে এক নতুনত্ব আনিছিল যদিও এয়া সেই একেই পৰম্পৰাগত গথিক ষ্টাইলেই আছিল ।

ইস্মাইলে ক'লে,–

– 'হয় হয় এয়া পৰম্পৰাগত গথিক শিল্প কলা তথাপিও এই জগত বিখ্যাত শিল্পীয়ে নতুনত্ব সানিছিল ---- ।

নাই নাই ব্ৰিয়ান উইলিয়ামছে অনুবাদ কৰা গ্ৰন্থৰ উদ্ধৃতি শুনিবলৈ এতিয়া কোনেও আৰু ইচ্ছা কৰা নাই । তদুপৰি গথিক শিল্পকলাৰ বিষয়ে ও'নকে অনেক কথা নাজানে । এই সময়ত অনুভৱ কৰা আৰু মাইকেলৰ মনৰ গভীৰতালৈ ভূমুকিয়াই চোৱাৰ চেষ্টা কৰা এয়ে আছিল আমাৰ যাত্ৰীসকলৰ মনৰ অৱস্থা ।

--- ক'ব নোৱাৰোঁ কি কাৰণে মই মাতৃ মেৰীৰ মুখলৈ মূৰ তুলি চাব নোৱাৰিলোঁ ।

'মাৰ্বলৰ মাজত এনে এক তেজ লুকাই আছে । ---- বিস্ময়কৰ । বিস্ময়কৰ ।

--- কুৰুকি কুৰুকি যেন সমস্ত অস্তিত্বকে নিজৰ বুকুলৈ টানি আজুৰি নিয়ে এই দৃশ্যই । ভাৱনাৰ তেজ আৰু সিৰা উপসিৰাই মিলি এক অনন্য পোছাক ব'ব আৰম্ভ কৰিছে । এক ৰহস্যময় পোছাক । এই পোছাক যেন সকলোৱে পিন্ধিছোঁ । ভাৱনাৰ তেজ আৰু সিৰা উপসিৰাৰ গোঁঠা এই পোছাক যেন সকলোৱে হৃদয়ে পিন্ধিছে --- অধ্যাপক কানিংহাম, টুৰ লীডাৰ

লীডাৰ ইস্মাইল, কিন্নৰী বাৰ্মা, আনকি দূবৈৰ, হৰিদেৱী আৰু গুলছ্নেও এই পোছাক পিন্ধিছে ---- এই মুহূৰ্তত এনে এক অনন্য ধাৰণা হ'ল। জখমী যাত্ৰীসকলৰ সকলোৱে এই পোছাক পিন্ধিছে। গুলছন ? ----- মই গৈ গুলছনক লগ পাম নে ? যদি সেই ভয়ানক বেমাৰ নহয় সি নিশ্চয় মোক নিবলৈ বিমান বন্দৰলৈ আহিব ?

মাতৃ মেৰীৰ বিস্তৃত কোলাত মই গুলছনৰ মুখ দেখা পালোঁ।

গুলচনৰ মুখ। ভাৱনাৰ তেজ আৰু সিৰা উপসিৰাৰে গোঁঠা পোছাক পিন্ধা গুলছনৰ মুখ ---। দুয়ো নয়ন আকৌ ভৰি আহিল।

টুৰ লীডাৰ কানিংহামে চিঞৰি উঠিল,– ৰাজবালা। ---হয় হয় এনে অপূৰ্ব সৃষ্টি দেখিলে সকলোৰে এনে হয়। মচি লোৱা। মচি লোৱা চকুলো।' --- আমি আগুৱাই গ'লোঁ।

❑ ❑ ❑ ❑

এটা সময়ত ঈশ্বৰ পুত্ৰৰ প্ৰিয় শিষ্য চেন্ট পীটাৰৰ এক ভব্য মূৰ্তিৰ ওচৰত আমি থিয় হলোঁ। ক'লা মাৰ্বলৰ মূৰ্তি। শুনা যায় পোপ লিঅ'ই প্ৰথমে এই মূৰ্তি সাজিছিল। ইস্মাইলে হাঁহি হাঁহি ক'লে,–

– 'এখন ভৰি চাওক। মানুহে সেৱা কৰি স্পৰ্শ কৰোঁতে কৰোঁতে ভৰিখন একেবাৰে চিৰ্যা হৈ গৈছে।'

আমি ওচৰলৈ গৈ ভক্তসকলে মূৰ দোৱাই যোৱা সেই ভৰি স্পৰ্শ কৰিলোঁ।

নাই নাই আৰু বেছি সময় নহয় আৰু বেছি সময় নহয়। ইস্মাইলে চিঞৰি উঠিল,– "আগুৱাই যাওক, আগুৱাই যাওক অনেক বস্তু চাবলগীয়া আছে ------ চেন্ট পীটাৰছৰ ভাণ্ডাৰৰ বহু মূল্যবান জাছুটিন দ্বিতীয়ৰ ক্ৰুছ, জুনিয়াছ বাছাছৰ এৰেক্সাৰ ছয়শ বছৰীয়া কবৰ, ভেটিকান গুহাত থকা নিকলাছ পঞ্চম আৰু সপ্তম পীয়াছৰ অনন্য বাছ ৰিলিফৰ (bas reliefs) নিদৰ্শন। আৰু শুনক পাপল পেলেছত আপোনালোকে চুইছ গাৰ্ডসকলৰ সৈতে ফটো তুলিব পাৰিব --- আৰু ৰাফেল ষ্টেনজাত স্কুল অব এথেনছৰ অপূৰ্ব শিল্পৰাজি দেখা পাব। লিঅ'নাৰ্ডোৰদ্বাৰা অংকিত প্লেটোৰ ছবি চাব পাৰিব। ---- আৰু ছিচটাইন চেপেলৰ (Sistine chapel) ভল্টত থকা মাইকেলেঞ্জেলোৰ অপূৰ্ব সৃষ্টি 'The creation of Adam', Original sin and the Expulsion from the Earthly paradise -- সন্ন্যাসী জোনাছ সন্ন্যাসী জাচাইৰাহ ---

আৰু মাইকেলৰ লাষ্ট জাজমেন্ট ইত্যাদি অনেক অসংখ্য শিল্প কলাৰ নিদর্শন চাব পাৰিব।

❑ ❑ ❑ ❑

ভেনিছ, নেপলছ, কাপ্রি, গ্রীচ ---- আৰু অনেক ঠাইলৈ যোৱাৰ কথা আছিল। কিন্তু নাই আৰু উৎসাহ নহ'ল। বিশেষকৈ গুলছ্ৰপৰা চিঠি পোৱাৰ পাছত আৰু আগুৱাবলৈ ইচ্ছা নহ'ল ----।

টুৰ লীডাৰ ইস্মাইলে ক'লে,–

– 'এনেদৰে মাজবাটৰপৰা উভতি গ'লে কোম্পানীয়ে তোমাক টকা পইচাবোৰ উভতাই নিদিব।'

মই উত্তৰ নিদিলোঁ। কোনে বুজি পাব হৃদয়ৰ এই সংঘৰ্ষৰ কাহিনী।

❑ ❑ ❑ ❑

হোটেলৰ লাউঞ্জত দেখিলোঁ অকল ময়ে নহয়। দিল্লীলৈ উভতি যাবলৈ অধ্যাপক কানিংহামো আহি উপস্থিত হৈছে। মোৰ বিস্ময়ৰ সীমা নাথাকিল। কাৰণ কানিংহাম চাহাব একেবাৰে উঠাদি যোৱা বুলিয়েই মই ভাবি আছিলোঁ। তদুপৰি লণ্ডনত তেওঁৰ মৃত পৰিয়ালৰ ইচ্ছা অনুসাৰে চিকিৎসালয়টো বন্ধাৰ কথা অনেকবাৰ প্রকাশ কৰিছিল।

'কিন্নৰী বার্মা ?

আগ্ৰাৰ উকীল ?

ৰহস্যময়ভাৱে উধাও হৈ যোৱা হৰনাম সিং মাস্তানা ?

নাই নাই সিহঁত কোনো অহা নাই। কানিংহাম চাহাবে মোৰ নিচেই ওচৰত বহি ক'লে –

– 'যি কাম কৰিবলৈ বাকী আছে সেই কাম মই ভাৰতবর্ষতেই কৰিম। সকলো ঠাইতে ঘূৰ্মূটিয়াই ফুৰি মই এটা কথাই আৱিষ্কাৰ কৰিছোঁ। সেই কথা তুমি বুজিবা নে নুবুজা মই নাজানো ----- কিন্তু মোৰ কি ভাৱ হ'ল জানা নে ? মোৰ পত্নীৰ অদেহী আত্মাই মোৰ হৃদয়ৰ কাহিনী শুনিছে। চেন্ট পীটাৰৰ দুৱাৰদলিত থিয় হৈ মই সেই জ্ঞান লাভ কৰিছোঁ ----ৰাজবালা! গোটেই জীৱন বুটলিলেও জ্ঞানৰ বোজাটোৰ এটা অংশহে আমি পূৰাব পাৰোঁ। --- কোনোবাই হয়তো দ্বিতীয় অংশ, কোনোবাই তৃতীয় অংশ কোনোবাই চতুর্থ অংশ পূৰাব চেষ্টা কৰে, তেওঁলোকে কিন্তু মাটিত ভৰি থ'ব নোৱাৰে। অধ্যাপক কানিংহামৰ কথা শেষ নহ'ল।

ইতিমধ্যে টুৰ লীডাৰ ইস্মাইলে পাছপৰ্টসমূহ আৰু কোম্পানীৰ আন আন কাগজ-পত্ৰসমূহ আনি আমাক চমজাই দিলে। আগ্ৰাৰ উকীলটোৱেও আহি চুচুক চামাক কৈ ক'লে, –

–'দলটো এনেদৰে ভাঙি গ'লে আমাৰ বৰ বেয়া লাগিব ভাবিছিলোঁ, কাপ্ৰিৰ ব্লু গ্ৰেটো চুঁ পলে আমি একেলগে যাম !'

আমি দুয়ো তলমূৰ কৰিলোঁ। কিন্নৰী বামহি আহি মোৰ হাতখন খামুচি ধৰিলে। মোৰ মুখলৈ মূৰ তুলি চাই কিন্নৰীয়ে কিবা এটা ক'ব খুজিলে। কিন্তু শেষ মুহূৰ্তত তাই একো নক'লে। তাইৰ উজ্জ্বল সুন্দৰ চকুযোৰ ভৰি আহিল।

বিমা'ন বন্দৰলৈকে ইস্মাইল চাহাব গৈছিল। একেবাৰে চিকিউৰিটিলৈ যোৱালৈকে কানিংহাম আৰু মোৰ সুৰক্ষাৰ প্ৰতি তেওঁ দৃষ্টি ৰাখিছিল।

❑ ❑ ❑ ❑

গোটেই পথছোৱা এক অজান আশংকাই মন গধুৰ কৰি ৰাখিলে।

আহিব নে গুলছুন ?

সঁচাকৈয়ে গুলছুন আহিব নে ?

যদি গুলছুন নাহে মই ঠিক কেনে পথেৰে খোজ কাঢ়িম ? এই পথ নিজে কাটি ল'ব লাগিব। অনেকৰ এনেকুৱা হয়। অনেকে একোটা নতুন বাট কাটি ল'বলগীয়া হয়, আৰু এই নতুন বাটেৰে খোজ দিয়াৰ সময়ত এক ভয়ংকৰ যন্ত্ৰণাৰ সৈতে মুখামুখি হ'বলগীয়া হয়।

উৰা জাহাজৰ এক সংজ্ঞাহীন শূন্য আৱাজ কাণত পৰিল। সাগৰৰ মাজৰ তিমি মাছৰ আৱাজৰ দৰে শূন্য। নিৰ্মমভাৱে করুণ এই আৱাজ। ক'ৰপৰা আহিছে এই আৱাজ ? নিজৰ শূন্য বুকুৰপৰাও যেন তেনে এক আৱাজৰ প্ৰতিধ্বনি মই শুনা পালোঁ।

কেম্পাৰ ?

গুলছুনৰ কেম্পাৰ ? সঁচাকৈয়ে নে ?

--- আকৌ সেই শূন্য সংজ্ঞাহীন আৱাজে বুকু ফালি যেন দুফাল কৰি থৈ গ'ল। শৰীৰৰ মাংসৰ মাজত পোত গৈ থকা হাড়ৰপৰাও যেন এক শূন্য শীতল শব্দ বাহিৰ হৈ আহিল। ফোপোলা বাঁহ ফুৱাই দিলে যেনে শব্দ হয় ঠিক তেনে ধৰণৰ শব্দ এয়া।

এই পথৰ দূৰত্ব এক অস্থিৰ অৱস্থাৰ মাজেৰে পাৰ হ'ল। বিমানৰ ইন্ধনৰ বাবে লণ্ডনৰ হিথ্ৰো এয়াৰপৰ্টত কিছু সময় আমি নামিছিলোঁ।

শেষত পালাম বিমান বন্দৰত নমাৰ সময়ত আমি কিছুমান কাগজ-পত্ৰত চহী কৰিবলগীয়া হ'ল।

নিজৰ বুকুৰ ঢপঢপনি মই নিজ কাণেৰে যেন শুনা পালোঁ।

❑ ❑ ❑ ❑

আহিব নে শুলছুন ?

সঁচাকৈয়ে আহিব নে ? যাবৰ সময়ত ডিপাৰ্চ্চাৰ লাউঞ্জৰ আইনাৰ বেৰৰ ওপৰত মই তাৰ উৰি থকা চুলি আৰু ডিঙিৰ মাফলাৰৰ এটা অংশ বহু সময়লৈ দেখিছিলোঁ। সি বোধহয় অনেক সময় বৈ আছিল। বিমানখন একেবাৰে নেদেখা হোৱালৈ সি তেনেদৰে থিয় হৈ আছিল।

আহিছে নে ? সঁচাকৈয়ে সি আহিছে নে ? আহিবও পাৰে। হয় হয় আহিবও পাৰে। মানুহে জীৱনৰ বাটত কেতিয়াবা বিস্ময়কৰ বস্তুৰ সৈতেও মুখামুখি হ'বলগীয়া হয়। কেতিয়াবা হীৰাৰ দৰে অবিশ্বাস্য বস্তুও বাটৰ ধূলিত লাভ কৰা যায়। --- হওক এনেকুৱা কিবা হওক।

❑ ❑ ❑ ❑

এৰাইভেল লাউঞ্জত আমি অনেক সময় থিয় হৈ থাকিবলগীয়া হ'ল। গ্ৰীন চেনেলেদি যোৱাৰ বাবে মানুহৰ যি শাৰী হৈছিল সেই শাৰীও বৰ বিশৃংখল হৈ পৰিল। এয়াৰ লাইনছৰ বিষয়াবোৰৰ ব্যস্ততাই জনাই দিলে যে কিবা এক অঘটন ঘটিছে। হয় হয় কিবা এক অঘটন ঘটিছে।

গোটেইবোৰ যাত্ৰী একেলগে নামি অহাত লাউঞ্জত বহিবলৈয়ো ঠাই নোহোৱা হ'ল।

বৃদ্ধ কানিংহামে মোৰ হাতত ধৰিয়ে থিয় হৈ আছিল। অন্ততঃ তেওঁক বহিবলৈ দিবলৈ অলপ ঠাই পোৱা যায় নেকি বুলি মই চাৰিওফালে চালোঁ। নাই যাত্ৰীয়ে গিজগিজাব লাগিছে। গ্ৰীন চেনেলৰ শাৰীত থিয় হৈ থকা যাত্ৰীৰ মাল-পত্ৰ পৰীক্ষা কৰিবলৈ বিষয়াসকল অহা নাই। উপাই নাপাই মই মোৰ সন্মুখত থকা জবৰজং আৰব এটাক সুধিয়েই পেলালোঁ,–

– 'কি হৈছে ?'

এক বিচিত্ৰ ইংৰাজী উচ্চাৰণেৰে আৰবটোৱে ক'লে –

– 'আমি অহা বিমানত কোনোবাই এটা বম লৈ আহিছিল , বাটত বিস্ফোৰণ নহ'ল। সেই বাবেই এই হুলস্থুল।'

❑ ❑ ❑ ❑

--- এৰাইভেল লাউঞ্জতে আমি দুঘন্টা অপেক্ষা কৰিবলগীয়া হ'ল। এয়াৰ ইণ্ডিয়াৰ তৰফৰপৰা চাহ কফি আহিল যদিও আমি ভাৰাক্ৰান্ত হৈ পৰিছিলোঁ।

গ্ৰীন চেনেলেৰে পাৰ হৈ অহাত মোৰ একো অসুবিধা নহ'ল। কিন্তু কাষলতিৰ তলত লৈ অহা অধ্যাপক কানিংহামৰ বেগৰ ভিতৰত থকা বিদেশী মুদ্ৰাৰ কাগজ-পত্ৰসমূহ দেখুৱাওঁতে যথেষ্ট সময় অপব্যয় হ'ল।

এইখিনি সময়ত মই মোৰ হৃদয়ত গুলছুন অহা নহাৰ বিষয়ে এক ধুমুহাৰেই সৃষ্টি হ'ল। এই ধুমুহাই অনেক বিতোপন ঘৰ সাজিলে, অনেক বিতোপন ঘৰ ধ্বংস কৰিলে।

হয় হয় এই ৰহস্যময় গোপন ধুমুহাৰ কথা কানিংহাম চাহাবকো মই জনাব নোৱাৰিলোঁ।

---- মালবস্তু লৈ বাহিৰলৈ ওলাই অহাৰ সময়ত গেটৰ সম্মুখত এটা বিচিত্ৰ ভিৰ বৈ আছিল। এই ভিৰৰ মাজত সৰহভাগেই উদণ্ড ডেকা ল'ৰা। ঠেলা হেঁচা কৰি একেবাৰে গাৰ ওচৰলৈ আহি সিহঁতে প্ৰশ্ন কৰিলে,

– 'কিবা আনিছে নেকি ? আমি একেবাৰে তিন ডবল দামত কিনি ল'ম!'

'– কিবা আনিছে নেকি ? টেপৰেকৰ্ডাৰ, কেলকুলেটৰ ঘড়ী -----'

এটাই একেবাৰে কাণৰ ওচৰলৈ আহি ফুচফুচাই ক'লে –

– 'কওক কিবা আনিছিল নেকি----- !'

------ ওপৰলৈ মূৰ তুলি চোৱাৰ লগে লগে গোটেই দলটো ক'ত যে উধাও হৈ পৰিল। মোৰ চকুৰ সম্মুখত খাকী পোছাক পিন্ধা পুলিচৰ দল এটা ভাস্বৰ হৈ উঠিল।

--- আহিছেনে গুলছুন ?

আহিছে নে ?

নাই নাই কোনো নাই। গুলছুনে মোক নিবলৈ অহা নাই। অনেক সময় মই বিমান বন্দৰৰ টেক্সি ষ্টেণ্ডৰ ওচৰত থিয় হৈ থাকিলোঁ।

নাই গুলছুন নাই।

এটা সময়ত কানিংহামো আঁতৰি গ'ল। যোৱাৰ সময়ত তেওঁ বাৰে বাৰে অনুৰোধ কৰি গ'ল– 'আহা তোমাক নমাই থৈ যাম। মোৰ টেক্সি সিং সভা ৰ'ডৰ পিনেই যাব!'

মই কিন্তু লৰচৰ নকৰিলোঁ।

শেহলৈকে মোৰ বিশ্বাস আছিল গুলছন আহি ওলাব। ---- ধুমুহাৰ মাজত থিয় হৈ থকা বিডোপন ঘৰৰ কল্পনাই শেষলৈকে মোক এৰি দিয়া নাছিল।

কিমান সময় লাগে ? এৰা কিমান সময় লাগে কল্পনাৰ কাৰেং চূৰমাৰ হ'বলৈ। কিমান সময় লাগে ?

মই অকলশৰেই সিংসভা ৰ'ডৰ দেৱান নিবাসৰ বৰসাতীলৈ উভতি আহিলোঁ।

   

--- দুৱাৰ মাৰি গোটেই দিনটো মই কোঠাৰ ভিতৰতে সোমাই থাকিলোঁ। ---- এই সময়ত মোৰ মনৰ অৱস্থা কেনে আছিল তাক কোনো শক্তিশালী লেখকেও ঠিক মতে হয়তো বৰ্ণনা কৰিব নোৱাৰিব। মই এই মানসিক যুদ্ধত জয়ী হ'ব খুজিছিলোঁ, – আৰু বাৰে বাৰে যেন মাটিত মূৰ থৈ বাগৰি পৰিছিলোঁ।

   

--- গধূলি বাহিৰলৈ ওলাই আহিলোঁ। বাহিৰৰ চ'টত এক থম থম নীৰৱতা বিৰাজ কৰিছে।

সন্মুখৰ বৰসাতীৰ ৰাজপাল গুপ্তৰ দুৱাৰ বন্ধ। এই সময়ত ৰাজপাল গুপ্তৰ ফুৰাৰ নাইবা পাৰ্কত বহা সময় হোৱা নাই। তথাপিও তেওঁৰ দুৱাৰ বন্ধ।

জেটলী পৰিবাৰ ? আহ। একেবাৰে কাঁহ পৰি জিন যোৱাৰ দৰে অৱস্থা।

ক'ত গ'ল গোটেইবোৰ মানুহ ?

এটা যুগ যেন পাৰ হৈ গৈছে। বৰ কম সময়ৰ ভিতৰতে এটা যুগ যেন পাৰ হৈ গৈছে।

হৰনাম সিং মান্তানাৰ খবৰ সুধিবলৈ হৰিদেৱীও অহা নাই।

মই তললৈ ভুমুকিয়াই চালোঁ। নাই জেটলী পৰিবাৰৰ কোনো মানুহ বাহিৰত নাই। হঠাৎ মোৰ চকুত পৰিল দুৱাৰৰ ওচৰত কোনোবা এজনী বহি আছে। আঁঠুত মূৰ গুজি বহি আছে বাবে তাই হৰিদেৱীৰ ভনীয়েক সীতা নে লক্ষ্মী মই ভালদৰে ধৰিব নোৱাৰিলোঁ।

শশীবালা আৰু বাওনা ভনীয়েকজনীবো কোনো শুংসূত্ৰ নাই। শিলী বিল্ডিংৰ ফ্ল'ৰৰ মাজত অৱস্থিত গুলমোহৰজোপা এতিয়া ফুলি জাতিষ্কাৰ হৈ থকা নাই।

বাহিৰত এনেদৰে থিয় হৈ থাকিবলৈয়ো আৰু ভাল নেলাগিল। আকৌ উভতি ৰৰসাতীৰ পিনে আগুৱাই যাব খোজোঁতেই দেখিলোঁ ৰাজপাল গুণ্ডই হেকাই কোপাই চিৰি বগাই আগুৱাই আহিছে। মোক দেখি তেওঁ একপ্ৰকাৰ আৰ্তনাদেই কৰি উঠিল – ।

– 'আপুনি উভতি আহিল। ঘটনাবোৰৰ কথা শুনিছে নিশ্চয়। শটো ৰাতিহে বোধহয় আনিব দিব।'

মই আৰ্তনাদ কৰি উঠিলোঁ।

– 'কাৰ শ ? কাৰ শ ?'

– 'কিয় ? আপুনি শুনা নাই ? হৰিদেৱীৰ শ।'

❑ ❑ ❑ ❑

সৰকাৰীমণ্ডিৰ ৰৰফখানাত (Morgue) যি সময়ত মই উপস্থিত হ'লো সেই সময়ত জেটলী পৰিবাৰৰ প্ৰায় সকলো সদস্যই তাত মজুত আছিল। কোনেও কথা-বতৰা কোৱা নাছিল। অফিছ কমৰ ঠেক বাৰাণ্ডাখনত সকলোৱে গিজগিজাই থিয় হৈ আছিল।

আইডেণ্টিফিকেশ্বন কৰিব অহা সিংসভা ব'ডৰ ভদ্ৰলোক এগৰাকীয়ে মোক একামৰীয়াকৈ মাতি নি সুধিলে,–

– 'আপুনি মানুহজনীক সদায়ে দেখি আছিল। কওকচোন মানুহজনীয়ে সঁচাকৈয়ে সেই শিখ যুৱকটিৰ বাবেই বিহ খালে নে ? কোনোৱে কয় লাহোৰৰ ৰায়তত বাপেক মৰা এই ছোৱালী তিনিজনী পৰমুখাপেক্ষী আছিল। জেটলী পৰিবাৰৰ অসহনীয় যন্ত্ৰণা ---- দীঘল চুলিৰ ভদ্ৰলোকৰ কথা শেষ নহ'ল। বুকু ফালি অহা এক বিননিয়ে সকলোৰে হৃদয় স্পৰ্শ কৰিলে। খুটা এটাত খামুচি ধৰি হৰিদেৱীৰ ভনীয়েক লক্ষীয়ে কান্দিছে। মাজে মাজে দাঁতপাৰি খুটাটোত লগাই এটা অদ্ভুত শব্দ কৰিছে।

ক্ষেমচাঁদ জেটলীৰ লগত মোৰ পৰিচয় আছিল। তেওঁ পুলিচ ইন্সপেক্টৰকে আদি কৰি কেইবাগৰাকীও মানুহৰ লগত অফিছ কমত বহি আছে। তেওঁৰ সন্মুখত ডেথ ৰিপৰ্টৰ ফৰ্ম কিছুমান সিঁচৰতি হৈ পৰি আছে।

হেঁচা ঠেলা কৰিয়েই মই দুৱাৰৰ ওচৰত আহি থিয় হ'লোঁ। তেওঁৰ লগত মই কথা পাতিব নোৱাৰিলোঁ। কিন্তু তেখ ৰিপৰ্টৰ কথাবোৰ একোণাত কাঁড়ৰ দৰে আহি মোৰ চকুৰ জলক তৰক কৰিব ধৰিলে। ----- Unnatural death by poisoining.

কি লিখা আছে ? কি লিখা আছে সৌবোৰ ?

Was deceased in good health previous to attack ?

---- What did the deceased last eat or drink before the commencement of the symptom.

----- Did he appear to have lost the use of his limbs ?

❑ ❑ ❑ ❑

Did he complain of burning or ting ling in the mouth ----

Was there vomiting ?

---- Sketch plan of place where body was found -----

---- নাই নাই আৰু পঢ়া নাযায়। এই সৰু কোঠাটো মানুহেৰে একেবাৰে গিলিপ খাই ধৰিছে।

– কোনোবা এটাই চিঞৰি উঠিল,–

– 'খুলিছে, সৌৱা বন্ধ কৰি থোৱা দুৱাৰ খুলিছে। শিলৰ খাটখনত তাইৰ দেহ পৰি আছে চাগৈ। ------- মৰণোত্তৰ পৰীক্ষাৰ বাবে কৰা কটা ছিঙাবোৰ সেই শিলৰ বিছনাখনতে কৰা হয়।'

অনেকেই এইবাৰ দুৰ্গন্ধৰে ভৰপূৰ সৰু কোঠাটোলৈ আগুৱাই গ'ল। সিহঁতৰ পিছে পিছে যন্ত্ৰচালিত মানুহৰ দৰে মুয়ো আগুৱাই গ'লোঁ।

❑ ❑ ❑ ❑

দুটা মাহ পাৰ হৈ গ'ল। এই দুটা মাহ মই নিদ্ৰাৰ বড়ি খাই শুলোঁ, আৰু উঠাৰ সময়ত এক ভয়ানক মানসিক কষ্ট হৃদয়ত লৈ সাৰ পালোঁ। গুলছনক হস্পিতাললৈ গৈ দেখা কৰা মোৰ দৈনন্দিন কৰ্তব্য হৈ পৰিল।

---- এদিন ৰাতি হঠাৎ মোৰ দুৱাৰত আকৌ টোকৰ পৰিল । দুৱাৰ খুলি দুহাত পিছুৱাই গ'লোঁ– এয়া মোৰ সমুখত হৰনাম সিং মান্তানা !

মোৰ অনুমতিলৈ অপেক্ষা নকৰি সি ভিতৰলৈ সোমাই আহিল ।

---- কিছুসময় সি নিশ্চুপ হৈ চকি এখনত বহি থাকিল । কেতিয়া সি ইউৰোপৰপৰা আহিল ? ইমান দিন সি ক'ত আছিল ইত্যাদি অনেক প্ৰশ্ন মনলৈ আহিছিল । কিন্তু মই নীৰৱ হৈ থাকিলোঁ । হৰনাম সিং মান্তানাৰ চকুৰ গুৰিৰ ক'লা ছায়া, আৰু তাৰ বিশৃংখল সাজপাৰ, এই সকলোৱে জনাই দিলে হৰিদেৱীৰ মৃত্যুৰ খবৰ সি পাইছে ।

কিছু সময় নীৰৱ হৈ থকাৰ পাছত মই কলোঁ, –'তুমি ঠিকমতে চিঠি পত্ৰ দি থকা হ'লে তাই নিশ্চয় এনে কাম নকৰিলেহেঁতেন ।'

হঠাৎ হৰনাম সিঙৰ চকুত চকু পৰাত মই বাংময় হৈ পৰিলোঁ ।

হৰনাম সিং মান্তানাৰ চকুত চকুলোঁ ।

   

বিদায় লৈ যোৱাৰ সময়ত হৰনামে চিঠিৰ টোপোলা এটা আগুৱাই দি ক'লে,–

– 'এইবোৰ হৰিদেৱীয়ে দিয়া চিঠি । আপোনাৰ হাতত নিৰাপদে থাকিব বুলি লৈ আহিলোঁ । সময় ভাল নহয় । পুলিচে চিকাৰী কুকুৰৰ দৰে লাগি থাকে ----- আৰু আমাৰ কামো ----- ।'

অন্ধকাৰত গা ঢাকি হৰনাম সিঙ মান্তানা বাহিৰলৈ ওলাই গৈছিল ।

'মোৰ প্ৰিয় পুৰুষ'
বেলজিয়ামৰ জেসুইট
পুৰোহিত ফাদাৰ
বুল্কে

"বেলজিয়ামৰ জেসুইট ( Jesuit ) পুৰোহিত আছিল ফাদাৰ কামিল বুল্কে। ( জেসুইটসকল Society of Jesus" নামৰ প্ৰখ্যাত ধৰ্ম সংঘৰ সভ্য আছিল। ১৫৩৪ খৃষ্টাব্দত এই সংঘ স্থাপন কৰা হৈছিল। এই সংঘৰ স্থাপক আছিল ইটালীৰ ইগনেচিয়াছ্ লয়লা । )

ভাৰতীয়সকলৰ বাবে গোটেই জীৱন কাম কৰা বৈজ্ঞানিক ফাদাৰ হেনৰী বুছি ( এওঁ দাৰাচিকোৰ পৰামৰ্শদাতা আছিল ) ইউৰোপত প্ৰথম সংস্কৃত ব্যাকৰণ লেখক ফাদাৰ হেনৰী ৰথ, প্ৰখ্যাত বুৰঞ্জীবিদ ফাদাৰ টাইফেনথালাৰ ইত্যাদি জেসুইট ফাদাৰসকলৰ দৰেই বিখ্যাত আছিল। কামিল বুল্কে।

১৯৬৯ চনত বৃন্দাবনত থাকোতে ফাদাৰ বুল্কেৰ গ্ৰন্থ 'ৰামকথাৰ' সৈতে মোৰ পৰিচয় ঘটিছিল। বৃন্দাবনত মই ৰামায়ণৰ বিষয়ে গৱেষণা কৰি আছিলোঁ। মোৰ পৰম শ্ৰদ্ধাভাজন অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰুদেৱে কৈছিল , – "কামিল বুল্কে চাহাবৰ ৰামকথা নপঢ়াকৈ ৰামায়ণ সম্বন্ধে গৱেষণা কৰা বৃথা ।"

ফাদাৰ বুল্কে অনেক গ্ৰন্থ লিখিছিল। সেইবোৰৰ ভিতৰত সেভিয়ৰ ( ১৯৪২ ), এ টেকনিকেল ইংলিছ্ হিন্দী শব্দাৱলী (১৯৫৫), ইংৰাজী হিন্দী অভিধান ( ১৯৬৮ ), বাইবেলৰ ´.উ টেষ্টামেন্টৰ অনুবাদ ( ১৯৭৭ ), ৰামকথা ( ১৯৬৭ ) ইত্যাদিয়ে প্ৰধান। ১৯৭৪ চনত ভাৰত চৰকাৰে তেওঁক পদ্মভূষণ উপাধিৰে সন্মানিত কৰিছিল।

বেলজিয়ামত জন্ম গ্ৰহণ কৰিছিল যদিও ফাদাৰ বুল্কেই শেষলৈ

ভাৰতৰ নাগৰিকত্ব গ্ৰহণ কৰিছিল ।

১৯০৯ চনৰ এক ছেপ্তেম্বৰৰ দিনা বেলজিয়ামত ফাদাৰে জন্ম গ্ৰহণ কৰিছিল । প্ৰথমে তেওঁ এজন সুদক্ষ ইঞ্জিনীয়াৰহে আছিল । লুবেন বিশ্ববিদ্যালয়ৰ পৰা তেওঁ প্ৰথম বিভাগত ইঞ্জিনীয়াৰিং পাচ কৰিছিল । গিগ্ৰোৰিয়ান বিশ্ববিদ্যালয়ৰ পৰা দৰ্শনত এম এ পাচ কৰিছিল । তেওঁ ফৰাছী, ফ্লেমিচ, লেটিন আৰু হিব্ৰু ভাষাৰো বিদগ্ধ পণ্ডিত আছিল ।

বেলজিয়ামৰ সাতশ বছৰীয়া পুৰণি গীৰ্জাঘৰ এটাত তেওঁ শৈশৱৰ অনেক দিন অতিবাহিত কৰিছিল । দুঃখী, পদদলিতসকলৰ বাবে তেওঁৰ অন্তৰ আত্মাই অহৰহ কান্দিছিল । এবাৰ এঠাইত লেখিছিল, –

"মোৰ দহ বছৰ বয়সতেই মই গম পাইছিলোঁ যে সকলোবোৰ মানুহ একেই । এবাৰ মোৰ চুবুৰিত থকা কুৰি বছৰীয়া ছোৱালী এজনীৰ মৃত্যু ঘটিছিল । মৃত্যুৰ খবৰ পাই মই তাইৰ দুৱাৰমুখত উপস্থিত হৈছিলো ।

বসন্তৰ মাহ আছিল । খোলা খিৰিকীৰে ৰ'দৰ পোহৰ আহি তাইৰ বিছনাৰ ওপৰত পৰিছিল । তাই জীৱিত মানুহৰ দৰে শান্ত হৈ যেন শুইহে আছিল । তাই ধৰ্মৰ শোভাযাত্ৰাত কুমাৰী মেৰীৰ মূৰ্তি হাতত লৈ যোৱাৰ সময়ত যিবোৰ সুন্দৰ পোছাক পিন্ধিছিল সেইবোৰ মৃত্যুৰ দিনাও পিন্ধি আছিল । মই অপলক দৃষ্টিৰে তাইৰ পিনে চাই থকা কাৰণে তাই যেন কিছু লাজ কৰিছিল, এনে ভাব হৈছিল । মই হৃদয়ৰ মাজত এক গভীৰ বেদনা অনুভৱ কৰিছিলোঁ । এই বেদনাৰ লগত মই আগেয়ে পৰিচিত নাছিলোঁ । মই শোক সাগৰত বুৰ মাৰিলো । মোৰ ভাব হ'ল এদিন মোৰো মৃত্যু হ'ব । এই পৃথিৱীত আমাৰ সকলোৰে নিয়তি একেই মই বুজি নেপাইছিলোঁ এটা মানুহে আনটোৰ প্ৰতি কিয় ক্ৰুৰ হয় । আমি এটিয়ে আনটিৰ ওচৰত প্ৰেমিকতকৈও অধিক নিকতবৰ্ত্তী হৈ থাকোঁ । নিজৰ ৰূপ পোৱাৰ আগেয়ে আমি এটিয়ে আনটিক সাৱটি ধৰি পৰমাত্মাৰ কোলাত পৰি আছিলোঁ । সৃষ্টিকৰ্ত্তাৰ ৰহস্যৰ মাজত আমি শুই আছিলোঁ । মোৰ হৃদয়ত সন্ন্যাসীৰ বীজ সম্ভৱ সেইদিনাই ৰোপণ হৈছিল ।"

ঘৰুৱা পৰিবেশ বৰ মধুৰ আছিল যদিও সৰুৰে পৰা ফাদাৰে এক ধৰণৰ নিস্তব্ধতা অনুভৱ কৰিছিল । শুনা যায় বাইবেলৰ এষাৰ বাণী পঢ়ি তেওঁ এদিন চকিত হৈ উঠিছিল – সেই বাণী হ'ল ,–

"কিছুমান মানুহ মাতৃৰ গৰ্ভত নপুংসক হৈ আহে । কিছুমানক

মানুহেই নপুংসক কৰি তোলে। কিছুমানে স্বৰ্গৰাজ্যৰ বাবে নিজকে নপুংসক কৰি লয়। এই কথাবোৰ যেয়ে যি ভাৱে বুজে বুজক।"

ফাদাৰ এই বাণী পটি চিঞৰি উঠিল, " এই আদেশ মোৰ বাবেই আহিছে।"

২৩ ছেপ্তেম্বৰ ১৯৩০ চনত তেওঁ সন্ন্যাস গ্ৰহণ কৰি 'জেসুইট সংঘ'ত প্ৰৱেশ কৰিছিল।

১৯৩৬ চনত ভাৰতবৰ্ষত প্ৰথম ভৰি দি বম্বেৰ 'ভিক্টোৰিয়া টাৰ্মিনাছ'ৰ প্লেটফৰ্মত অৰ্দ্ধ নগ্ন ভাৰতীয় কুলিবোৰক দেখি তেওঁৰ অন্তৰ আত্মাই হাঁহাকাৰ কৰি উঠিল। বৃটিছৰ ৰাজত্ব অ'ছিল। নিজৰ মাতৃভাষা এৰি সকলোৱে ইংৰাজী কোৱাৰ প্ৰচেষ্টা কৰিছিল। এই কথা ফাদাৰৰ ভাল লগা নাছিল। ভাৰতলৈ আহি হিন্দী আৰু সংস্কৃত দুয়োটা ভাষাকে তেওঁ অধ্যয়ন কৰিলে। ১৯৪৭ চনত তেওঁ এলাহাবাদ বিশ্ববিদ্যালয়ৰ পৰা হিন্দী ভাষাত এম এ. পৰীক্ষা পাছ কৰিছিল। এই বিশ্ববিদ্যালয়ৰ পৰাই তেওঁ 'ৰাম কথাৰ উৎপত্তি আৰু বিকাশ' নামৰ গভীৰ বিষয় এটাত পি এইচ ডি উপাধি লাভ কৰিছিল। মৃত্যুৰ সময়লৈ তেওঁ ৰাঁচীৰ চেন্ট জেভিয়াৰ্চ কলেজৰ হিন্দী আৰু সংস্কৃত ভাষা বিভাগৰ অধ্যক্ষ আছিল। 'ৰাম সাহিত্যত' এগৰাকী পৃথিৱী বিখ্যাত পণ্ডিত ৰূপে খ্যাতি অৰ্জন কৰিছিল। ৰাঁচীৰ আটাইতকৈ প্ৰাচীন গীৰ্জাঘৰ এটাৰ তেওঁ পাদ্ৰীও আছিল।

১৯৭৯ চনত বৃন্দাবনত ৰামায়ণ সম্বন্ধে গবেষণা কৰি থাকোতে ফাদাৰ বুল্কেৰ 'ৰাম কথা' বিচাৰি মথুৰা আৰু বৃন্দাবনৰ কিতাপৰ দোকানত ঘূৰি ফুৰিলোঁ। সকলোৱে কয় কিতাপখনৰ দ্বিতীয় সংস্কৰণ কেতিয়াবাই শেষ হ'ল। গতিকে কিতাপখন দোকানত বিচাৰি পোৱা অসম্ভৱেই হব।

লেখাক ছাত্ৰে ক'লে, -

"ৰাম কথা" লিখোতে বুল্কে চাহাবে মোলৈ চিঠি পত্ৰ দিছিল। তুমিও তেওঁলৈ চিঠি এখন লিখি চোৱা। "

লেখাক ছাত্ৰৰ কথামতে মই ফাদাৰলৈ কিতাপখনৰ কথা সুধি চিঠি এখন লিখিলোঁ। কিন্তু মোৰ বদ্ধমূল ধাৰণা হৈছিল, তেওঁ হয়তো সদায়ে এনেকুৱা অজস্ৰ চিঠিপত্ৰ পায়। উত্তৰ দিবলৈ সময় পাব ক'ত ? তদুপৰি অসমৰ বাহিৰলৈ আহি শুনিছিলোঁ ইয়াৰ পণ্ডিতসকলে গৰ্ব পৰ্বতত উঠি থাকে। সাধাৰণ ছাত্ৰ-ছাত্ৰীক উত্তৰ দিবলৈ ইচ্ছা নকৰে। আচৰিত কথা এয়ে যে তেওঁ চিঠিৰ উত্তৰ দিলে। কিতাপখন ক'ত পাম এই কথা তেওঁ

নিজ হাতেৰে সুন্দৰকৈ লিখি পঠিয়ালে। 'ৰামকথা' নামৰ এই গ্ৰন্থখনি এলাহাবাদ বিশ্ববিদ্যালয়ে প্ৰকাশ কৰাৰ লগে লগে অকল ভাৰতবৰ্ষতে নহয় বিদেশতো এই গ্ৰন্থৰ সুখ্যাতি বিয়পি পৰিছিল। ৰামায়ণ সম্বন্ধে গৱেষণা কৰা ছাত্ৰ-ছাত্ৰীৰ বাবে এই গ্ৰন্থ অপৰিহাৰ্য্য হৈ পৰিছিল।

এই গ্ৰন্থত বৈদিক সাহিত্যত ৰামকথা, বাল্মিকীৰ ৰামায়ণ আৰু মহাভাৰতৰ ৰামকথা ; বৌদ্ধ আৰু জৈন সাহিত্যৰ ৰামকথা, দশৰথ জাতকৰ সমস্যা, প্ৰচলিত বাল্মিকী ৰামায়ণৰ প্ৰক্ষেপ, সংস্কৃত ধাৰ্মিক সাহিত্যত ৰামকথা, পৌৰাণিক সাহিত্যত ৰামকথা, সাম্প্ৰদায়িক ৰামায়ণ ; সংস্কৃত ললিত সাহিত্যত ৰামায়ণ, আধুনিক ভাৰতীয় ভাষাসমূহত ৰামকথা ; বিদেশত যেনে তিৰ্বত, ইন্দোনেছীয়া, চীন, শ্যাম, ব্ৰহ্মদেশ ইত্যাদিত ৰামকথা আদি অনেক বিষয়ে আলোচনা কৰি ৰামকথাৰ নতুনত্ব আৰু মূলৰ সৈতে ইয়াৰ প্ৰভেদসমূহ ফাদাৰে ফঁহিয়াই দেখুৱাইছিল। মহাপণ্ডিত ধোৰেন্দ্ৰ বৰ্মাই এই গ্ৰন্থক ৰামকথাৰ এখন 'বিশ্বকোষ' বুলি সম্বোধন কৰিছিল। অকল ভাৰতীয়ই নহয় কোনো ইউৰোপীয় সাহিত্যতো এনে অধ্যয়ন পোৱা নাযায় বুলি তেওঁ উল্লেখ কৰিছিল। ফাদাৰ বুল্কে অসমীয়া ৰামায়ণৰ বিষয়েও এই অদ্বিতীয় গ্ৰন্থত আলোচনা কৰি অসমীয়া সাহিত্যৰ গৌৰৱ বৃদ্ধি কৰিছিল।

ফাদাৰৰ 'ৰামকথা' পঢ়াৰ পাছত আৰু তেওঁৰ পৰা চিঠিৰ উত্তৰ পোৱাৰ পাছত এই ঋষি তুল্য ব্যক্তি গৰাকীক লগ ধৰাৰ বৰ ইচ্ছা হৈছিল। শুনিছিলোঁ মথুৰা, আগ্ৰা ইত্যাদিৰ ধৰ্ম সভালৈ তেওঁ অহা যোৱা কৰে। কিন্তু বৃন্দাবনলৈ তেওঁ অহাৰ কোনো খবৰ পোৱা নাছিলোঁ।

এদিন কিন্তু সঁচাকৈয়ে মই বেলজিয়ামৰ এই জেচুইট পাদ্ৰী গৰাকীক লগ পালো। তাৰ পাছত তেওঁ যেন মোৰ এক আধ্যাত্মিক গুৰু আৰু পথ প্ৰদৰ্শকেই হৈ পৰিল।

১৯৭২ চনত ৰাঁচী চহৰত এদিন মই ফাদাৰ বুল্কেক লগ পালোঁ। ডিচেম্বৰ মাহৰ ৰাতিপুৱা আছিল। কুঁৱলিয়ে আৱৰি আছিল সকলো চহৰখন। ৰাঁচীৰ চেন্ট জেভিয়াৰ্ছ কলেজৰ লোহাৰ গেট খুলি ভিতৰলৈ সোমাই গলো। ফুলৰ বাগিছা এখন পাৰ হৈ শাক-পাচলিৰ বাগান পালোঁ। ওচৰত কোনো জনপ্ৰাণী নেদেখি কিছু বিচলিত হোৱাৰ দৰে হ'লো। তদুপৰি কোনো খবৰ-বাতৰি নিদিয়াকৈ এনে এজন মহা পণ্ডিতৰ ওচৰত এনেদৰে অহা ঠিক হল নে ? এই কথা ভাবিও কিছু সঙ্কুচিত হৈ পৰিলোঁ। ৰ'দ নাই, কেৱল কুঁৱলি আৰু কুঁৱলি। দূৰৈৰ গছবোৰৰ ওপৰত কুঁৱলিয়ে যেন

এখন মিহি জাল তৰি থৈছিল। মটৰ বগাবলৈ দিয়া সক সক চাণ্ডিবোৰৰ পৰা এটোপাল দুটোপালকৈ নিয়ৰৰ টোপাল সৰি পৰা দেখা গৈছিল। হঠাৎ ছুদমা পিন্ধা পাদ্ৰী এগৰাকী আগুৱাই অহা দেখা গ'ল। মই তেওঁক সুধিলো ,– "ফাদাৰ বুল্কেক মই লগ পাব পাৰোঁনে ?" তেওঁ মিচিকিয়াই হাঁহিলে। ক'লে , – "এই বাগিচাৰ মাজেৰে পোনে পোনে গৈ থাকা। হাতত কিতাপ লৈ একান্তমনে পঢ়ি থকা যি গৰাকী পাদ্ৰীক দেখিবা তেৱেঁই ফাদাৰ বুল্কে।"

বাগানৰ পোনে পোনে গৈ মই এটা তেনেই সৰু, পুৰণা ঘৰ দেখা পালোঁ। ঘৰৰ সমুখৰ এজোপা ডাঙৰ গছৰ তলত থিয় হৈ তেওঁ একান্ত মনে কিতাপ এখন পঢ়ি আছিল। ওচৰে-পাজৰে কোনো নাছিল। তেওঁ অকলশৰেই থিয় হৈ আছিল। আগবাঢ়ি গৈ তেওঁক মই অভিবাদন কৰিলোঁ। কিতাপৰ পৰা চকু আঁতৰাই, সমুখত মোক থিয় হৈ থকা দেখি তেওঁ বৰ আচৰিত হ'ল। অপলক দৃষ্টিৰে তেওঁ কিছু সময় মোৰ মুখলৈ চাই থাকিল। গভীৰ নীলা চকু, ধকধককৈ বগা অথচ তেনেই শেঁতা গাৰ বৰণ, পকি বগা হৈ যোৱা দীঘল ডাঢ়ি ; ক্ষীণ হটঙা দেহা। তেওঁৰ গভীৰ দৃষ্টিয়ে হৃদয় স্পৰ্শ কৰিলে। মই অভিভূত হৈ পৰিলোঁ। মোৰ দুয়ো নয়ন ভৰি আহিল। এয়ে নেকি বেলজিয়ামৰ সেই প্ৰখ্যাত সন্যাসী ? ভাৰত প্ৰেমী ৰামভক্ত ফাদাৰ বুল্কে ? আজি এয়া তেওঁক মই এখন সুন্দৰ বাগিছাৰ মাজত লগ পাইছোঁ। এই কথা সম্ভৱ নে ?

তেওঁ আগবাঢ়ি আহিল। প্ৰথমে যেন পৰিচয়ৰ কোনো প্ৰয়োজন নহ'ল। তেওঁক বৰ আনন্দিত হোৱাৰ দৰে দেখা গ'ল। তেওঁ মোক এটা কোঠালৈ মাতি নিলে, তেনেই সাধাৰণ কোঠা। কাঠৰ চকি মেজ। বেৰৰ কাষত এখন কাঠৰ খাট। বাৰ বছৰ আগৰ কথা। কোঠাটোত আৰু কি কি আছিল এতিয়া আৰু ভালদৰে মনত নপৰে। মোৰ সমস্ত মন এই ৰামভক্ত সন্যাসী গৰাকীৰ ওপৰত কেন্দ্ৰীভূত হৈ আছিল। তেওঁৰ মনত আনন্দ দেখি মোৰ মনৰ আড়ষ্টতাৰ ভাৱ নোহোৱা হল। সেই সময়ত ৰামায়ণ সম্বন্ধে গৱেষণা কৰি আছিলোঁ। সুধিবলগীয়া অনেক প্ৰশ্ন আছিল। কিন্তু তেওঁক লগ পোৱাৰ পাছত ভাৱ হৈছিল মোৰ প্ৰশ্নবোৰ ঠিক মুখ্য কাৰণ নাছিল। মানুহজনক লগ পোৱা আৰু তেওঁৰ সান্নিধ্যলৈ অহাটোহে যেন মুখ্য কাৰণ আছিল।

ফাদাৰ বুল্কে ব্যস্ত হৈ পৰিল। ----- "কি খাবা ? কি খাবা ? কফি

ভাল পোৱানে ? তোমাৰ বাবে মই নিজ হাতে কফি কৰো ব'বা ।" মই্যো ব্যস্তহৈ কলোঁ, – "নাই নাই মই আপোনাৰ লগত কথা পাতিহে আনন্দিত হম । তেওঁ ওচৰত আহি বহিল । এইবাৰ তেওঁ মোৰ ব্যক্তিগত পৰিচয় সুধিলে । কলো ,– "অধ্যাপক উপেন্দ্র চন্দ্র লেখাকদেৱৰ ছাত্রী । নিজৰ তেনেই সামান্য বিচাৰ-বুদ্ধিৰে ৰামায়ণৰ বিষয়ে গৱেষণা কৰি আছোঁ । মোৰ গৱেষণাৰ পৰিধি সীমিত ।"

ফাদাৰে এইবাৰ ঘৰৰ কথা সুধিলে । জীৱনত ঘটি যোৱা সেই দুর্ঘটনাৰ কথা তেওঁৰ আগত প্রকাশ কৰিলোঁ । তিনি হেজাৰ ফুট তললৈ বাগৰি পৰা জীপ আৰু মোৰ মৃত স্বামীৰ কাহিনী তেওঁৰ আগত প্রকাশ কৰিলোঁ । এই কথা মানুহৰ আগত প্রকাশ কৰিবলৈ বৰ দ্বিধাবোধ কৰিছিলোঁ । কিন্তু এইগৰাকী দেৱদূতৰ আগত চব কথাই যেন কোৱা যায় । কোনো দ্বিধা আৰু নেথাকে । ফাদাৰে তেওঁৰ গভীৰ নীলা চকুযোৰ তুলি কিছু সময় মোৰ মুখলৈ চাই থাকিল । এই দৃষ্টিয়ে মোৰ হৃদয়ৰ গভীৰতম কক্ষ স্পর্শ কৰিলে । ফাদাৰৰ এই অনন্য দৃষ্টিৰ কথা কেতিয়াও পাহৰা নেযায় । অনেক বছৰৰ পাছতো অনেক ঘটনাৰ মাজত মই ফাদাৰৰ এই দৃষ্টি যেন দেখা পাইছিলোঁ । এক ধৰণৰ যেন পোহৰ দেখা পাইছিলোঁ সেই দৃষ্টিত । এই পোহৰৰ কথা ব্যাখ্যা কৰা নেযায় ।

হঠাৎ তেওঁ বহাৰ পৰা উঠিল । কলে, আহা আমি এই বাগিচাত কিছু টহল দিওঁ ।"

দুয়ো চিৰি এটা পাৰ হৈ বাগিচাত নামিলোঁ । কিহৰ গছ আছিল সেইবোৰ ওখ ওখ ? চিলভাৰ ওক ? বনচোম নে জামু ? নাই মনত আৰু ঠিক নাই । ওখ, ভৰপূৰ গছবোৰৰ পৰা বাগৰি পৰা নিয়ৰৰ টোপাল আমাৰ দুয়োৰে গাত পৰিছিল ।' ফাদাৰৰ গাৰ পৰা অহা ভিজা মাটিৰ গোন্ধৰ দৰে এটা গোন্ধ মোৰ.নাকত লাগিছিল । ( এনে এটা গোন্ধ মই ছেন্ট মেৰিজ'ত কাম কৰোতে ছিষ্টাৰ আৰু নভিছ ( Novice ) হঁতৰ শুভ্র পোছাকতো পাইছিলোঁ ।)

মটৰ বগাবলৈ দিয়া চাঙি কিছুমান চকুত পৰিছিল । লতা জাতীয় ফুল কিছুমানো চকুত পৰিছিল । এজোপা ডাঙৰ গছৰ ওচৰত থিয় হৈ তেওঁ এইবাৰ কর্মৰ মহত্বৰ বিষয়ে কিছু কথা ক'লে । শেষত মোৰ পিঠিত হাত থৈ ক'লে ,

"ভাল কর্মৰ ফলাফল কেতিয়াও বেয়া হব নোৱাৰে এই কথা তুমি

মনত ৰাখিবা ।"

আমি দুয়ো কিছু সময় বাগিচাত ঘূৰা-ফিৰা কৰি থাকিলোঁ । মোৰ মনৰ অৱস্থা পাতল কৰিবৰ কাৰণে তেওঁ যেন চেষ্টাহে কৰিলে এনে ভাৱ হ'ল । এইবাৰ মই অন্য কথা উলিয়াই প্ৰশ্ন কৰিলোঁ ,–

"মই অহাৰ আগেয়ে আপুনি কি পঢ়ি আছিল ?"

ফাদাৰে কাণেৰে ভালদৰে শুনা নেপাইছিল । আকৌ এবাৰ চিঞৰি ক'ব লগা হ'ল । তেওঁ ক'লে ,–

"প্ৰক্ষেপ । ৰামায়ণৰ এই প্ৰক্ষেপবোৰৰ বিষয়ে চিন্তা কৰি আছিলোঁ । শুনা, এঠাইত লিখা আছে আকাশেদি ৰথ উৰি গৈছে । এনেবাৰে নক্ষত্ৰ স্পৰ্শ কৰিছে ৰথে । অথচ লিখা আছে অযোধ্যাত ধূলি উৰিছে । ইমান দূৰৈত ৰথ অথচ অযোধ্যাত ধূলি উৰা সম্ভৱ নে ? এয়া প্ৰক্ষেপ ।"

ফাদাৰৰ গৱেষণাৰ গ্ৰন্থ "ৰামকথা" প্ৰকাশ হোৱাৰ কুৰি বছৰতো অধিক কাল অতিবাহিত হৈছিল । তথাপিও তেওঁ এই সাধনাত গোটেই জীৱন মগ্ন আছিল ।

বিদায় লৈ অহাৰ সময়ত ধাৰণা হৈছিল ফাদাৰে যেন কিছু সময় তেওঁৰ ওচৰত থকাহেঁতেন ভাল পালেহেঁতেন । হঠাৎ যেন তেওঁৰ ওচৰৰ পৰা গুচি আহিলো । ঠিক এনে ধৰণৰ এটা ভাৱ তেওঁৰ মুখত বিয়পি পৰিল । কিন্তু মোৰ পাটনালৈ যোৱাৰ বাছ ধৰাৰ সময় হৈ আহিছিল । তেওঁৰ ওচৰত থকাৰ আৰু কোনো উপায় নাছিল ।

ৰাঁচীৰ পৰা পাটনালৈ যোৱা সেই অৰণ্যময় পথছোৱাত এক মুহূৰ্তৰ বাবেও ফাদাৰক পাহৰিব পৰা নাছিলোঁ । বয়স আৰু কঠোৰ সাধনাই জীৰ্ণ-শীৰ্ণ কৰি পেলোৱা দেহ আছিল । তেওঁৰ ওচৰলৈ আহোতে ভাৱ হৈছিল মই যেন এখন তীৰ্থ স্থানলৈহে আহিছিলোঁ । আৰু কিছু সময় তেওঁৰ ওচৰত থকাহেঁতেন তেওঁ ভাল পালেহেঁতেন । এনে এটা ভাৱে মনত এক ধৰণৰ কষ্ট দিছিল ।

দিল্লীৰ ৰামচৰিত মানসক লৈ পতা বিভিন্ন অনুষ্ঠানত মই আকৌ ফাদাৰক লগ পালোঁ । 'মানস চতুৰ্শতী প্ৰচাৰ পৰিষদে' ১৯৭৭ চনৰ নৱেম্বৰ মাহত পতা এক অনুষ্ঠানত ৰামচৰিত মানসৰ বিষয়ে অধ্যায়ন কৰা পণ্ডিত ড° ৰামদত্ত ভৰদ্বাজ, আৰু অহিন্দীভাষী হৈ হিন্দী ৰামায়ণৰ ওপৰত গৱেষণা চলোৱা বাবে মোকো সন্মান জনাইছিল । মই নিজে অৱশ্যে এই সন্মানৰ যোগ্য ব্যক্তি বুলি নেভাবিছিলোঁ । ৰামচৰিত মানসৰ চাৰিশ

বছৰীয়া উৎসৱৰ আন এক ভব্য সমাৰোহত ফাদাৰ বুকে আকৌ দিল্লীলৈ আহিল। ইতিমধ্যে তেওঁৰ স্বাস্থ্য ভাঙি আহিছিল। মই দৰ্শকৰ মাজত বহি আছিলোঁ। তেওঁক যথেষ্ট ক্ষীণ আৰু কুঁজা যেন দেখা গৈছিল। শুভ্ৰ পোছাকটি তেওঁৰ গাত সোলোক-ঢোলোক হৈ পৰাৰ দৰে দেখা গৈছিল।

সেইদিনা বৰ জাকজমকভাৱে সজোৱা হৈছিল কামানি অডিটৰিয়াম। দিল্লীৰ মূধাফুটা পণ্ডিতসকলৰ সৈতে তেওঁ বহি আছিল। মানুহৰ ভিৰ পাৰ হৈ তেওঁৰ ওচৰলৈ যোৱাৰ কোনো সুযোগ নাছিল। কিন্তু কথা এয়ে যে তেওঁ মোক বিচাৰি উলিয়ালে।

ফাদাৰ বুকেৰ জীৱনযোৰা সাধনা আৰু মানৱ প্ৰেমৰ কাহিনীয়ে হৃদয়ত এনে ধৰণে ৰেখাপাত কৰিছিল যে, যেতিয়াই তেওঁৰ ওচৰত থিয় হৈছিলোঁ তেতিয়াই দুয়ো নয়ন ভৰি আহিছিল। মনে মনে সঙ্কল্প কৰিছিলোঁ এইগৰাকী সন্ন্যাসীৰ সান্নিধ্যত থকাকৈ বাঁচীলৈ কিছুদিনৰ কাৰণে যাম। মোৰ এই আশা পূৰণ নহল। ১৯৮২ চনৰ সোতৰ আগষ্টৰ দিনা ৰামভক্ত বেলজিয়ামৰ ঋষিয়ে তেওঁৰ নশ্বৰ দেহ ত্যাগ কৰি এই পৃথিৱীৰ পৰা আঁতৰি গ'ল।

তেওঁৰ ফিউনাৰেল ছাৰ্ভিছ ছাক্ৰেড হাৰ্ট কেথাড্ৰেলত সমাপ্তি হোৱাৰ পাছত নিকলচন চেমিট্ৰিত তেওঁক সমাধি দিয়া হল। চিপাহী বিদ্ৰোহত দিল্লীৰ যুদ্ধক্ষেত্ৰত মৃত্যুবৰণ কৰা চাৰিজন লেফটেনান্ট মাউন্ট, ষ্টিভেন, পগচন, ৱেব আৰু একচল্লিশজন সৈনিকৰ স্মৃতিত সজা হৈছিল এই নিকলচন চেমিট্ৰিত।

ফাদাৰক সমাধি দিয়াৰ তিনি ঘন্টাৰ পাচত মই নিকলচন চেমিট্ৰিত উপস্থিত হৈছিলোঁ। সমাধি দিবলৈ অহা মানুহবোৰ গৈ ইতিমধ্যে সাং হৈছিল। ফাদাৰৰ সমাধিৰ ওচৰত কিছুসময় অকলশৰে থাকিব বিচাৰিছিলোঁ। আগদিনা বৰষুণ দিছিল। ফুলৰ মালা আৰু ফুলৰ পাহি সমাধিৰ ওপৰত সিঁচৰতি হৈ পৰি আছিল। সমাধিৰ মাটি আঁতৰাই ফাদাৰক চাবলৈ মোৰ মনে হাঁহাকাৰ কৰি উঠিল। মাটিত মূৰ থৈ মই তেওঁক প্ৰণাম কৰিলোঁ। ফাদাৰ মোৰ ভাৱনাৰ এটি অঙ্গ হৈ পৰিছিল। শৰীৰৰ এটি অঙ্গ কাটি পেলোৱাৰ দৰে যন্ত্ৰণা হৈছিল।

দিল্লীৰ আটাইতকৈ প্ৰাচীন এই নিকলচন চেমিট্ৰি। ল্যাফটেনান্ট চাৰিজনৰ স্মৃতিত সজা হৈছিল যদিও চিপাহী বিদ্ৰোহত নিহত জেনেৰেল নিকলচনৰ নামেৰে এই চেমিট্ৰিৰ নামকৰণ কৰা হৈছিল। ফাদাৰ বুকেৰ

সৈতে চেমিট্ৰিত শুই থকা জেনেৰেল নিকলচনৰ সমাধিৰ ওপৰত এশ পঁচিশ বছৰৰ আগেয়ে লিখা আখৰ সমূহ এতিয়াও স্পষ্ট হৈ আছে। মই পঢ়িলো,– " Brigadier General John Nicholson, who led the assault of Delhi, but fell in the house of victory, mortally wounded and died on 23rd September 1857 aged 35." ফাদাৰৰ সৈতে একোটা শাৰীতে সৌৱা ফিলিপ ডলফিন শুই আছে, চিলভেষ্টান হেনৰী স্কট শুই আছে, পুৰণা ভুজপত্ৰৰ বৰণ লোৱা কবৰত স্পষ্ট হৈ জিলিকি আছে ধৰ্ম গ্ৰন্থৰ সেই অমোঘ পংক্তি " thy will be done" শুনিলো ফাদাৰৰ শৰীৰত মাটি ঢলাৰ সময়ত ছাক্ৰেড হাৰ্ট চাৰ্চে হেনো বাইবেলৰ বিখ্যাত পংক্তিটি গাইছিল।

"আমাৰ স্বৰ্গস্থ পিতা, তোমাৰ নাম পৱিত্ৰ বুলি মান্য হওক,
তোমাৰ ৰাজ্য আহক, তোমাৰ
ইচ্ছা স্বৰ্গত যেনেকুৱা
পৃথিৱীতো তেনেদৰেই সিদ্ধ হওক"

কিন্তু ফাদাৰৰ সমাধিত কি লিখিব জেসুইট পুৰুহিতসকলে ? তেওঁৰ ভাৰত প্ৰেমৰ কথা ? এয়া তেওঁৰ ওচৰত শুই থকা এলিজাবেথৰ সমাধিতো আছে ভাৰত প্ৰীতিৰ কথা ?

চেমিট্ৰিৰ দুৱাৰমুখত থকা অসমৰ গাঁৱৰ বাটঘৰৰ দৰে লগা কাঠৰ পৰ্টিকত থিয় হৈ আকৌ এবাৰ মই কবৰস্থানলৈ উভতি চালোঁ। বনৰীয়া লতা, নিমগছ আৰু গুলমোহৰে আৱৰি আছে সমাধিসমূহ, ঘন জংঘলে প্ৰাচীন কবৰসমূহক অন্ধকাৰৰ গৰ্ভত ৰহস্যময়ভাৱে লুকুৱাইহে যেন ৰাখিছে। এই ভৰপূৰ জংঘলৰ পৰা দুই এটা ক্ৰছ চিহ্নই মূৰ দাঙি উঠিছে। এই ক্ৰছ চিহ্নৰ কাষত বনৰীয়া লতা ওলমি আছে। এৰা কি লিখিব জেসুইট পুৰুহিতসকলে ফাদাৰৰ সমাধিৰ ওপৰত ? তেওঁ এবাৰ কৈছিল "এই সংসাৰে পুৰুষোত্তম শ্ৰীৰামচন্দ্ৰৰ চৰিত্ৰৰ পৰাই ধীৰতা, বীৰতা আৰু কৰ্ত্তব্য নিষ্ঠাৰ প্ৰেৰণা লাভ কৰিব পাৰে। বাইবেল মোৰ ধৰ্মগ্ৰন্থ, কিন্তু ৰামচৰিত মানস মোৰ বাবে এক যাদু।" তেতিয়া হলে কি লিখিব জেসুইট পুৰুহিতসকলে ? এই মুহূৰ্তত মোৰ মনত পৰিল ৰামচৰিত মানসৰ এটা পংক্তি –

" তা তেঁ তন মোহি প্ৰিয়
ভয়ত ৰামপদ লেহ।

নিজ প্ৰভূ দৰসন পায়উ গয়উ
সকল সন্দেহ ।"

"মোৰ এই নশ্বৰ দেহে ৰামৰ চৰণৰ ভক্তি পাইছিল কাৰণেই দেহ মোৰ প্ৰিয় আছিল । মই মোৰ প্ৰভূৰ দৰ্শন পাইছো । এতিয়া স সন্দেহ দূৰ হৈ গৈছে ।" ০০০

[ মোৰ পিতা স্বৰ্গীয় উমাকান্ত গোস্বামী এগৰাকী অসাধাৰণ ব্যক্তি আছিল। বৃটিছ্ চৰকাৰৰপৰা তেওঁ "কৰনেশ্বন ক'মেমৰেটিভ মেদেল" আৰু আন আন পদকো লাভ কৰিছিল। ১৯১৪ চনতে কলিকতা বিশ্ববিদ্যালয়ৰ তলত হোৱা মেট্ৰিকুলেশ্বন পৰীক্ষাত অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ দত্তদেৱ গোস্বামী সোণৰ পদক, খগেন্দ্ৰ নাৰায়ণ সোণৰ পদক, হেমধৰ বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱা ৰূপৰ পদকো লাভ কৰিছিল। ১৯১৮ চনত আই. এ. পৰীক্ষাত অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ ডিপাৰু মেধী পদক লাভ কৰিছিল। ১৯১৮ চনৰ বি-এ পৰীক্ষাত তেওঁ স্নাতকোত্তৰ বৃত্তি লাভ কৰিছিল। ১৯২০ চনত যেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ তলত বঙ্গ, বিহাৰ, উৰিষ্যা আছিল আৰু যি সময়ত এই বিশ্ববিদ্যালয়ৰ খ্যাতি চাৰিওফালে বিয়পি পৰিছিল – সেই সময়তে অৰ্থনীতিত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ তেওঁ অকল স্বৰ্ণ পদকেই নহয়, এই বৃহৎ বিশ্ববিদ্যালয়ৰ সম্মানীয় "বিশ্ববিদ্যালয়" পুৰস্কাৰো লাভ কৰিছিল। ১৯৯০ চনত প্ৰকাশ পোৱা তেওঁৰ স্মৃতিগ্ৰন্থখনত তেওঁৰ সহকৰ্মী, প্ৰাক্তন শিক্ষাধিকাৰ শ্ৰীগোপাল শৰ্মা বৰুৱাদেৱে লেখিছিল – "আগষ্ট মাহত জানিলোঁ ব্ৰাউন চাহাব ( আৰ্থাৰ ব্ৰাউন, কটন কলেজৰ অধ্যক্ষ আছিল ) পিছৰ মাহতেই অৱসৰলৈ বিলাতলৈ ঘূৰি যাব আৰু তেওঁৰ ঠাইত আহিব ছিলেটৰ মুৰাৰি চান্দ কলেজৰ অধ্যাপক, অসমীয়া মানুহ উমাকান্ত গোস্বামী। সোণৰ পদক পোৱা প্ৰথম শ্ৰেণীৰ এম. এ. আৰু শুনিলোঁ যে তেতিয়াৰ বৃহৎ অসমৰ বিভাগীয় মুৰব্বী অধ্যাপক প্ৰথম অসমীয়া মানুহ অধ্যাপক গোস্বামীয়েই হ'ব। আমি জনাত তেতিয়ালৈকে ভাৰতৰ সৰ্বশ্ৰেষ্ঠ আৰু সৰ্ববৃহৎ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা

আৰু দুজন হে অসমীয়া মানুহ আছিল। তেওঁলোক আছিল অধ্যাপক বাণীকান্ত কাকতি আৰু ৰাধা দাস। সোণৰ পদক পোৱা আছিল অকল অধ্যাপক গোস্বামীয়েই। এনে এজনক আমাৰ অধ্যাপক পাম বুলি জানি আমি যে কিমান উৎফুল্ল হৈছিলোঁ।"

( উমাকান্ত গোস্বামীদেৱ, স্মৃতিগ্ৰন্থ – পৃষ্ঠা ৩১৭ )

পিতাই কিছুদিন চিলেটৰ মুৰাৰি চাঁদ কলেজত ( বৰ্তমান বাংলা দেশত ) অধ্যাপনা কৰিছিল। ১৯৩৩ চনত কটন কলেজলৈ আহি অৰ্থনীতিৰ মুৰব্বী অধ্যাপক হৈছিল। ১৯৪৯ চনত তেওঁ কটন কলেজৰ অধ্যক্ষ হয়। ১৯৫২ চনত তেওঁ অবিভক্ত অসমৰ শিক্ষাধিকাৰ হয়। অসমৰ অৰ্থনীতিৰ বিষয়ে জনাবলৈ তেওঁ চাইমন কমিশ্বনলৈ অসমৰ হৈ প্ৰতিনিধিত্বও কৰিছিল। নিজৰ সত্ৰ আমৰঙাৰ উন্নতিৰ বাবে তেওঁ যত্ন কৰিছিল। তেওঁৰ ভ্ৰাতৃ চন্দ্ৰকান্ত গোস্বামীদেৱৰ সৈতে মিলি সত্ৰৰ স্কুল, চিকিৎসালয় ইত্যাদিৰ বাবে মাটি-বাৰী দান কৰিছিল।

মই মোৰ পিতাক শৈশৱতহে লগ পাইছিলোঁ। এক আড়ম্বৰহীন আৰু সৎ জীৱনৰ শিক্ষা দিবলৈ তেওঁ চেষ্টা কৰিছিল। আচৰিত কথা এয়ে যে তেওঁ লাভ কৰা পদকবোৰৰ বিষয়ে কোনো দিনে তেওঁ কোনো কথা প্ৰকাশ নকৰিছিল। বৃটিছ চৰকাৰে শিক্ষাৰ বাবে দিয়া সম্মানীয় পদকবোৰ মই তেওঁৰ মৃত্যুৰ ত্ৰিশ বছৰ পাছতহে দেখা পাইছিলোঁ। ]

মোৰ পিতা শিক্ষাবিদ উমাকান্ত গোস্বামীদেৱে শৈশৱত মোক কেনে ধৰণে অভিভূত কৰি ৰাখিছিল এই কথা মোৰ স্মৃতিগ্ৰন্থ "আধা লেখা দস্তাবেজ"ত কিছু লেখিছিলোঁ। পিছলৈ জীৱনৰ কিছুমান দুৰ্যোগপূৰ্ণ দিনত পিতাই স্কুলীয়া ছাত্ৰ অৱস্থাত থাকোঁতে লিখা 'দিনপঞ্জীয়ে' কেনে ধৰণে মনলৈ এক ঐশ্বৰিক শক্তি আনি দিছিল সেই কথা কাগজ কলমেৰে ঠিক প্ৰকাশ কৰিব নোৱাৰি।

পিতাৰ 'দিনপঞ্জী' পঢ়িলে ভাব হয় সেই কোমল বয়সতে তেওঁ এক আধ্যাত্মিক জগতত বিচৰণ কৰিছিল। তেওঁৰ দৃষ্টিত দৃশ্য আৰু অদৃশ্য দুয়োখন জগত উন্মুক্ত হৈ উঠিছিল।

১৯১৩ চনত কলেজিয়েট স্কুলত পঢ়াৰ সময়ত পিতাই অজস্ৰ কিতাপ পঢ়িছিল। এইবোৰৰ ভিতৰত এইডছ অফ থিংকিং ( Aids of thinking ), ইউনিভাৰ্চাল ৱৰচিপ ( Universal worship ) কৰ্ম্মযোগ, ৰিদিল অৱ লাইফ ( Riddle of Life ), অমৰ চন্দ্ৰিকা,

পানিনিসাৰ ইত্যাদি অনেক গ্ৰন্থৰ নাম তেওঁৰ দিনপঞ্জীত পোৱা যায়।

'কাৰ্জন হল' পুথিভঁড়ালৰ লগত পিতাৰ অভিন্ন সম্বন্ধ আছিল। ১৯০০ চনত অসমলৈ অহা লৰ্ড কাৰ্জনৰ স্মৃতি যুগমীয়া কৰিবলৈ স্জা হৈছিল এই পুথিভঁড়াল। কাৰ্জন অহা উৎসৱত ৰাহি হোৱা টকাখিনি আভচ্ কাজীত হে পুৰি শেষ কৰাৰ কথা আছিল। কিন্তু অৰ্ভ্যথনা কমিতিৰ সভাপতি স্বৰ্গীয় মানিক চন্দ্ৰ বৰুৱাইহে এই প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল। এই কথা মই দৈনিক কাগজ এখনত পঢ়িছিলোঁ। এই পুথিভঁড়ালটো পিতাৰ 'দিনপঞ্জী'ৰ অনেক পৃষ্ঠাত মহা আড়ম্বৰেৰে বহি আছে। ভাব হয় স্কুলৰ বাহিৰেও অনেক সময় তেওঁ এই পুথিভঁড়ালতেই অতিবাহিত কৰিছিল। পিতাৰ বৰ্ণনাবোৰৰপৰা ধাৰণা হয় এই কাৰ্জন হলতেই সেই সময়ৰ গুৱাহাটীৰ সকলো সৰু ডাঙৰ অনুষ্ঠান সংঘটিত হৈছিল। পিতাই লিখা মতে দহ জুন ১৯১৩ চনত ৰাধিকা বাবুই তেওঁৰ বেদান্ত মিশ্যন লাইব্ৰেৰী ভাঙি নিজৰ সমস্ত কিতাপ কাৰ্জন হলক দান দিছিল। সাত জুন ১৯১৩ চনত এই কাৰ্জন হলতেই কবি "দ্বিজেন্দ্ৰলাল ৰয়ৰ সম্বৰ্দ্ধনা সভাৰ আয়োজন হৈছিল। তাত কামাখ্যা বাগচিয়ে গীত গাইছিল, প্ৰবোধ লাহিড়ীয়ে দ্বিজেন্দ্ৰলাল ৰয়ৰ জীৱনী সম্বন্ধে সুন্দৰ ৰচনা শুনাইছিল। আশুবাবু সভাপতি আছিল বুলিও উল্লেখ কৰা আছে। এঘাৰ জুন ১৯১৩ চনত পিতাই ভৃগু নামৰ ছাত্ৰ বন্ধুটিৰ মুখে এফ, এ, পৰীক্ষাত স্বৰ্গীয় বাণীকান্ত কাকতীদেৱে ইউনিভাৰ্ছিটিৰ ভিতৰত প্ৰথম হোৱা বুলি শুনি অতিশয় আনন্দিত হোৱাৰ কথা উল্লেখ কৰা আছে। ১৯১৩ চনৰ ২৮ জুনৰ দিনা কাৰ্জন হলতে কাকতীৰ বাবে অভ্যৰ্থনা সভা পতাৰ কথা উল্লেখ আছে। এই সভাত প্ৰবোধ সান্যাল, আশুবাবু, চন্দ্ৰকান্ত শৰ্মা, আগৰৱালা আদিয়ে বক্তৃতা দিছিল। কাকতীদেৱক মালা পিন্ধোৱা, গান বাজনা কৰা ইত্যাদি কথাবোৰ সুন্দৰ উল্লেখ আছে। কাকতীদেৱৰ এনে সন্মান দেখি পিতাই মনত বৰ আনন্দ পোৱাৰ কথাও উল্লেখ কৰা আছে। আন এঠাইত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ স্মৃতি সভাও কাৰ্জন হলত হোৱাৰ কথা উল্লেখ আছে। সেই সময়ত কলেজিয়েট স্কুলত অসমীয়া আৰু বঙালী ছাত্ৰৰ ভিৰ আছিল। তেওঁলোকৰ মাজত এক ধৰণৰ বিচিত্ৰ সম্বন্ধ আছিল। স্কুলৰ উৎসৱসমূহতো অসমীয়া আৰু বঙালী দুয়ো দলেই নিজৰ নিজৰ নাটক কৰিছিল।

পিতাই ষোল্ল জানুৱাৰী ১৯১৩ চনত লিখিছিল –

"আজি আধাৰাতি মানৰ পৰা জ্বৰ এৰে। পুৰা মুঠেই জ্বৰ নাই ;

বৰ দুৰ্বল লাগে। কেইটামান ভাত খাই স্কুলক যাওঁ। প্ৰথম দুই ঘন্টা থাকি বিদায় লৈ শুছি আহোঁ। আহি শুই থাকোঁ। এনেতে 'Rehersal' কৰিবলৈ সকলো আহি পায়। বঙ্গালীবিলাকে দলে আহুনাৰ কমত, অসমীয়াবিলাকে ( কালি মদন বাবুই তেওঁৰ কমত 'Rehersal' কৰা বাবে বৰ খং কৰিছিল, কিন্তু আজি নিজে মাতি নিয়াত ) হলতে rehersal কৰে। বঙ্গালীবিলাকৰ ভগৱতী ও শৰদিন্দুই বৰ সুন্দৰ act কৰে। মই বঙ্গালী rehersal টো আগ গোড়া চাওঁ ; অসমীয়া থিয়েটাৰতকৈ বঙ্গালী থিয়েটাৰ বহুত গুণে ভাল হ'ব বুলি বিশ্বাস হয়। ------ বোৰ্ডিঙৰ চাৰিওপিনে গান harmonium আদিৰ কোঢ়াল লাগি পৰে। ---- আজি গধুলি স্কুললৈ আহা ম্যাজিক চাব যাওঁ।"

কুৰি জানুৱাৰী ১৯১৩ চনত তেওঁ লেখিছিল –

"আজি পুৱা ৬৷৷০ বজাত উঠি প্ৰাতঃকৃত্য কৰি আহি 'অমৰ'ত প্ৰবেশিকা পঢ়ি পাচত বজাৰৰপৰা আহি Lambs tale পঢ়ি গাধুব যাওঁ। ---- আজি স্কুলৰপৰা ১৷৷ বজাত আহোঁ। বঙ্গালী আৰু অসমীয়া ল'ৰাবিলাকৰ মাজত মনান্তৰ বেছি হোৱাত আৰু বিশেষকৈ বঙ্গালীবোৰে অসমীয়াবিলাকক অপমানজনক ব্যৱহাৰ কৰাত সকলো অসমীয়া ল'ৰাই জুম বান্ধি থিয়েটাৰ নেচাবৰ থিৰ কৰে। কিন্তু ভগৱতী বাবু আদিয়ে অতি সবিনয়ে ক্ষমা প্ৰাৰ্থনা কৰাত আৰু অসমীয়া মাষ্টৰ কেইজনেও যাব বোলাত সকলোৱে চাব যায়। থিয়েটাৰ বৰ সুন্দৰ হয়।"

বঙালী শিক্ষকসকলৰ প্ৰতিও পিতাৰ মনত যে অসীম শ্ৰদ্ধা আছিল, এই কথা কেইবা ঠাইতো স্পষ্ট হৈ আছে।

স্কুলত হোৱা যাত্ৰা আৰু থিয়েটাৰৰ কথা ডায়েৰীৰ অনেক ঠাইত বৰ্ণনা কৰা আছে। 'গদাধৰ' নামৰ যাত্ৰা এখন সেই সময়ত জনপ্ৰিয় আছিল যেন ভাব হয়। তেওঁ একধৰণৰ Social gathering চাব যোৱাৰ কথাও কেইবা ঠাইতো উল্লেখ কৰিছে।

উদাহৰণ স্বৰূপে ১৯১৩ চনৰ ফেব্ৰুৱাৰী মাহৰ এক তাৰিখে তেওঁ লেখিছে ,

"------ গোৱিন্দ বাবুৰ লগত ইয়াত universal worship পঢ়ি social gathering চাব যাওঁ। "Leader caught in his own trap," "pantomine" আৰু ধকৰা মহাজনৰ দৃশ্য দেখুৱায়। এটা গ্ৰামোফন আৰু এক পাৰ্টি 'band party' ও আনে। দেউৰ পিতাক

আহে। বহুত মানুহ নাহে, বৰ সুশৃংখলভাৱে গাঁওলীয়া ভদ্রলোকসকলৰ অভ্যৰ্থনা নহয়। পাছুত Professor Nag আহি Magic দেখুৱাব ধৰে।"

স্কুলত সৰস্বতী পূজা বৰ ধামধুমকৈ হোৱা আৰু এই উৎসৱত থিয়েটাৰ কৰাৰ কথা অনেক ঠাইত উল্লেখ আছে। হেডমাষ্টৰে যে এই উৎসৱত gymnastic কৰিবলৈও উৎসাহিত কৰিছিল এই কথাবো উল্লেখ আছে। stage কৰা, গেট বন্ধা, বিভিন্ন সাজ-পোছাক পিন্ধা ইত্যাদিৰ বৰ বিচিত্র বৰ্ণনা পিতাই দিছে। খোৱা লোৱাৰ পয়োভৰো হৈছিল। লুচি, সন্দেশ সকলোৱে পেট ভৰাই খাব পাৰিছিল। পূজাৰ পিচদিনা সৰু সৰু ল'ৰা-ছোৱালীয়ে হেৰোৱা বস্তু পাই বুলি পিতপিতাই ফুৰিছিল।

এই দিনপঞ্জীৰ মাজত স্পষ্ট হৈ আছে ছাত্র অৱস্থাৰ এক অনুপম চিত্র।

সঙ্গীত আৰু ফুটবল খেলি তেওঁ বৰ ভাল পাইছিল। জনাৰ্দ্দন আৰু শুক্লেশ্বৰৰ মনোৰম প্ৰকৃতিৰ সৌন্দৰ্য্যৰ মাজত বহি গান গোৱাৰ কথা দিনপঞ্জীৰ অনেক স্থানত উল্লিখিত আছে।

ফুলবল পিতাৰ বৰ প্ৰিয় খেল আছিল। গুৱাহাটীৰ জৰ্জফিল্ডতে তেওঁলোকে ফুটবল খেলিছিল। অসমীয়া ছাত্র, বঙালী ছাত্র সকলোৱে মিলিজুলি খেলিছিল। পিতাই বেডমিন্টন খেলিও বৰ ভাল পোৱাৰ কথা উল্লিখিত আছে। পিতাৰ. দিনপঞ্জীৰ পাতত এইদৰে খেলৰ কাহিনী পঢ়ি মই বৰ ৰস পাইছিলোঁ। ৰস পাইছিলোঁ এই বাবেই যে পিতাই যে কেতিয়াবা কিবা খেল খেলিব পাৰে এই কথা মই একেবাৰে কল্পনা কৰিব নোৱাৰিছিলোঁ। সোতৰ মাৰ্চ ১৯১৩ চনৰ সোমবাৰৰ 'দিনপঞ্জী'ত ব্ৰাহ্মণ আৰু শূদ্ৰৰ ভিতৰত হোৱা খেল এখনৰ কথা বৰ্ণনা কৰি লেখিছিল। ---- "আজি ব্ৰাহ্মণ ও শূদ্ৰৰ মাজত মেচ হয়। আমি এক গোল দিওঁ, আজি মোৰ হকী stick ভাঙ্গে। আহি জনাৰ্দ্দনত গান গাওঁ ---" ইত্যাদি। হকীবলৰ দাম যে এক টকা ছয় অনা আছিল এই কথাও দিনপঞ্জীৰপৰা গম পাওঁ।

সেই সময়ত গুৱাহাটীৰ এই স্কুলত ছাত্রসকলে সাহিত্য চৰ্চ্চা, নৈতিক শিক্ষা ইত্যাদিতো মনোযোগ দিছিল।

ফেব্ৰুৱাৰীৰ ষোল্ল তাৰিখ ১৯১৩ চনত তেওঁ লেখিছিল –,

" ---- আজি ১২॥০ মান বজাত আমি এখন মিটিং পাতোঁ। তাত

সুনীতি সঞ্চাৰিণী সভা নাম গুছাই 'associating club' বা 'মিলন' নাম দিয়া হয়। এখনকৈ মাহিলী কাকত ও মিটিঙৰ লগত মেলাবো বন্দোবস্ত কৰি admission fee আদি লোৱাৰ নিয়ম কৰা হয়। মোক editor, আনন্দিক assistant editor, বংশীক captain আৰু ৰমাক field captain পতা হয়। আজি গোটেই দিনটো বৰষুণতে যায়। গধূলি গোবিন্দ বাবুৰ লগত ভৰলুমুখৰপৰা ফুৰি আহি জনাৰ্দ্দনত গান গাওঁ। ৰাতি খিচিৰি খাওঁ। ১১-০০ বজাত শুই থাকোঁ।"

এবাৰ ছাত্ৰসকলে সেই সময়ৰ ডিষ্ট্ৰিক কমিচনাৰ বগা চাহাবক কেনেদৰে জোকাই ৰং চাইছিল, তাৰো এক সুন্দৰ বৰ্ণনা আছে। ডি,চি, গৰাকীক শিলগুটি দলিয়াই জোকোৱা এই ছাত্ৰসকলক প্ৰধান শিক্ষকে শাস্তি দিব খুজিছিল, আৰু লক্ষ্মী বাবুৱে কেনেদৰে ৰক্ষা কৰিছিল তাৰো বৰ্ণনা 'দিনপঞ্জী'ত দিয়া আছে। স্কুলত পঢ়ি থকাৰ সময়তো পিতাৰ মনত নিজৰ সত্ৰৰ প্ৰতি থকা অনন্য টানৰ কথা বৰ স্পষ্টকৈ জানিব পৰা যায়। কিছুমান বৰ সৰুসুৰা কথাকে তেওঁ বৰ মনোমোহাকৈ লিখি থৈ গৈছে। এই 'দিনপঞ্জী'ৰপৰাই গম পোৱা যায়, সেই সময়ত আমৰঙা অৰ্থাৎ পিতাৰ সত্ৰত বাঘৰ বৰ প্ৰকোপ আছিল। মাউত আদিয়ে সত্ৰত মৰা বাঘৰ ছাল পিতা থকা ছাত্ৰাবাসলৈকে দেখুৱাবলৈ লৈ আহিছিল। দুই এঠাইত এই ছাল বগা চাহাবহঁতে কিনি লোৱাৰ কথাও বৰ্ণনা কৰা আছে। আমাৰ হাতীৰ মাউতে এই বাঘৰ ছালবোৰ আনি গুৱাহাটীৰ কাছাৰিত বিক্ৰী কৰিছিল। ৩০ জানুৱাৰী ১৯১৩ চনত বৰ্ণনা কৰা মতে সত্ৰতে মৰা বাঘৰ ছাল দুখন মাত্ৰ পোন্ধৰ টকাতে বিক্ৰী কৰাৰ কথা উল্লেখ কৰা আছে। পিতাই কেইবা ঠাইতো উল্লেখ কৰিছিল যে ভৰলুৰ ওচৰত অৰ্থাৎ কামাখ্যাৰ তেনেই কাষত অটব্য অৰণ্য আছিল। আবেলি সেইপিনে ফুৰিবলৈ যাওঁতে তেওঁ কেইবাবাৰো বাঘ দেখা পাই পলাই আহিব লগীয়া হৈছিল।

গাঁৱত বছৰেকীয়া সভাখন বৰ জাকজমকভাৱে হৈছিল। পিতাক নিবলৈ সত্ৰৰপৰা হাতী পঠিয়াইছিল। ৰাইজে ঘৰত চানি দিবলৈ আহিছিল। ৰাইজক সান্দহ খুউওৱা 'খোলা' খন বৰ ডাঙৰ কৰা হৈছিল। সভাৰ 'চানি' ইত্যাদি দিবলৈ তালুকদাৰ পাৰা ইত্যাদি গাঁৱৰ ৰাইজ উঠি আহিছিল।

বছৰেকীয়া এই উৎসৱত হিলৈ ইত্যাদি নিজৰ ঘৰতে তৈয়াৰ কৰা হৈছিল। ১৯১৩ চনৰ মাৰ্চ মাহৰ পাঁচ তাৰিখে পিতাই লিখিছিল –,

– "আজি পুৱা ৭ বজামানত উঠি মুখ হাত ধুই চৰাত বহি থাকোঁতে আতাই হিলৈৰ কাৰবাৰ কৰিবৰ নিমিত্তে কিছুমান বাহঁকাৰ ঠানি আনি পুৰায়। পাছত খুৰা আহুনাই সহিতে গন্ধক ও সোৰা আদি বটি বাখাৰ তৈয়াৰ কৰে। আতাই এইদৰে খুচুৰা কামবিলাক কৰি থকা দেখি আচৰিত হওঁ।"

অনেক ঘৰতে যৰক্ষাৰ তৈয়াৰ কৰাৰ প্ৰমাণ পিতাৰ দিনপঞ্জীৰপৰা পোৱা যায়।

পিতাৰ লগত তেওঁৰ ককাকৰ কেনে ধৰণৰ গভীৰ সম্বন্ধ আছিল সেই কথাৰ বৰ স্পষ্ট প্ৰমাণ পোৱা যায়। ভাৱ হয় ককাকে তেওঁক লৈ অনেক সপোন দেখিছিল। গৌৰৱো কৰিছিল।

গাঁৱৰ ঘৰৰপৰা পিতাক নিয়া মেলা কৰিবলৈ প্ৰায়ে হাতী পঠিয়াইছিল। ১৯১৩ চনৰ এক মাৰ্চৰ বৰ্ণনাত কেনেদৰে এটা হাতীৰ পিঠিত পিতাৰ খুৰাক, বন্ধু সূৰ্য্য ঠাকুৰ আৰু ৰমাই ঠেচাঁ-ঠেচিকৈ বহি গৈছিল এই কথাৰ বৰ্ণনা দিয়া আছিল। গাঁৱৰপৰা অহা হাতীৰ আপডাল পিতাই নিজেই কৰিছিল। ছাত্ৰাবাসৰ ওচৰত থকা বৰ গছৰ ঠানি কাটি দিছিল। কল গছো আনি খুৱাইছিল।

সেই সময়ত গুৱাহাটী চহৰৰ ভিতৰলৈ হাতী অনা আৰু বিশেষকৈ ৰাতি হাতী অনা নিয়া কৰা ক্ষেত্ৰত কিছু বাধা আছিল যেন ধাৰণা হয়। ১৯১৩ চনৰ দহ মে'ত তেওঁ লেখিছিল – "ৰাতি ১১ বজামানত ঘৰ বুলি যাওঁ। ৰাতি হাতীটোৱে অলপ দাতি কৰে। খুব লাহে লাহে যায়। বাটত গাদী সোলোকাত দুবাৰ মান নামি বান্ধো। চহৰত ৰাতি হাতী অনাত তকন ফুকনে বেয়া পোৱা বুলি পেহাৰ মুখে শুনো।" কোনো কোনো স্থানত এগৰাকী অধিকাৰে আন এগৰাকী অধিকাৰৰ হাতী চিকাৰ ইত্যাদিৰ বাবে ধাৰলৈ লোৱাৰ কথাও পিতাৰ, 'দিনপঞ্জী'ৰপৰা গম পোৱা যায়। হাতী লৈ চিকাৰলৈ যোৱাৰো অনেক বৰ্ণনা পোৱা যায়। দক্ষিণ পাৰৰ গোসাঁইসকলৰ ঘৰত হাতী এক গৌৰৱৰ বস্তু আছিল।

পিতাৰ দিনপঞ্জীৰপৰা জনা যায় সেই সময়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবে ব্ৰহ্মপুত্ৰ নদীখনো এক অভিন্ন অঙ্গৰ দৰে আছিল। এই নদীৰ বালিত ছাত্ৰসকলে খেলিছিল। কেতিয়াবা ভোজভাত খাব গৈছিল।

১৯১৩ চনৰ জুন মাহৰ এক তাৰিখে লেখা এটা বৰ্ণনা হৃদয় স্পৰ্শ কৰা আছিল। "আজি পুৱা ৫ বজাত উঠি মুখ হাত ধুই ফুৰি আহি

Hero worship পঢ়ি পাচত প্ৰবেশিকা ও অনুবাদ পঢ়ি পাক কৰিব যাওঁ। ১২॥ বজা মানত ভাত খাই উঠোঁ। আজি নদীৰ মাজেদি এটা বাঁহৰ ভুৰত এজন মানুহ উটি চিয়ঁৰি যোৱা দেখি উত্তৰ পাৰৰপৰা দুখন মান আৰু ইয়াৰপৰা জাহাজৰ জালি বোটখন লৈ মনা আহুনা যায়। ভুৰত ৭ জন মানুহ আহিছিল বোলে, কিন্তু মাজতে ভুৰখন দুই খণ্ড হৈ বাকী ৬ জন তাত উটি যায়। ---- ইত্যাদি।"

ব্ৰহ্মপুত্ৰৰ দৰে কামাখ্যা মন্দিৰৰো অনেক বৰ্ণনা পিতাৰ দিনপঞ্জীত পোৱা যায়। বিভিন্ন পূজাৰ বাবে আগবঢ়োৱা বলি বিধানৰ বৰ্ণনা পোৱা যায়। স্বৰ্গীয় কে, চি, বৰুৱাই পতা কামাখ্যাৰ ওচৰৰ এক আশ্ৰমলৈ পিতাই প্ৰায়ে অহা-যোৱা কৰিছিল।

দিনপঞ্জীৰ অনেক পৃষ্ঠাত পিতাৰ নিৰ্মল চৰিত্ৰ স্পষ্ট হৈ উঠিছে। স্কুলত পঢ়ি থকা ছাত্ৰৰ এনে সংযমৰ কাহিনী বৰ বিৰল।

১৯১৩ চনৰ জানুৱাৰী মাহৰ তেৰ তাৰিখে দুজন অভিভাৱকে তেওঁক নিজৰ ল'ৰা দুটাক চকু ৰাখিব কওঁতে তেওঁ লেখিছিল –,

– " ----- ৰাজি মৌজাদাৰে তেওঁৰ অশ্বিনী আৰু খগেন্দ্ৰক থবলৈ Seat ঠিক কৰি যায়। ----- গধূলি অশ্বিনী আৰু খগেন্দ্ৰই বিছনা আদি ঠিক কৰি আহিল। মৌজাদাৰে মোক বৰ আগ্ৰহ কৰি চকু ৰাখিব অনুৰোধ কৰে। খৰচ আদি মোৰ হাততেই দি যায়। হে দয়াময় মই যেন সদায় সিহঁতক সৰু ভাইৰ নিচিনা দেখি তেওঁৰ অনুৰোধ পালি মোৰ কৰ্তব্য পালন কৰিব পাৰোঁ ------ ।"

আন এঠাইত এটা ঘৰুৱা কন্দলৰ কথা উল্লেখ কৰি শেষত লেখিছিল–, "মই যদি নিজৰ প্ৰাণ উৎসৰ্গা কৰিও এই গৃহ বিবাদৰ ওৰ পেলাব পাৰিলোহেঁতেন তথাপি তাত আনন্দে প্ৰস্তুত হলোহেঁতেন।"

পিতাৰ এই অনন্য দিনপঞ্জীৰ মাজত তেওঁৰ নিৰ্মল চৰিত্ৰ যেনেদৰে প্ৰকাশ পাইছে তেনেদৰে সেই সময়ৰ দক্ষিণ কামৰূপৰ সামাজিক অৱস্থাৰ ছবিও অতি মনোৰম হৈ প্ৰকাশ পাইছে।

## – দুই –

### প্ৰখ্যাত অধ্যাপক আৰ্থাৰ ব্ৰাউনে দিয়া চিঠিসমূহঃ

বৃটিছ পণ্ডিত, বিষয়া ইত্যাদিৰ লগত কিছুমান ভাৰতীয়লোকৰ অতুলনীয় বন্ধুত্ব আৰু সহৃদয়তা থকাৰ প্ৰমাণ অনেক আছে।

অনেক ভাৰতীয় পণ্ডিতে বৃটিছ্ শাসনক যে অতি উচ্চত স্থান দিছিল তাৰো অজস্ৰ প্ৰমাণ আছে। পণ্ডিত পৰমানন্দ পাণ্ডে কবিৰাজৰ "শ্ৰীজয়োহ প্ৰশস্তি" বা " A panegyric to, His Majesty king George V and Emperor of Indra and a short History of Delhi." নামৰ কিতাপখন বৃটিছ্ শাসনৰ ৰূপালী জয়ন্তী উপলক্ষে সংস্কৃত আৰু ইংৰাজী ভাষাত ১৯৩৫ চনৰ মে মাহত ৰচনা কৰা হৈছিল। কিতাপখনৰ শেষ পৃষ্ঠাত পঞ্চম জৰ্জক উপলক্ষ কৰি লেখকে লেখিছিল –,

—" O Emperor of India, when your Majesty of excellent wisdom is holding the reign of India, the whole country is whitened with your fame — which itself is as white as Lotus and Kund flower. It seems to me that it caused such white things as Airavate, the great white elephant of India, the oceans of curd and milk; to have come out of the imagination of poets, though they do not really exist in the universe. O Emperor of India, Grorge V, May your pious fame be sung by the people of country, so long as the Sun, the Moon and the stars on the fermanents shine, so long as the diamond— like water of the Ganges rolls on the head of Shiva and so long as the story of Rama's , Ramraj is sung by the poets in the land. .... In the good reign of His Majesty, let there be prosperity in the kingdom, the enemies ( of His Majesty ) be destroyed. May peace and religious duties prevail among subject of His Majesty. May the Glory of His Majesty shine over all the quarters."

বিভিন্ন ভাৰতীয় ভাষাত ১৯০২ চনৰ সপ্তম এডৱাৰ্ডৰ অভিষেকক লৈয়ে নানান ৰচনা হৈছিল। এইবোৰৰ ভিতৰত তেলেগু ভাষাত ৰচিত তিৰুপতি ভেঙ্কেট কাভালুৰ নাটক "শ্ৰীমদেদ ৱাৰদু পাট্টাভিচেকমৰ" ১৯০৪ খৃষ্টাব্দত ৰচনা কৰা হৈছিল। এই নাটকৰ মাজত তেলেগু নাট্য কলাৰ এক অপূৰ্ব

নিৰ্দশন পোৱা যায়। এই তেলেগু ভাষাৰে তিৰুপতি ভেঙ্কট শাস্ত্ৰীয়ে মহাৰাণী ভিক্টোৰীয়াৰ মৃত্যুৰ সময়তো শোকৰ কবিতা ৰচনা কৰিছিল। অসমীয়া সাহিত্যতো বৃটিছ বিষয়া আৰু অসমীয়া লোকৰ আদৰ আৰু প্ৰীতিৰ কিছুমান অপূৰ্ব নিদৰ্শন পোৱা যায়। প্ৰখ্যাত ঔপন্যাসিক ৰজনীকান্ত বৰদলৈদেৱে তেওঁৰ 'তাম্ৰেশ্বৰী মন্দিৰ' নামৰ উপন্যাসৰ এঠাইত বৃটিছ শাসনৰ প্ৰশংসা কৰিছিল। চাৰ ডেভিদ স্কটে তেওঁক বুৰঞ্জীমূলক উপন্যাসবোৰ লেখিবলৈ প্ৰেৰণা দিছিল।

প্ৰখ্যাত সাহিত্যিক পদ্মনাথ গোহাঞি বৰুৱাই চাৰ হেন্‌ৰি কটনক বিদায় দিয়াৰ সময়ত ৰচনা কৰা কবিতা পঢ়ি স্বয়ং হেন্‌ৰি চাহাব বৰ অভিভূত হৈছিল। ১৮৩৮ চনৰ শিৱসাগৰৰ জিলাধিপতি কেপ্তেইন ব্ৰডিৰ ( Captain Brodi ) লগত অসমীয়া মানুহৰ প্ৰীতিৰ কাহিনীও সুৰ্বজন বিদিত। কিছুমান অসমীয়া ছাত্ৰক তেওঁ নিজৰ খৰচেৰেও পঢ়ুৱাইছিল। দেৱোত্তৰ মাটিত কাম কৰা পাইকসকলৰ আৰ্থিক উন্নতিৰ প্ৰতিও তেওঁ চকু দিছিল। এই গৰাকী চাহাবক লৈ অনেক গীতমাত ইত্যাদিও অসমীয়া সমাজত প্ৰচলিত আছিল।

চাৰ ডেভিদ স্কট ( "agent to the Governor General of the North-East Frontier of Bengal and Commissioner of Revenue Circuit in the District of Assam, North-Eastern part Rangpur and Sylhet" ) অসমলৈ আহি সাধাৰণ প্ৰজাৰ সৈতে সম্পূৰ্ণ ৰূপে মিলি গৈছিল। ১৮৩১ খৃষ্টাব্দত তেওঁৰ মৃত্যু হৈছিল চেৰাপুঞ্জি চহৰত। তেওঁৰ সমাধিত লেখা আন কথাৰ লগত তলত লেখা কথাখিনিও আছিল।

— "His name will long be held in grateful remembrance and veneration by the native population to whom he was justly endeared by his impartial dispensation of justice, his kind and consolatory manners, and his constant and unwearying endeavours to promote their happiness and welfare."

দক্ষিণ কামৰূপৰ বৰদোৱা চাহবাগানৰ জাৰ্মান চাহাব গিলমেনৰ লগত থকা সাধাৰণ মানুহৰ সম্বন্ধ এতিয়া এক কিম্বদন্তিলৈ ৰূপান্তৰিত

হৈছে। মোৰ পিতাৰ কেইবাগৰাকীও বৃটিছ বিষয়াৰ লগত বৰ মধুৰ সম্পৰ্ক আছিল। এই সময়তে সম্ভৱ মোৰ ককা ৰঘুনাথ গোস্বামীয়ে লেখা 'তাৰকাসুৰ বধ' নামৰ কিতাপখন বৃটিছ চৰকাৰদ্বাৰা বাজেয়াপ্ত কৰা হৈছিল। শৈশৱত মই পিতাৰ লগত বৃটিছ বিষয়া এগৰাকীৰ ঘৰলৈ প্ৰায়ে গৈছিলোঁ। এই বিষয়া গৰাকী হেপিভিলাৰ ওচৰত আছিল। কিন্তু পিতাৰ আৰ্থাৰ ব্ৰাউনৰ লগত থকা বন্ধুত্ব অনন্য আছিল। আৰ্থাৰ ব্ৰাউন সেই সময়ত কটন কলেজৰ অৰ্থনীতি বিভাগৰ মুৰব্বী অধ্যাপক আছিল। ইয়াৰ আগেয়ে তেওঁ ভাৰতৰ বৃটিছ চৰকাৰৰ ইকনমিক এড্‌ভাইজাৰৰ পদত অধিষ্ঠিত আছিল। তেওঁ বিশ্ববিখ্যাত অৰ্থনীতিবিদ আছিল বুলি অনেকৰ মুখত শুনিছিলোঁ।

আৰ্থাৰ ব্ৰাউনৰ লগত পিতাৰ আন্তৰিকতাৰ ছবি বিশেষকৈ ব্ৰাউন চাহাবে পিতালৈ দিয়া চিঠিবোৰৰ মাজত উজ্জ্বল হৈ আছে। ১৯১৮ চনৰপৰা ১৯৩৮ চনলৈ একেবাৰে নিয়মীয়া ৰূপে ব্ৰাউন চাহাবে পিতালৈ চিঠি লেখিছিল। এই ওঠৰ বছৰৰ চিঠি পিতাই বৰ যত্নেৰে জমা কৰি ৰাখিছিল। আৰ্থাৰ ব্ৰাউনে এই চিঠিবোৰ বিভিন্ন স্থানৰপৰা লেখিছিল। পিতাই চিলেটৰ মুৰাৰী চাঁদ কলেজত থকাৰ সময়ত তেওঁ অনেক চিঠি গুৱাহাটীৰপৰা লেখিছিল। কিছুমান লেখিছিল শ্বিলঙত থকা তেওঁৰ ঘৰ "ইদেনদেল"ৰ পৰা। চিমলা আৰু দিল্লীৰ দহ নম্বৰ কিং জৰ্জ এভিনিউৰপৰাও চিঠি দিছিল। লণ্ডনৰ ৩৯ নম্বৰ "চিডনি এভেনিউ"ত থকা ৰেভাৰলি নামৰ তেওঁৰ ঘৰৰপৰাও চিঠি দিছিল। কেম্ব্ৰিজৰ ব্ৰুকলিন নামৰ তেওঁৰ ঘৰ আৰু চাছেক্সৰ 'উডকক' নামৰ ঘৰৰপৰাও তেওঁ চিঠি লেখিছিল। এই ষ্টিমাৰৰ নাম আছিল "British India steam Navigation Co Ltd. S. S. Mashobra."

এই চিঠিবোৰৰ মাজত ব্ৰাউন চাহাবৰ পিতালৈ থকা অকৃত্ৰিম স্নেহৰ ভাৱ প্ৰকাশ পাইছে। হাতৰ আখৰ ভাল নোহোৱা বাবে কিছুমান চিঠি তেওঁ টাইপ কৰি পঠিয়াইছিল।

এই চিঠিবোৰৰ মাজত অসমৰ কেইবাগৰাকীও যশস্বী সন্তানৰ সৈতে তেওঁৰ সহৃদয়তাৰ প্ৰমাণ পোৱা যায়। এইসকলৰ ভিতৰত বুৰঞ্জীবিদ কনকলাল বৰুৱা, ন্যায়াধীশ পাৰ্বতী কুমাৰ গোস্বামী, অৰ্থনীতিবিদ মথুৰা মোহন গোস্বামী, সাহিত্যিক অম্বিকানাথ বৰা আদিৰ উল্লেখ আছিল।

পিতাৰ সুখ-দুখৰ সময়ত ব্ৰাউন চাহাবৰ চিঠি আহিছিল। প্ৰথম

শ্ৰেণীৰ অনাৰ্ছ পোৱাৰ সময়ত যেনেদৰে লণ্ডনৰ চাছেক্সৰপৰা চিঠি দিছিল তেনেদৰে ১৯২১ চনত পিতাৰ প্ৰথমা পত্নী স্বৰ্গীয়া প্ৰতিভাদেৱীৰ সৈতে বিবাহৰ সময়তো চিমলাৰ নম্বৰ থ্ৰি পাৰ্কৰপৰা অভিনন্দন জনাই ১৫ আগষ্ট ১৯২১ চনত চিঠি দিছিল। এই একেখন চিঠিতে তেওঁ লেখিছিল –

" I have your photograph hanging in my study (one in the group which used to hang in our room at Cotton College ) and I point you out to my friends as my successor at Cotton College."

[ ১৯৫ চনত যেতিয়া পিতা কিছু সময়ৰ বাবে কটন কলেজৰ অধ্যক্ষ হৈছিল তেতিয়া সম্ভৱ আৰ্থাৰ ব্ৰাউন জীয়াই থকা নাছিল । ]

পিতা প্ৰথমা পত্নীৰ মৃত্যুৰ সময়তো আৰ্থাৰ ব্ৰাউনে সান্ত্বনা দি লেখা চিঠিৰ নমুনা মজুত আছিল ।

আৰ্থাৰ ব্ৰাউনৰ চিঠিবোৰৰ মাজত সেই সময়ৰ শিক্ষাৰ কেন্দ্ৰ কটন কলেজৰ বাতাবৰণ পৰিষ্কাৰ হৈ আহিছিল । চিঠিবোৰ সেই সময়ৰ কটন কলেজৰ ঐতিহাসিক দলিলৰ দৰে আছিল ।

অধ্যক্ষ চুডমাৰচনৰ মৃত্যুৰ পাছত ১৯২৭ চনৰ ২১ মাৰ্চত চিলেটত থকা পিতালৈ তেওঁ লেখিছিল ,

*My dear Umakanta,*

I trust you got safely back to Sylhet all right and that every thing is as well as possible with you and yours

Two days ago the Principal and staff of the Cotton College sat in solemn pandemoniuom on the most sacred day of the College year · as I have acquired the gift of second sight in theosophist circles I quite clearly saw the astral spirit of Mr. Sudmerson hovering round the Principal's chair and seemingly writhing in agony at some of the principles which were laid down : I failed however to see any sign of the appearance of the astral spirit of Mr Crottin in the chair where Mr. P. C. Roy sat in

majesty and state. ......"

আৰ্থাৰ ব্ৰাউনে ভাবিছিল যে ভাৰতত শিক্ষা পোৱা পণ্ডিতেহে কটনত শিক্ষকতাৰ কাম পোৱা উচিত। সেয়ে তেওঁ ১৯৩২ চনৰ ১৬ জুলাইত অধ্যক্ষ ডক্টৰ থমচনৰ বিষয়ে পিতালৈ লেখিছিল — " Dr Thomson is not over in favour of men with English qualifications He thinks lecturers ought normally to hope to succeed to professorships, and that it would be wrong to supersede a very good lecturer with Indian qualification, by much younger man with mediocre European qualifications. His idea is that if a man becomes straightaway a professor, because he has European qualifications, these latter ought to be of first class quality — otherwise there is no justification is pushing aside existing Lecturers and this latter course is found to give rise to great difficulty and trouble"

এই কলেজৰ অধ্যাপকসকলক যে সেই সময়ত বাহিৰৰ সভা-সমিতিলৈ পঠোৱা হৈছিল এই কথাও ব্ৰাউন চাহাবে পিতালৈ দিয়া চিঠিৰপৰা আমি গম পাইছিলোঁ। গুৱাহাটীৰপৰা ১৬/১২/২৮ তাৰিখে লেখা চিঠিত তেওঁ উল্লেখ কৰিছে –,

"From this College Professors Muhibullah and Bhuyan have just had a little jaunt to Lahore to attend the congress of Orientalists. Professor L. N. Chatterjee also got permission to go but didn't avail himself of it. You may wonder at this untill I tell you that Professor L. N. Chatterjee got permission to go at his own expense whereas the former went at Government expense. However they have gone and returned. Professor Bhuyan found himself quite lost at Lahore. He was offered hospitality at the quarters provided for the Bengalee visitors but feeling a

stranger there he managed to smuggle himself into one of the Muhammedan quarters in order not to be separated from Professor Muhibullah. A touching example of Hindu Mussulman unity in Assam"

ব্ৰাউন চাহাবে উল্লেখ কৰা এই ভূঞা নামৰ অধ্যাপক গৰাকী নিশ্চয় অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাই আছিল।

হিন্দু মুছলমানৰ বন্ধুত্বৰ কাহিনী আকৌ এবাৰ তেওঁ গুৱাহাটীৰপৰা লিখা ১৯২৯ চনৰ একৈশ মাৰ্চৰ চিঠিত প্ৰকাশ কৰিছিল। কিছু অংশ মই তুলি দিলোঁ –

...... You are sharing a mator service with the Khan Bahadur .... another example of Hindu-Musulman unity which is very gratifying. The distance from the College must be great nuisance to all the staff of the Murarichand Could't you manage to buy land and build some sort of place for yourself near the college. In this way you would escape both conveyance charge, and local income tax, and recover, when you leave Sylhet, it would have a good selling value. You could easily get loan from Government for this purpose,

------- ব্ৰাউন চাহাবে পাৰিবাৰিক বিষয়েও পিতাক অনেক পৰামৰ্শ দিছিল। তেওঁৰ আন্তৰিকতাৰে ভৰা চিঠিবোৰ পঢ়িলে ভাব হয় তেওঁ যেন পিতাৰ অভিভাৱকেই আছিল।

গুৱাহাটীৰ পৰা ১৯২৯ চনৰ ২৩ জুলাইত চিলেটত থকা পিতালৈ দিয়া এখন চিঠিত স্পষ্ট ভাৱে তেওঁ প্ৰকাশ কৰিছিল –

—"... I can more sympathise with you since I know from perponal experience exactly how you feel, and although you and I belong to different civilisations, yet in the vital and elementary things of life, human nature is everywhere much the same."

পিতাৰ প্ৰতি থকা স্নেহ আৰু বিশ্বাসৰ এক অপূৰ্ব নিদৰ্শন ব্ৰাউন

চাহাবৰ আন এখন চিঠিত পোৱা যায়। অৱসৰ লৈ তেওঁ ইংলণ্ডলৈ যোৱাৰ সময়ত খিলঙত থকা তেওঁৰ পত্নীক এৰি থৈ যাব লগীয়া হৈছিল। তেওঁৰ পত্নী খাচীয়া পাহাৰৰ ছোৱালী আছিল। এই পত্নীৰ প্ৰতি তেওঁ কেনে ধৰণৰ চিন্তা আছিল পিতাৰে দিয়া চিঠিখন নপঢ়িলে পাঠকে ধৰিব নোৱাৰিব।

March 2nd 1970.

My dear Umakanta

I got your letter of March [illegible] [illegible]

[illegible]

Arthur [illegible]

ব্ৰাউন চাহাবে নিসংকোচে প্ৰকাশ কৰিছিল যে তেওঁৰ অনেক কঠিন দিনত এই মহিলাই তেওঁক সান্ত্বনা আৰু সুখ দি আছিল। সেয়ে তেওঁ লেখিছিল –, "but for whom I couldnot possibly have

remained on all those years at Gauhati without the grave risk of finding myself in padded room of a madhouse."

ব্ৰাউন চাহাবে অনেক ভবা চিন্তা কৰি এই চিঠি লেখিছিল। পত্নীৰ বাবে কৰি যোৱা উইলখনৰ trustee ৰ কথা উল্লেখ কৰি তেওঁ লেখিছিল -, "They will include the Khan Bhadur, Maulavi Ikram Rasul, the Superintendent of Excise at Sylhet, Mr. Harold Henry creed of the survey of India (who has a house and a Khasi wife at Shillong) Girindra Babu at Gauhati and probably ( i.e unless he can grant in his official certificate or exemption in which case he can hardly appear as an interested party ) Mr. Reginald Ashe present Assistant Commissioner for Income Tax for Assam. Both Mr. Ashe and Maulavi Ikram Rasul can advise as to how to deal with income tax trouble ( if any ) ... the Maulavi has himself a large amount of 3 $^{1}/_{2}$% Government paper and gets refunds of income tax every year. You will see I have made the trustees as strong as possible, But they are all accept. Girindra fairly old, or as in Mr. Ashe's case not likely to be permanently in Assam, I should much like to add you to the number my dear Umakanta if you will kindly allow me to do so.

I need not give you more details just now, because as I said Professor Rawland Thomas will be the sole acting trustee : but I have shown you exactly the amount of responsibility on you in case you should be ever the sole acting trustee."

---- ইত্যাদি। এই "will" ত তেওঁৰ পৰিবাৰে দ্বিতীয় স্বামী গ্ৰহণ কৰাত কোনো বাধা ৰখা নাছিল।

---- সেই সময়ৰ ৰাজনৈতিক বাতাবৰণৰ বিষয়েও ব্ৰাউন চাহাব সজাগ হৈ আছিছিল। এই গুৰুত্বপূৰ্ণ সময়ৰ উল্লেখ যোল্ল নৱেম্বৰ ১৯২৮ চনত গুৱাহাটীৰপৰা তেওঁ লেখা চিঠিত স্পষ্ট হৈ আছে।

. And on Jan 2nd, the Simon Commission arrive at Pandu and take the motor for Shillong I hope none of our students will be so foolish as to be pushed forward to take part in one of those futile demonstrations we read about, with the result of getting themselves suspended and causing no manner of trouble But if that are so foolish, then I trust that for the credit of the English Department of the college they will spell poor old Simon's name properly and not ( as a procession in the U P ) appear with the inscription

— GO BACK SYMEON

-- ইত্যাদি

১৯ নৱেম্বৰ ১৯৩০ চনৰ চিঠিত তেওঁ এনেকৈ লেখিছিল।

Gauhati is perfectly quite politically just now and I hope it is the same with you at Sythete The murder of Lieut-Colonel Simpson in writers Building was however a most ghastly business. I know the Building very well and this makes me feel the tragedy the more "

প্ৰফেছাৰ আৰ্থাৰ ব্ৰাউন আৰু পিতাৰ মাজত আন্তৰিকতা কিমান গভীৰ আছিল তেওঁৰ এই চিঠিবোৰ পঢ়িলেহে গম পোৱা যায়। পিতাই যেনেদৰে তেওঁৰ ব্যক্তিগত জীৱনৰ যন্ত্ৰণা আৰু আনন্দৰ কথা খোলা-খুলিভাৱে ব্ৰাউন চাহাবক লেখি জনাইছিল। তেনেদৰে ব্ৰাউন চাহাবেও নিজৰ হৃদয়ৰ কথা পিতালৈ লেখিছিল। সেয়ে ব্ৰাউন চাহাবৰ মাতৃ-পত্নী সকলোৱে পিতাক জানিছিল আৰু চিঠি পালে বৰ আনন্দ প্ৰকাশ কৰিছিল। কৰ্ম ক্ষেত্ৰত আৰু পাৰিপাৰিক জীৱনত পিতাৰ উন্নতিৰ বাবে তেওঁ কেনে ধৰণে সৰ্বঅন্তঃকৰণেৰে সৈতে চিন্তা কৰিছিল আৰু উপদেশ দিছিল সেই

কথা তেওঁৰ চিঠিবোৰত স্পষ্ট হৈ আছে। ভৱিষ্যতলৈ ব্ৰাউন চাহাবৰ সকলোবোৰ চিঠি কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ আগ্ৰহ থাকিল।

( ব্ৰাউন চাহাবৰ চিঠিবোৰ যত্নেৰে সৈতে ইমান দিন ৰাখি থোৱাৰ বাবে মোৰ দাদা সত্যব্ৰত গোস্বামীৰ ওচৰত কৃতজ্ঞ হৈ থাকিলোঁ )

মই বাস্তৱক ভেটি কৰিয়েই লেখিবলৈ যত্ন কৰোঁ। সকলো লেখকৰ বাবেই হয়তো বাস্তৱ আৰু কল্পনাৰ এক ৰহস্যময় সম্বন্ধ থাকে। যেনেদৰে শৰীৰক আত্মাৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰি বাস্তৱ আৰু কল্পনাৰ মিশ্ৰণকো মই তেনেদৰে বিচ্ছিন্ন কৰিব নোৱাৰোঁ। অথচ এই আত্মা কি তাৰ সঠিক সংজ্ঞাও দিব নোৱাৰোঁ। এই ভাৱনা যেন এক গভীৰ ৰহস্যৰ বুকুত ডুব গৈ থাকে।

মোৰ ব্যক্তিগত বাস্তৱ দৰ্শনৰ অভিজ্ঞতা আৰু ইয়াৰ স্পৰ্শ মোৰ গোটেইবোৰ লিখনিতে বিদ্যমান। জীৱনৰ এটি এটি টুকুৰা আৰু ভাৱনা মোৰ সমগ্ৰ লেখাৰ মাজত ওতঃপ্ৰোতভাৱে জড়িত আছে। এক কৰ্কশ বাস্তৱৰ ভেটিতেই মই মোৰ উপন্যাসসমূহো লেখিছোঁ। মোৰ প্ৰথম সম্পূৰ্ণ উপন্যাস 'চীনাবৰ স্ৰোত' লেখাৰ সময়ত মই কাশ্মীৰৰ চন্দ্ৰভাগা নদীৰ পাৰৰ ৰিয়াছী নামৰ তেনেই সৰু ঠাই এখনৰ ৰাক চাইটত আছিলোঁ।

চন্দ্ৰভাগা নদীৰ আন এটা নাম চীনাব। এই চীনাবৰ ওপৰত বন্ধা দলং এখনৰ ৰাক চাইটতে মই কেইবা মাহো আছিলোঁ। যি সময়ত মই সেই ঠাইত উপস্থিত হৈছিলোঁ সেই সময়ত এই মহত্বপূৰ্ণ দলংখনৰ পীয়াৰছ (piers) সমূহৰ কামহে আৰম্ভ হৈছিল। শ্ৰমিকসকল, ইঞ্জিনীয়াৰসকল, কোম্পানীৰ লগে লগে ঘূৰি ফুৰা বিভিন্ন বনুৱা আৰু হৰিজনসকল এই সকলোবোৰক তেনেই ওচৰৰপৰা নিৰীক্ষণ কৰাৰ সুযোগ ঘটিছিল। এই অভিজ্ঞতাক মূল ধন কৰি লৈ মই 'চীনাবৰ স্ৰোত' নামৰ উপন্যাসখন

লেখিছিলোঁ। চাটাৰিং প্লেট, কম্প্ৰেছাৰ, ভাইব্ৰেটাৰ, ষ্টিল ৰিংফৰ্চমেণ্ট ৰডছ কনক্ৰিট মিক্সাৰ, ক্ৰবাৰছ, আইৰণ, পেনছ ক্ৰেইন ইত্যাদিৰে ভৰি থকা চাইটৰ এক অনন্য দৃশ্য মোৰ চকুৰ আগত ভাঁহি উঠিছিল। ইয়াতেই মই 'চীনাবৰ স্ৰোত' নামৰ উপন্যাসখন লেখিছিলোঁ। ইয়াত কল্পনা আছিল যদিও বাস্তৱেই প্ৰাধান্য লাভ কৰিছিল। পিছলৈ সেইখনক অৱশ্যে মই অসফল উপন্যাস হিছাপে লৈছিলোঁ। বাস্তৱ আৰু কল্পনাৰ যি ৰহস্যময় সংমিশ্ৰণত সাৰ্থক উপন্যাসৰ সৃষ্টি হয় সেই technique মই হয়তো আয়ত্ত কৰিব পৰা নাছিলোঁ। সেই শ্ৰমিকৰ কেম্পৰে কিছুমান ঘটনাই অৱশ্যে মোক সম্পূৰ্ণৰূপে জঠৰ আৰু বিহ্বল কৰি থৈ গৈছিল।

প্ৰথম দিনা যেতিয়া মই চীনাবৰ এই কেম্পত উপস্থিত হৈছিলোঁ সেইদিনা শ্ৰমিকৰ বেৰেকৰ ওচৰত কেইবাকুৰাও জুই একেলগে দপদপাই জ্বলি থকা দেখিছিলোঁ। মোৰ স্বামী মাধবেন ৰয়ছমক প্ৰশ্ন কৰোঁতে তেওঁ প্ৰথমে উত্তৰ দিবলৈ সঙ্কোচ কৰিছিল – কিন্তুময়ো এৰা মানুহ নাছিলোঁ। তেওঁ কৈছিল "এটা ভয়ানক দুৰ্ঘটনা ঘটি গ'ল। ৰেল চিঙ্কিং চলি থকাৰ সময়ত হঠাৎ পানীৰ লেভেলৰ তলত নাদ এটা বহি গ'ল। লগে লগে বাহিৰৰ পানী নাদৰ ভিতৰত প্ৰচণ্ড গতিৰে সোমাই গ'ল। নাদৰ তলত কাম কৰি থকা মানুহকেইটা আৰু ওলাই আহিব নোৱাৰিলে।"

আমাৰ চাটাইৰ কোৱাৰ্টাৰৰ তেনেই ওচৰত দপদপকৈ জ্বলা এই শ্ৰমিকৰ চিতাৰ জুই মই মোৰ নগ্ন চকুৰে দেখা পাইছিলোঁ। সেইদিনা গোটেই ৰাতি মই শুব পৰা নাছিলোঁ। বহু সময়লৈকে মই আমাৰ চাটাইৰ কোৱাৰ্টাৰৰ ওচৰত মানুহ পোৰাৰ গোন্ধ পাইছিলোঁ।

কোনো হাই-উৰুমি নাছিল। ১৯৬৬ চনত এই হিন্দুস্থান কনষ্ট্ৰাকশ্বন কোম্পানীৰ চীনাবৰ ব্ৰাঞ্চত শ্ৰমিকৰ ইউনিয়ন গঠিত হোৱা নাছিল।

১৯৬৬ চনতে কাশ্মীৰৰ এই চীনাবৰ কেম্পত আৰু কিছুমান ভয়ানক দুৰ্ঘটনা দেখিছিলোঁ। আমাৰ লগত চিনাকি থকা আৰু উৰিষ্যাৰ এক ঠিকাদাৰৰ লগত এই ব্ৰাঞ্চলৈ অহা শ্ৰমিক তিৰোতা এগৰাকীয়ে দিন দুপৰতে পীয়েৰৰ ওপৰৰপৰা সকলোৱে দেখাকৈ তলৰ ক্ষুৰধাৰ পানীত জপিয়াই পৰা আত্মহত্যা কৰিছিল।

অস্থায়ী ৰেলৱে লাইনত 'মেটৰ' ভয়ত ল'ৰা ধপৰা কৰি কনক্ৰিটৰ ট্ৰলি ঠেলি নিওতে স্ক্ৰু খুলি থকা ট্ৰেকৰপৰা আধা টন কনক্ৰিটেৰে ভৰা বাকেট বাগৰি পৰি থেনথেনীয়া হোৱা শ্ৰমিক এটিৰ দেহো মই দেখা

পাইছিলোঁ। চন্দ্ৰভাগা নদীৰ এই ৱাৰ্কচাইটত থাকোতেই মোৰ চকুৰ সমুখত আৰু এটা দুৰ্ঘটনা ঘটি গৈছিল। নদীৰ ওপৰত নতুনকৈ সাজি থকা দলংখনৰ ওচৰতে এখন অস্থায়ী দলং বৰ মজবুত Wire rope ৰে বন্ধা হৈছিল। এই লোহাৰ ৰচি দুয়োফালৰ পীয়েৰৰ লগত বান্ধি দিয়া হৈছিল। মানুহ উঠিলেই এই দলং কঁপিব ধৰে। দলঙৰ তলত ভয়ঙ্কৰ নদী চীনাব অৰ্থাৎ চন্দ্ৰভাগা। বিয়াছীৰ ওচৰত এই নদীৰ স্ৰোত কেনে ভয়ঙ্কৰ তাক চকুৰে নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। চন্দ্ৰভাগাৰ আনটো পাৰলৈ অহা যোৱা কৰা শ্ৰমিক আৰু যাত্ৰীৰ বাবে হুইলেৰে টনা নাও এখনো ব্যৱহাৰ কৰা হৈছিল। স্ৰোত প্ৰখৰ আছিল বাবে দুটা পলত লোহাৰ ৰচি বন্ধা হৈছিল। ৰছিৰ ওপৰত এটা চকাৰ (pulley) সহায়েৰে নাওবোৰ এটা পাৰৰপৰা আনটো পাৰলৈ টানি নিয়া হৈছিল। তলত আছিল তড়িত বেগী নদীৰ স্ৰোত।

আগেয়ে কচ্ছুৰ খাওদাৰ কেম্পত লগ পোৱা আমাৰ চিনাকি ফ'ৰ মেন এটিয়ে চীনাবৰ ব্ৰাম্পলৈ ট্ৰান্সফাৰ হৈ জইন কৰিব আহিছিল। এই অস্থায়ী দলংখনৰ ৰচিত ধৰি মই কোনোদিনে অকলশৰে পাৰ হ'ব নোৱাৰিছিলোঁ। হুইলেৰে চলা নাওখনেৰে পাৰ হোৱাও মোৰ বাবে অসম্ভৱ কথা আছিল। কাৰণ মই ঘাইল হোৱা সাপৰ দৰে তড়িৎ বেগেৰে বৈ যোৱা স্ৰোতক চাব নোৱাৰিছিলোঁ। সেইদিনা অৰ্থাৎ খাওদাত লগ পোৱা মানুহজনে জইন কৰাৰ সময়ত মই মাধুৰ হাতত ধৰি খুপি খুপি দলংখন পাৰ হৈছিলোঁ। জইন কৰিব অহা ওখ হটঙা মানুহটোৱে কম্বলেৰে মেৰিয়াই অনা বিছনা এখন ছাটাইৰে কৰা অস্থায়ী অফিচটোৰ বাৰাণ্ডাত থৈ জইনিং ৰিপৰ্ট লেখিবলৈ অফিচৰ ভিতৰলৈ সোমাই গৈছিল। এটা সময়ত সি তলৰ শিলনিখন পাৰ হৈ সম্ভৱ ষ্টিলৰ ৰ'পত পুলিৰে (pulley) টনা নাঁৱত বহিছিল। নদীৰ প্ৰচণ্ড সোঁতৰ মাজেৰে পাৰ হৈ যাওঁতে যিমানখিনি সাৱধানতাৰে বহিব লাগে সম্ভৱ সিমানখিনি সতৰ্কতাৰে সি বহাৰ কথা নেভাবিলেই। ----- হঠাৎ নদীৰ পাৰত শ্ৰমিকৰ প্ৰচণ্ড হুলস্থুল লাগি পৰিল। আমি সকলোৱে পাৰলৈ লৰি গৈ এটা অদ্ভুত দৃশ্য দেখিলোঁ। মানুহটো এই পুলিৰে টনা নাওৰপৰা বাগৰি পৰি একেবাৰে অদৃশ্য হৈ গ'ল। পানীত নমাৰ সাহস কাৰো নাই। সকলোৱে অসহায় আৰু হতভম্ভ হৈ নদীৰ পাৰত থিয় হৈ আছে। ----- দূৰৈৰ ঢৌৰ মাজত সি পিন্ধি অহা ধূতিখনৰ এটা অংশ দেখা গ'ল। তাৰ পাছত আৰু একো নাই।

এই কেম্পত জইন কৰিব অহা প্ৰথম দিনাই এনেদৰে নদীৰ বুকুত উটি যোৱা মানুহটোৰ এই দৃশ্যই মোৰ বুকুত এক যন্ত্ৰণা হৈ থাকি গ'ল। সেইদিনা ৰাতিও মই শুব নোৱাৰিলোঁ। মাজ ৰাতি সাৰ পাই মাধুৰে মোক বহি থকা দেখি ক'লে "তুমি কিয় এনেকুৱা ?'

মাধৱেন চুপাৰষ্ট্ৰাকচৰৰ (super stucture) সুদক্ষ ইঞ্জিনীয়াৰ আছিল। চন্দ্ৰভাগাৰ এই দলং বন্ধা কামত সৰহ ভাগ সময় তেওঁ চাইটত থাকিব লাগিছিল। সেয়ে মই অকলেই শ্ৰমিকৰ বেৰেক, খালাচীৰ লঙৰ, অস্থায়ী হস্পিতাল আৰু চীনাবৰ জামু আৰু বনৰীয়া কাঁইটেৰে ভৰা নদীৰ পাৰৰ অৰণ্যত ঘূৰ্মুটীয়াই ফুৰিছিলোঁ। কেতিয়াবা চন্দ্ৰভাগাৰ শিলনি আৰু অস্থায়ী দলং পাৰ হৈ বিয়াছী গাঁও আৰু বিয়াছী দূৰ্গলৈও গৈছিলোঁ। চন্দ্ৰভাগাৰ আনটো পাৰৰ মোঘলা অভিমুখে যোৱা পথৰ অটব্য অৰণ্যলৈও গৈছিলোঁ ( এনে এক অনন্য যাত্ৰাৰ কথা মোৰ 'আধালেখা দস্তাবেজ' নামৰ গ্ৰন্থত বহলাই লেখিছোঁ।) সেই সময়ত পাকিস্তানৰ সৈতে হোৱা যুদ্ধৰ জুই শেষ হোৱা নাছিল। ৰাজৌৰি আৰু পুঞ্চৰ পথৰপৰা আমি দূৰৈৰ শত্ৰু সেনাৰ কনভয় স্পষ্ট ৰূপে দেখা পাইছিলোঁ। চন্দ্ৰভাগাৰ দলঙৰ পীয়েৰৰ বুকু ফোপোলা কৰি ডিম'লেশ্বন চেম্বাৰ (Demolition Chamber) কৰা হৈছিল। শত্ৰু সেনাই হঠাৎ আক্ৰমণ কৰিলে এই চেম্বাৰবোৰত বাৰুদ ভৰাই যাতে দলংখন উৰুৱাই দিব পৰা যায় তাৰ বাবেই এই ব্যৱস্থা কৰা হৈছিল। পুঞ্চত ৰাজৌৰি, আখনুৰ আদিৰ অনেক উচ্চ পদস্থ সৈনিক বিষয়া আৰু তেনেই সাধাৰণ সৈনিকৰ লগতো মোৰ পৰিচয় হৈছিল। আত্মীয়তা বাঢ়িছিল।

মোৰ লেখাৰ সমল গোটাবলৈ মোৰ স্বামী মাধুৱে মোক অফুৰন্ত স্বাধীনতা দিছিল। এদিন এটা ডুপ্লিকেটৰৰ (Duplicator) অৰ্ডাৰ দিছিল যাতে মই লেখাবোৰৰ দুটা দুটা কপি থব পাৰোঁ।

তথাপিও বয়স কম থকা বাবে, আৰু অভিজ্ঞতাও সীমিত আছিল বাবে সেই সময়ত লেখা 'চীনাবৰ স্ৰোত' নামৰ উপন্যাসখন মোৰ সাৰ্থক উপন্যাস নাছিল। কিন্তু ইয়াৰ মাজত প্ৰকাশ পোৱা চন্দ্ৰভাগাৰ কেম্পৰ ছবি হুবহু যেনেদৰে দেখিছিলোঁ ঠিক তেনেদৰে লেখিছিলোঁ।

সেই সময়ত মোৰ স্বামী মাধুৰ উৎসাহৰ কথা বিস্ময়কৰ আছিল। চাইটৰ মেনেজাৰ আৰু ইঞ্জিনীয়াৰ হিছাপে, বিভিন্ন বিভাগৰ শ্ৰমিক, পাৰ্চনেল ষ্টাফ, প্লানিং, বাজেট, মেনেজমেণ্ট অৱ একাউণ্ট

Supervision of construction work in different stages, ordinary and purchasing materials machinaries, tools required for construction work, dealing with government officials ইত্যাদিৰ বিষয়ে মোক জ্ঞান দি এখন বৃহৎ উপন্যাস লেখাৰ বাবে সাজু কৰি আনিছিল। কেতিয়াবা তেওঁ অত্যন্ত ব্যস্ততাপূৰ্ণ মুহূৰ্ততো সময় উলিয়াই মোৰ অসমীয়া গল্প ইংৰাজীলৈ অনুবাদ কৰিব খুজিছিল। অসমীয়া ভালদৰে পঢ়িব নজনা বাবে ( তেওঁৰ মাতৃভাষা কন্নড়হে আছিল ) মই মোৰ গল্পবোৰ পঢ়ি শুনাইছিলোঁ, তেওঁ ইংৰাজীত অনুবাদ কৰি গৈছিল।

তেওঁ অনুবাদ কৰা গল্প অৱশ্যে কোনো দিনে প্ৰকাশ নহৈছিল। সেইবোৰ তেওঁ যিবোৰ কাগজলৈ পঠিয়াইছিল সেইবোৰৰপৰা উভতি আহিছিল। মোক যেন সান্ত্বনা দিবৰ বাবেই তেওঁ কৈছিল, –

– "পৃথিৱীৰ বিখ্যাত লেখক হেমিংৱেই যুদ্ধৰ ক্ষেত্ৰত আজৰি পালে গল্প লেখিছিলোঁ। যিবোৰ আলোচনীলৈ পঠিয়াইছিল সেইবোৰৰপৰা তেওঁৰ গল্পবোৰো উভতি আহিছিল। তেওঁ হোনো অৰণ্যলৈ গৈ উচুপি উচুপি কান্দিছিল। মই ইঞ্জিনীয়াৰ মানুহ বাবে তোমাৰ ভাৱ ভাষা ভালদৰে ইংৰাজীলৈ অনুবাদ কৰিব পৰা নাই বাবেই উভতি আহিছে।

মোৰ কিন্তু দৃঢ় বিশ্বাস এদিন তোমাৰ লেখা সকলো মানুহে পঢ়িব।' ( কুৰি বছৰ পাছত যেতিয়া ইংৰাজী ভাষাৰ আলোচনী ইত্যাদিত মোৰ লেখাৰ প্ৰশংসাৰ কথা প্ৰকাশ পায়, তেওঁৰ কথা ভাবি দুয়ো নয়ন লোতকেৰে ভৰি আহে) ১৯৬৭ চনৰ এপ্ৰিল মাহত কাশ্মীৰৰ উদামপুৰত হোৱা মটৰ দুৰ্ঘটনাত মাধুৰ মৃত্যু হৈছিল।

কাশ্মীৰৰপৰা উভতি অহাৰ পাছত মই যে কেতিয়াবা লেখিব পাৰিম ভবা নাছিলোঁ।

মোক সান্ত্বনা দিবলৈ অহা মানুহবোৰৰ ভিতৰত স্কুলত থাকোতে মোক লেখিবলৈ প্ৰেৰণা দিয়া শ্ৰীকীৰ্তিনাথ হাজৰিকদেৱো আছিল। ( হাজৰিকাদেৱৰ কথা ইতিমধ্যে মই মোৰ অনেক লেখাৰ মাজত প্ৰকাশ কৰিছোঁ। শৈশৱত এই গৰাকী মানুহৰ প্ৰেৰণা নহ'লে মই সাহিত্য জগতত হয়তো পদাৰ্পণ কৰিব নোৱাৰিলোঁহেঁতেন ) ।

তেওঁৰ দৃষ্টিয়ে যেন কৈছিল উঠা আৰু কলম তুলি লোৱা। শৈশৱৰ সেই আত্মহত্যাৰ চিন্তা মোৰ মনলৈ আকৌ আহিছিল। ( এই চিন্তাই মোৰ

মনত অনেক দিনলৈ স্থায়ীভাৱে বহি থকা বাবেই হয়তো দক্ষিণ কামৰূপৰ পটভূমিত লেখা মোৰ উপন্যাস 'উঁয়ে খোৱা হাওদা'ত নায়িকা গিৰিবালাই আত্মহত্যা কৰিছে। 'নীলকণ্ঠী ব্ৰজ'ৰ নায়িকা সৌদামিনীয়েও আত্মহত্যাৰ পথলৈ আগবাঢ়ি গৈছিল ।)

মই বিধাতাৰ এই সকলো অভিশাপৰ বিৰুদ্ধে যুঁজিবলৈ সাজু হ'লোঁ ।

এই কাম নিজৰ শৰীৰৰ এখন ছাল এৰুৱাই ৰক্তাক্ত হোৱাৰ দৰে কথা আছিল। এখন ছাল এৰুৱাই মই শৰীৰত যেন এখন অন্য ছাল পিন্ধাৰ যো-জা কৰিছিলোঁ ।

মূৰৰ ওপৰৰ আকাশখনলৈ মূৰ তুলি চাব পৰা নাছিলোঁ। সাজু হৈছিলোঁ যদিও মোৰ ভেনেটি বেগত এটা দুটাকৈ নিদ্ৰাৰ বড়ি জমা হৈছিল। এনেয়ে মোৰ ভেনেটি বেগত নোট বহী, সুগন্ধি পাৰফিউম আৰু লিপষ্টিকহে ৰাখিছিলোঁ। এতিয়া সেইবোৰক নিদ্ৰাৰ বড়িয়ে যেন পুতিহে পেলালে ।

জীৱনত যুঁজিবলৈ সাজু হোৱাৰ সময়ত এয়া মোৰ কেনে ধৰণৰ পৰীক্ষা আছিল, মই যেন নিজেই নেজানিছিলোঁ। মাধুৰ মৃত্যুৰ তিনিমাহমান পাছতেই মই গোৱালপাৰা সৈনিক স্কুলত কাম কৰিব গৈছিলোঁ ।

মনৰ অৱস্থা ৰুক্ষ কৰ্কশ শ্মশানৰ দৰে আছিল। শুভাকাংখীসকলৰ সান্ত্বনা আছিল এক শক্তি ।

এই সৈনিক স্কুললৈকে মাধুৰ বন্ধু আৰু মুৰব্বী ইঞ্জিনীয়াৰ কে বি সাতাৰাৱালাই কাশ্মীৰৰ ৰামবান দলঙৰপৰা গোৱালপাৰালৈ আহিছিল মোৰ খবৰ লবলৈ ।

এই গোৱালপাৰাৰ সৈনিক স্কুলতে মই পুৰুষ চৰিত্ৰৰ কিছুমান দিশৰ ৰহস্যময় সম্ভেদ পাইছিলোঁ। সেইবোৰক পিছলৈ মই মোৰ সাহিত্যলৈ আনিছিলোঁ। সৰু সৰু সৈনিকসকলকে ধৰি সৰহ ভাগ পুৰুষেই আছিল এই সৈনিক স্কুলত। সম্ভৱ ময়েই এই স্কুলত প্ৰথম মহিলা শিক্ষয়িত্ৰী আছিলোঁ। স্কুলৰ নিয়ম মতে কুচকাৱাজৰপৰা আৰম্ভ কৰি আবেলি খেলা-ধূলা কৰালৈ এই শিশু সৈনিকসকলৰ লগতে থাকিবলগীয়া হৈছিল। এই সৈনিকসকলৰ খাকী পোছাক, চাল-চলন সকলোৱে মোক অহৰহ কচ্ছৰ খাওদা, কাশ্মীৰৰ আখনুৰ পুঞ্চ ৰাজৌৰি আদিত দেখা সৈনিকসকলৰ কথা সোঁৱৰাইছিল। সিহঁতৰ বুট জোতাৰ আৱাজ কুচ কাৱাজৰ শব্দ ইত্যাদিয়ে মোক বাৰে

বাবে অতীতলৈ লৈ গৈছিল। আৰু মই মূৰৰ ওপৰৰ আকাশখন চাব নোৱাৰিছিলোঁ।

গোৱালপাৰা সৈনিক স্কুলৰ এই সৰু সৰু ছাত্ৰ সৈনিক কিছুমানৰ মাজত মই অনন্য সাহস আৰু অধ্যাৱসায়ৰ ছবি দেখা পাইছিলোঁ। সিহঁতৰ মাজৰ কিছুমানে যে অসাধাৰণ বীৰ হ'ব পাৰিব সেই বিষয়ে মোৰ সন্দেহ নাছিল।

( কুৰি বছৰ পাছত জীৱন উৎসৰ্গা কৰা মেজৰ জয় চণ্ড সিঙৰ কথা শুনিছিলোঁ। সিংহলৰ জাফানাত তেওঁ মৃত্যু বৰণ কৰিছিল। ভাৰত চৰকাৰে তেওঁক বীৰ চক্ৰ প্ৰদান কৰিছিল। হৰেণ চামুৱাই মিজোৰামত বীৰ গতিপ্ৰাপ্ত কৰিছিল। এনেদৰেই মহান উদাহৰণৰ সৈতে মহিমামণ্ডিত হৈ আছে নুৰুল আমিন চহৰীয়া, প্ৰণৱ তালুকদাৰ আদিৰ আত্মউৎসৰ্গাৰ কাহিনী )।

মই ইতিমধ্যে কৈছোঁ গোৱালপাৰাৰ এই সৈনিক স্কুলতে মই পুৰুষৰ চৰিত্ৰৰ কিছুমান নতুন দিশ আবিষ্কাৰ কৰিছিলোঁ।

নাৰীৰ দৰে প্ৰত্যেক পুৰুষৰো মানসিক জগতৰ কাহিনী যেন কিছু বেলেগ।

প্ৰত্যেকৰ মানসিক জগতেই এক ৰহস্যময় গহ্বৰ। আমি এজনে আনজনক জানো বুলি অহঙ্কাৰ কৰাও যেন মূৰ্খামী।

মই সৈনিক স্কুলত গুৰুচৰণ সিঙক লগ পাইছিলোঁ। মোৰ প্ৰতি তাৰ অনুকম্পাৰ সীমা নাছিল। গুৰুচৰণে ইংৰাজী পঢ়ুৱাইছিল। মই স্কুল এৰি অহাৰ আগেয়ে সি পাঞ্জাবৰ কপূৰথলালৈ ট্ৰান্সফাৰ হৈছিল। সুদীৰ্ঘ পথ অতিক্ৰম কৰি এই শিখ যুৱকে মোক দেখা কৰিবলৈ বৃন্দাবনলৈও আহিছিল। মই গুৰুচৰণৰ প্ৰেম প্ৰত্যাখ্যান কৰিছিলোঁ। কিন্তু তাৰ বাবে সি মোৰ শত্ৰু হোৱা নাছিল। প্ৰায় ষোল্ল বছৰ পাছত যেতিয়া শিখ সন্ত্ৰাসবাদীয়ে ১৯৮৪ চনৰ ৰায়তৰ বাবে হিন্দুৰ ওপৰত প্ৰতিশোধ লবলৈ ভয়ঙ্কৰ হত্যাকাণ্ড আৰম্ভ কৰিছিল, দিল্লীৰ আলিয়ে পদূলিয়ে অজস্ৰ পুলিচ চেক পইন্টৰ সৃষ্টি হৈছিল সেই সময়ত হিন্দুসকল থকা কলনিত কোনোবা নতুন শিখ যুৱকক দেখা গ'লে সকলোৱে বৰ সন্দেহেৰে মূৰ তুলি চাইছিল।

( দিল্লীৰ সেই ভয়ঙ্কৰ ৰায়তৰ ছবি মই নগ্ন চকুৰে দেখা পাইছিলোঁ। বেলকনিত থিয় হৈ মই জ্বলাই দিয়া শিখসকলৰ দোকানৰ জুই

দেখা পাইছিলোঁ । দিল্লীৰ আকাশ তাম ৰঙণীয়া হৈ পৰিছিল । বিভিন্ন বস্তুৰ পোৰা ক'লা ছাই ৰ'লিত দিয়া পাৰৰ পাখিৰ দৰে আকাশত উৰি ফুৰিছিল । পোৰা বস্তুৰ এক অদ্ভুত গোন্ধ চাৰিওফালে বিয়পি পৰিছিল ।

মৰাশত শৰণ পৰাৰ দৰে তঁচনচ কৰি থৈ যোৱা শিখসকলৰ দোকানবোৰত উদ্‌বাস্তু হৈ পৰিছিল --- গ্ৰামৰ লোক সকল । মোৰ চকুৰ আগতে এটি সাত বছৰীয়া ল'ৰাই পুৰুষৰ চাইজৰ এযোৰ ডাঙৰ নতুন জোতা পিন্ধি যোৱা দেখিছিলোঁ । তাৰ পিছে পিছে আহিছিল লুটি অনা বস্তু লৈ অহা এদল লোক । এইবোৰ 'বিৰলা মিলৰ' আশে পাশে থকা গ্ৰামৰ মানুহ আছিল । মোৰ চিনাকি আছিল । তাম ৰঙণীয়া দিল্লীৰ আকাশ লাহে লাহে ক'লা হৈ আহিছিল । ----- ইয়াৰ পাছত আৰম্ভ হোৱা হত্যালীলাৰ ঠিক বৰ্ণনা দিয়া নেযায় । চাৰি হেজাৰতো অধিক মানুহক হত্যা কৰা হৈছিল । মই দুজনমান অসমীয়া ছাত্ৰক লগত লৈ কল্যাণপুৰী আৰু জাহাঙ্গীৰপুৰীলৈ ৰায়তত অতি বেয়াকৈ পীড়িত হোৱা মানুহখিনিৰ ওচৰলৈ গৈছিলোঁ । এঘৰে মৃৰৰ তেজ লগা পাগুৰি এটা মোৰ চকুৰ আগত দাঙি ধৰিছিল । কাৰোবাৰ মাংসৰে সৈতে পৰি থকা দীঘল চুলি একোছাও মোৰ চকুত পৰিছিল । ধ্বংস হৈ যোৱা গুৰুদ্বাৰৰ ভাঙি পৰা টুকুৰা অস্থি পুঞ্জৰ দৰে দম খাই থকা জ্বলি যোৱা বাহনৰ অৱশেষ ---- চব চকুত পৰিছিল । মানুহৰ নিৰ্মমতা আৰু পাশবিকতাৰ এক চাক্ষুস প্ৰমাণ মোৰ সম্মুখত পৰি আছিল । ক'ৰপৰা আহিছিল এই পশুৰ দল ? নাই নাই কোনেও ক'ব নোৱাৰিছিল । জাহাঙ্গীৰপুৰী আৰু কল্যাণপুৰীৰ মানুহে সিহঁতক কোনো দিনে হেনো দেখা নাছিল । ক'ৰপৰা আহি যে জপিয়াই পৰিছিল ! মাৰ ! মাৰ ! মাৰ ! পলাবলৈ সময় ক'ত ? ইন্দিৰা গান্ধীৰ শ'ৰ জুই তেতিয়াও জ্বলি আছিল । ---- পুলিচৰ কোনো উমঘামেই নাছিল । কোনোবাই আঙুলিয়াই দিছিল – "সৌটো 'মিউনিচিপাল কাউন্সিলাৰৰ' ঘৰ । বাকী সকলোবোৰ ঘৰ ধ্বংস হৈছে, কিন্তু সেইটো ঘৰ হ'লে ঠিকে আছে । তেওঁক কোনেও আঘাতো কৰা নাই ।" বিস্ময়কৰ কথা ! বিস্ময়কৰ কথা ! সেই সময়ত চাৰিওফালৰপৰা গুজৱ আহিছিল আমি থকা বৌশানাৰা ৰ'ডৰ এই কলনিকো শিখে হেনো খোলা তৰোৱাল লৈ আক্ৰমণ কৰিব ! আমি চটৰ ওপৰত উঠি পহৰা দিছিলোঁ – সেই বাৰেই মই যেন গালিবৰ উক্তি আকৌ শুনা পাইছিলোঁ – "এতিয়া ঘৰবোৰ বন্দীশালৰ দৰে লাগিছে । মজিয়াবোৰ ফাঁচীশাল ।" --- মই নিজেই সেইবোৰ চটৰ ওপৰত থিয় হৈ

আন আন মানুহৰ লগত পহৰা দিছিলোঁ। মহল্লাৰ সকলোৱে পহৰা দিছিল। ল'ৰা-তিৰোতা সকলোৱে যিহেতু বৌশানাবা ৰ'ডত শিখসকল সৰহ পৰিমাণে আছিল আৰু ইয়াৰ গুৰুদ্বাৰো ধ্বংস কৰা হৈছিল – সেয়ে অহৰহ এক আৱাজ উঠিছিল, আহিছে শিখে খোলা তৰোৱাল লৈ আহিছে --- দিল্লী-ৰ আকাশে যেন কৰ্কশ ৰূপ ধাৰণ কৰিছিল। যমুনাৰ পানীত কিহৰ ৰং আছিল ? সেয়া চিয়াহীৰ দৰে ক'লা আৰু তেজৰ দৰে ৰঙা --- এই বায়তত আমাৰ শিখ চিকিৎসক ৰ্যংগাৰ চিকিৎসালয় আৰু আমাৰ উকীল ৰণধীৰ চাউলাৰ ঘৰ পুৰি ছাঁই হৈছিল।

এই সময়তে গুৰুচৰণে আহি মোৰ দুৱাৰ মুখত থিয় হৈছিল। ষোল্ল বছৰৰ পাছত এই শিখ যুৱকে মোক চাবলৈ আহিছিল – মই ভালে আছোঁ নে নাই ? ---- এই বায়তৰ মাজত এই শিখ যুৱক গৰাকী মোৰ ঘৰত সোমোৱা বাবে সকলোৱে মূৰ তুলি চাইছিল। কোনোবাই যেন মোৰ বুকুত হাতুৰীৰ দৰে কোবাই কৈছিল – মই হিন্দু মানুহ এই সময়ত এই শিখ যুৱক গৰাকী মোৰ ঘৰত সোমোৱা বাবে সকলোৱে মূৰ তুলি চাইছে ---- ।

ষোল্ল বছৰৰ পাছত গুৰুচৰণ আহিছিল। বৃন্দাবনৰ সেই ভগ্ন মন্দিৰৰ অন্ধকাৰ খুপৰীৰ দুৱাৰ মুখৰপৰা মই গুৰুচৰণৰ প্ৰেম প্ৰত্যাখান কৰি পঠিয়াই দিছিলোঁ। নাই নাই কোনো অসূয়া নাই ! মোৰ দুয়ো নয়ন ভৰি আহিছিল।

পিছলৈ মই সম্বন্ধৰ এই গভীৰতাৰ ছবি মোৰ উপন্যাসৰ চৰিত্ৰৰ মাজত তুলি ধৰাৰ চেষ্টা কৰিছিলোঁ। নিজৰ জীৱনত লগ পোৱা তেজ মাংসৰ চৰিত্ৰ মোৰ প্ৰেৰণা হৈ পৰিছিল।

হৰনাম সিং মাস্তানাৰ (জখমী যাত্ৰী) কাল্পনিক ছবিত মই তেজ মাংসেৰে দেখা চৰিত্ৰৰ কিছু চিত্ৰ দিবলৈ চেষ্টা কৰিছিলোঁ।

সম্বন্ধৰ গভীৰতাৰ শাশ্বত অবিনাশী প্ৰেম চিত্ৰ মই ইন্দ্ৰনাথ, ইলিমন, গিৰিবালা (উঁয়ে খোৱা হাওদা) যশোৱন্ত (মোমৰে ধৰা তৰোৱাল) দময়ন্তী (নীলকণ্ঠী ব্ৰজ) হৰ্ষল চাহাব (অহিৰণ) ইত্যাদিৰ মাজেৰে দিবলৈ চেষ্টা কৰিছিলোঁ।

এই প্ৰেমৰ লক্ষ্য মোৰ বাবে অকল বিবাহেই নহয়। এই প্ৰেম অকল দেহ বিনিময়তহে সীমাবদ্ধ নহয় --- এই হৃদয় যেন এক নদীৰ দৰেই, এক

এক অসীম সাগৰতহে যেন ই বিলীন হয়। এয়া সেই সাগৰ যাৰ কোনো পাৰাপাৰ নাই।

এই চৰিত্ৰসমূহৰ এই অবিনাশী প্ৰেমৰ চিত্ৰ আকোঁতে অহৰহ মই মোৰ স্বামী স্বৰ্গীয় মাধৱনে ৰয়ছমৰ মোৰ প্ৰতি থকা প্ৰেম, মোৰ সঙ্গী কে, বি, সাতাৰাৱালাৰ মোৰ প্ৰতি থকা নিষ্ঠা আৰু নিজৰ জীৱনত পোৱা বিভিন্নজনৰ গভীৰ মনোভাৱৰ ছবি অহৰহ মোৰ মনলৈ আহিছিল।

চৰিত্ৰৰ মাজেৰে এই মনোভাৱৰ ছবি আৰু গভীৰ ভাৱে মই দেখুৱাবলৈ যত্ন কৰিছিলোঁ। মই যেন মানুহৰ চৰিত্ৰৰ গভীৰ গহ্বৰ খান্দিহে গৈছিলোঁ। কৃতকাৰ্য্য হৈছোঁ নে নাই এই বিষয়ে মোৰ কোনো প্ৰকাৰৰ ভাৱ মনলৈ নাহিছিল। খান্দি যোৱাই যেন কৰ্তব্য আছিল। পাঠকৰ মনোভাৱলৈ চোৱাৰো মোৰ ভাৱনা নাছিল। বাস্তৱ আৰু কল্পনাক জড়িত কৰি চৰিত্ৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰা এই মনোভাৱৰ সঠিক সংজ্ঞা মই হয়তো দিব নোৱাৰোঁ। লেখাৰ তাড়নাই আছিল এক সংজ্ঞাহীন যন্ত্ৰণা। এই যন্ত্ৰণাই কিন্তু মুক্তিৰ সোণালী সমুদ্ৰত স্নান কৰিহে যেন শৰীৰ মন আচ্ছন্ন কৰি ৰাখিছিল। ---- এইখিনিতে মহাকবি গালিবৰ সেই প্ৰখ্যাত উক্তিটিৰ কথা মনত পৰে "ক'ৰপৰা যে লেখাৰ স্ৰোত মোৰ ওচৰলৈ আহে ? --- পাখি কলমৰ সেই শব্দও যেন অপ্সৰাৰহে কণ্ঠ এনে ভাৱ হয়।"

'নীলকণ্ঠী ব্ৰজ' নামৰ উপন্যাসখন লেখাৰ সময়ত বৃন্দাবনত আছিলোঁ। বৃন্দাবনৰ সমস্ত কাহিনী মই মোৰ 'আধালেখা দস্তাবেজ' নামৰ উপন্যাসখনত প্ৰকাশ কৰিছোঁ। সেই সময়ত মই নিজে ভোগ কৰা যন্ত্ৰণাৰ ছবি মোৰ নায়িকা সৌদামিনীৰ চৰিত্ৰৰ মাজত সম্পূৰ্ণ ৰূপে ঢালি দিবলৈ চেষ্টা কৰিছিলোঁ।

সৌদামিনীৰ মানসিক অৱস্থা তাইৰ যন্ত্ৰণা, ক্ষোভ সমাজৰ কিছুমান মানুহৰ প্ৰতি বিদ্বেষগাৰ দ্বিতীয় প্ৰেমিকক সৰ্ব-অন্তঃকৰণেৰে গ্ৰহণ কৰিব নোৱাৰাৰ গ্লানি আৰু এই গ্লানিয়ে আঙুলিয়াই দিয়া ধ্বংসৰ ভয়ঙ্কৰ পথৰ কল্পনা মোৰ নিজৰ জীৱনৰ বাস্তৱৰ ভাৱধাৰাৰ ভেটিত আঁকি দেখুওৱা হৈছিল। যুদ্ধ কৰিবৰ কাৰণে সাজু হৈছিলোঁ যদিও সেই সময়ত আত্মহত্যাৰ ইচ্ছা বৰ ভয়ানক হৈ আহিছিল। নতুন জীৱন দিবলৈ অহা প্ৰেমিক শুভাকাঙ্খীসকলৰ সান্ত্বনা গ্ৰহণ কৰি নিজৰ শিক্ষা আৰু জ্ঞানেৰে ভাব ধাৰাক বশ কৰি জীয়াই থকাৰ শক্তি সঞ্চয় কৰা অসম্ভৱেই হৈ পৰিছিল। মনৰ সেই অৱস্থাৰেই মই সৌদামিনীৰ ছবি আঁকিছিলোঁ। যদিও 'নীলকণ্ঠী ব্ৰজক'

বৃন্দাবনৰ পটভূমিত ভাৰতীয় ভাষাত লিখা প্ৰথম উপন্যাস বুলি ইন্সটিউট অৱ অৰিয়েন্টাল ফিলছফিৰ অধ্যক্ষ চৰণ বিহাৰী গোস্বামীদেৱে কৈছিল তথাপিও মই ভালদৰে জানো যে ব্ৰজৰ সংস্কৃতিক মই সেইখন উপন্যাসত দেখুৱাবৰ চেষ্টা কৰা নাছিলোঁ। নায়িকাৰ মানসিক অৱস্থা আৰু সেই সময়ত মই নিজ চকুৰে দেখা মন্দিৰ কিছুমানৰ অৱস্থাৰ কথাহে বৰ্ণনা কৰিছিলোঁ।

মনৰ যন্ত্ৰণাত বৃন্দাবনৰ বাটে ঘাটে ঘূৰিছিলোঁ। মৈমনসিং, বাকুৰা, ৰাজশাহী, কোচবিহাৰ ইত্যাদিৰপৰা আমি ব্ৰজৰ এই মুৰলীধৰ কৃষ্ণৰ আশ্ৰয়ত থাকিব খোজা বৃদ্ধা বিধবাসকলৰ শাৰীৰিক আৰু আৰ্থিক দুৰ্গতি দেখি স্তব্ধ হৈছিলোঁ। দৰিদ্ৰতাৰ আৰু অমানৱীয়তাৰ এক ভয়ানক আৰু নিৰ্মম অৱস্থাৰ ছবি মোৰ চকুৰ আগত ভাস্বৰ হৈ উঠিছিল। কেইগৰাকী বিধৱাক মই মোৰ সামান্য শক্তিৰে সহায় কৰিব চেষ্টা কৰিছিলোঁ। মন্দিৰৰ পচি জৰ্জৰ হোৱা শেলুৱৈয়ে ধৰা প্ৰাচীন মূৰ্তিৰ মাজতো যে মৰি মৰি জীয়াই থকা এই বিধৱাসকলক জীয়াই থকাৰ প্ৰেৰণা দিব পৰা বীজ লুকাই থাকে এই কথা মই হৃদয়েৰে উপলব্ধি কৰিছিলোঁ।

যি মুৰলীধৰে জীৱন কালত গ্লানি আৰু অপমানৰ বাহিৰে একো নিদিলে – সেই মুৰলীধৰৰ আশ্ৰয়ৰ বাবে এনে ধৰণে আক্ৰোশী হৈ উঠা বিধৱাসকলক দেখি মই বিস্ময়ত অভিভূত হৈছিলোঁ। বৈধব্যই আজুৰি নিয়া মূৰৰ চুলি, দেহত শতচ্ছিন্ন পোছাকেৰে সৈতে অস্থি চৰ্মসাৰ এই দেহবোৰৰ সৈতে মোৰ গভীৰ পৰিচয় ঘটিছিল। সিহঁতে বাস কৰা খুপৰীবোৰলৈও মই গৈছিলোঁ। প্ৰাচীন মন্দিৰ কিছুমানৰ প্ৰাঙ্গণতো আছিল কিছুমান অন্ধকাৰ খুপৰি। হাড়াবাৰী নামৰ স্থানত এনেকুৱা ডেৰকুৰিমান খুপৰি আছিল। তেওঁলোকৰ অবিশ্বাস্য জীৱনধাৰা দেখিছিলোঁ। 'ঔৰ্দ্ধ দেহিকৰ' বাবে তেওঁলোকে টকা গোটাইছিল। পাণ্ডা আৰু দালালে কেনেদৰে এই টকা কেতিয়াবা লুটি নিছিল সেই কথাও মোৰ চকুত পৰিছিল। হায় 'ঔৰ্দ্ধ দেহিকৰ' টকা হেৰুৱাই গলিৰ মাজত পৰি হাঁহাকাৰ কৰি থকা দুৰ্ভগীয়া বিধৱাৰ, লগতো মোৰ পৰিচয় ঘটিছিল। টাঙ্গাই জখম কৰি এৰি থৈ যোৱা আৰু আলিৰ মাজতে চটফটাই পৰি থকা বিধৱাকো মই লগ পাইছিলোঁ।

---- এই ব্ৰজৰ মাটিতেই প্ৰায়বোৰে মৃত্যু সাৱটিব খুজিছিল। ভজন গাই পেট প্ৰৱৰ্তাইছিল। স্বপ্ন দেখিছিল মুৰলীধৰ কৃষ্ণৰ। যি কৃষ্ণই কদমৰ

তলত বাঁহী বজাই ৰাধা সহিত সকলো গোপীক প্ৰেম ৰসত উত্ৰাৱল কৰি ৰাখিছিল ?

প্ৰেমৰ শক্তি ইমানেই নে ? কিন্তু এই বৃদ্ধাসকলে মুৰুলীধৰক কৃষ্ণৰ অকল এই প্ৰেমিক ৰূপৰে পূজা কৰিছিল নে ? নে মুৰুলীধৰ কৃষ্ণক ভাল পোৱা অপূৰ্ণ যৌন স্পৃহাৰে এক অন্য ৰূপ আছিল ?

কুৰুক্ষেত্ৰৰ যুদ্ধ ভূমিৰ ধূলিৰে ধূসৰিত হোৱা পাৰ্থসাৰথি কৃষ্ণৰ প্ৰতি এইসকলৰ কোনো ভ্ৰূক্ষেপ নাই। ঐতিহাসিক কৃষ্ণক বিচাৰি উলিওৱাৰ আগ্ৰহ ইয়াত কাৰো নাছিল।

সকলোতে মাথো মুৰুলীধৰ কৃষ্ণ। মুৰুলীধৰ কৃষ্ণ! বৃন্দাবন এৰি দ্বাৰকালৈ যোৱা কৃষ্ণই হেনো এবাৰো আৰু বৃন্দাবনলৈ উভতি যোৱা নাছিল। সেই কৃষ্ণক ইয়াত প্ৰয়োজন নাই।

নাই নাই দ্বাৰকাৰ এই কৃষ্ণক আৰু কাৰো প্ৰয়োজন নাই। মুৰুলীধৰ কৃষ্ণই অহৰহ বৃন্দাবনত বাস কৰে। এই কৃষ্ণৰ লগতেই যেন সকলো বিধৱাৰ এক ৰহস্যময় সম্বন্ধ।

মোৰ দুঃখ এয়ে যে 'নীলকণ্ঠী ব্ৰজত' সৌদামিনীৰ মানসিক যন্ত্ৰণাৰ ছবি আঁকাত এনেদৰে অভিভূত আছিলোঁ যে বৃন্দাবনৰ বাহিৰৰ জগতখনৰ ছবি বহলভাৱে আঁকি দেখুৱাবলৈ সুযোগ থকা স্বত্বেও যেন সুযোগ গ্ৰহণ কৰিব পৰা নাছিলোঁ। এবাৰ এগৰাকী নেতাক মই সুধিছিলোঁ। "বৃন্দাবনৰ এই ৰাধেশ্যামী বিধৱাসকলৰ বাবে কিয় চৰকাৰে একো নকৰে ? এই ভজন আশ্ৰমবোৰ ভ্ৰষ্টাচাৰৰ কেন্দ্ৰ হৈ পৰা নাইনে ?"

তেওঁ উত্তৰ দিছিল, – "সেইবোৰ আন ৰাজ্যৰ মানুহ! বঙ্গৰ মানুহ। তাৰ সামাজিক সমস্যা এটা আমাৰ ইয়াত জাপি দিছে।"

বিস্ময়ত মই অভিভূত হৈছিলোঁ। সপোন দেখিছিলোঁ এই সকলে এক গোট হৈ এদিন আৱাজ তুলিব পাৰিব। হওঁক সেই আৱাজ শুকান হাড়ৰ আৱাজ! তথাপিও সত্যৰ এক শক্তি আছে বুলি মোৰ বিশ্বাস আছিল। সেয়ে 'নীলকণ্ঠী' ব্ৰজৰ এটি বিদ্ৰোহী চৰিত্ৰই অহৰহ এক পোহৰ অহাৰ সপোন দেখিছিল।

□ □ □

'অহিৰণ' নামৰ উপন্যাসখন লেখাৰ সময়ত মই আকৌ এক অন্য বাতাবৰণলৈ গৈছিলোঁ। ১৯৭৪ চনত মই মধ্যপ্ৰদেশৰ কাঠঘোৰা কোৰবা আৰু ভৰিৰ ওচৰত থকা অহিৰণ নামৰ স্থানত উপস্থিত হৈছিলোঁ। মনক

আচ্ছন্ন কৰি আছিল নৈৰাশ্য আৰু অস্থিৰতা। কিন্তু লেখাৰ সময়ত মই নিজকে পাহৰি আছিলোঁ। লেখাই আছিল মোৰ আটাইতকৈ ডাঙৰ সান্ত্বনা। সেয়ে ইয়াতেই মই 'অহিৰণ' নামৰ উপন্যাসখন লেখিবলৈ আৰম্ভ কৰিছিলোঁ।

এই স্থানতেই মই 'ছত্তীসগড়ী' শ্ৰমিকৰ অৱস্থাৰ এক অদ্ভুত ৰূপ দেখা পালোঁ। সেই সময়ত মহিলা শ্ৰমিকসকলে পুৰুষৰ সমানে কাম কৰিছিল। কিন্তু সিহঁতৰ বেট পুৰুষতকৈ কম আছিল। গোটেই ভাৰতবৰ্ষৰ ভিতৰতে হয়তো কম আছিল। ওচৰে পাজৰে 'বেল্‌কো' ভাৰত এলুমিনিয়াম আদি উদ্যোগ বহিছিল। ইয়াৰ বাবুবোৰৰ অহিৰণৰ আশে পাশে বহা শ্ৰমিকৰ দৰিদ্ৰ গাঁওবোৰলৈ সঘনেই যাতায়াত চলিছিল। ফল স্বৰূপে জাৰজ ল'ৰা-ছোৱালী হৈছিল। বিয়া নোহোৱা তিৰোতাৰ দুই তিনিটা জাৰজ ল'ৰা - ছোৱালীয়ে মজিয়াত খেলা কৰি থকা মই দেখিছিলোঁ। ইঞ্জিনীয়াৰসকলৰ গেষ্টহাউছত কাম কৰা মনচা নামৰ লগুৱা এটাই মোক কৈছিল – "গোটেই গাঁওখনকে ছিফিলিচ ৰোগে ছাটি ধৰিছে।'

এইখিনিতে মই আকৌ সোঁৱৰাইছো যে মানসিক অৱস্থা মোৰ বৰ ঠিক নাছিল। পাচী যুৱক কাইকাউছ বাৰ্জোৰৰ বিবাহৰ প্ৰস্তাৱ গ্ৰহণ কৰিব পৰা নাছিলোঁ। তেওঁৰ লগত থাকিয়ে 'অহিৰণ' নামৰ উপন্যাসখন লেখিছিলোঁ। তেওঁ তেতিয়া এই সমগ্ৰ অহিৰণ একোৱেডাক্টৰ মেনেজাৰ আছিল। ইয়াতেই উৰিষ্যাৰ পিচৱাকাৰ বা লেবাৰ কনটেক্টৰৰ লগত অহা উড়িয়া শ্ৰমিকসকলৰ লগত চিনাকি হৈছিলোঁ। সিহঁতৰ বেৰেকলৈ গৈছিলোঁ। আধা হোৱা গাৰ্ডাৰৰ ওপৰত বহি সিহঁতে গোৱা নাৰায়ণ পূজাৰ সঙ্গীত শুনিছিলোঁ। সিহঁতৰ নিৰ্মম দৰিদ্ৰতাৰ কাহিনী শুনিছিলোঁ। শিয়ালৰ দৰে ধূৰ্ত আৰু অত্যাচাৰী ঠিকাদাৰ কিছুমানৰ কাহিনীও শুনিছিলোঁ।

'অহিৰণ' উপন্যাসৰ খালাচী, শ্ৰমিক ইত্যাদি সকলোৰে চৰিত্ৰ আৰু কাহিনী মই ৰাক চাইটৰপৰা বুটলি লৈছিলোঁ। এই উপন্যাসৰ প্ৰধান চৰিত্ৰ ইশুলৰ কাহিনী লিখাত মই বাৰ্জোৰ সাতাবাৱালাৰ চৰিত্ৰৰপৰা প্ৰেৰণা পাইছিলোঁ। এই চৰিত্ৰটিত অনেক ৰহন সানিছিলোঁ যদিও ইশুল চাহাবৰ চৰিত্ৰ ৰচনাৰ প্ৰেৰণা মই সম্পূৰ্ণ ভাৱে সাতাবাৱালাৰপৰা পাইছিলো। প্ৰাইভেট কোম্পানীসমূহত সুদক্ষ ইঞ্জিনীয়াৰসকল আছিল। গোটেই জীৱন তেওঁলোকে কোম্পানীৰ কামত আত্মনিয়োগ কৰিছিল। শ্ৰমিকসকলে সাধাৰণতে এই ইঞ্জিনীয়াৰসকলক কোম্পানীৰ দালাল বুলিয়ে ভাবিছিল, –

কিন্তু কোম্পানীৰ কৰ্তৃপক্ষৰ লগত সৰহ ভাগ ইঞ্জিনীয়াৰৰ অৱস্থা কেনে মাৰ্মিক আছিল ।

সেই কথাৰ উমানো মই পাইছিলোঁ । এনে ধৰণৰ আৱহাৱাৰ মাজত লালিত ইশুল চাহাবৰ চৰিত্ৰটি 'অহিৰণ' নামৰ উপন্যাসত মই যত্নেৰে আঁকিবলৈ চেষ্টা কৰিছিলোঁ ।

জোনাক ৰাতি ব্লাৰ্ক চাইটৰ চাটাৰিং প্লেটসমূহ যুদ্ধক্ষেত্ৰৰ সৈনিকৰ বেয়োনেটৰ দৰে জিলিকিছিল । ক্ৰেইনসমূহক দৰক লৈ থকা বৰটোকোলাৰ দৰে দেখা গৈছিল । --- প্ৰাচীন ভৱনৰ গম্বুজৰ দৰে লাগিছিল অহিৰণ বান্ধৰ বাটি অহা 'পীয়েৰসমূহ' । টাৰপলিনীৰে ঢাকি থোৱা কমপ্ৰেছাৰসমূহক বহি থকা উটৰ কাফিলাৰ দৰে দেখা গৈছিল । কুণ্ডলী পকাই থকা পাইথানৰ দৰে পৰি আছিল ছাপ্লেন পাইপসমূহ । ষ্টিলৰ ৰিইনৰ্ফছমেন্ট (reinforcement rods) ৰ'ডসমূহ শ্ৰমিকৰ বুকুৰ কামিহাড়েৰে গঠিত পৰ্বতৰ দৰে দম খাই আছিল ---- জেনেৰেটাৰৰ হৰ হৰ আৱাজ, কনক্ৰিট মিক্সাৰৰ ঘৰ ঘৰ আৱাজ, ষ্টন ক্ৰাছাৰৰ আৱাজ --- এই সকলোবোৰৰ লগত সেই সময়ত মই যেন এক হৈ পৰিছিলোঁ ।

মূৰৰ ওপৰৰ আকাশ চাব নোৱাৰাৰ যুদ্ধ চলি আছিল যদিও মই যেন লাহে লাহে এই আকাশ চাব পৰা শক্তি লাভ কৰিছিলোঁ । আবেলি মধ্য প্ৰদেশৰ এই আকাশে কেতিয়াবা অনন্য সুন্দৰ ৰূপে মোৰ চকুত উদ্ভাসিত হৈ উঠিছিল । ৰঙা আৰু সোণালী মেঘৰ টুকুৰাই যেন খেলাহে কৰিছিল । ভাৱ হৈছিল কোনো ৰাজপুত্ৰই তেওঁৰ সোণালী আৰু ৰঙা পোছাক ফালি টুকুৰা টুকুৰি কৰিহে যেন আকাশলৈ উকৰাই দিছে ।

আগেয়ে কৈছো যে চন্দ্ৰভাগা নদীৰ প্ৰান্তত মই শ্ৰমিকৰ ইউনিয়ন গঠন হোৱা দেখা নাছিলোঁ । সকলোৰে সম্মুখত শ্ৰমিকক ফটা জোতাৰ দৰে ব্যৱহাৰ কৰা আৰু ভয়ঙ্কৰ দুৰ্ঘটনাৰ সময়তো এক অনন্য নীৰৱতাই বিৰাজ কৰা অৱস্থা মই নিজ চকুৰে দেখিছিলোঁ । কিন্তু ১৯৭৪ চনত মই যেতিয়া অহিৰণলৈ গৈছিলো এই প্ৰখ্যাত প্ৰাইভেট কোম্পানীটিৰ ইউনিয়ন গঠিত হৈছিল ।

মেনেজাৰ বাৰ্জোৰ সাতাৰাৱালাৰ ঘৰৰ আগেৰে মোৰ্চা বাহিৰ হোৱাও মই দেখিছিলোঁ । 'চাটাইৰ' অফিছৰ বেৰত শ্লোগান লেখি থোৱাও মই দেখিছিলোঁ । ১৯৭৬ চনত "মামৰে ধৰা তৰোৱাল" নামৰ উপন্যাসখন লেখিবলৈ ৰায়বেৰেলীৰ 'সাই একোৱাডাক্টৰ' ব্লাকচাইটত

কেইবামাহো আছিলোঁ। মই থকা সময়তে একোৱাডাক্টৰ শ্ৰমিকৰ ৰিট্ৰেন্সমেন্ট'ৰ অৰ্থাৎ শ্ৰমিকৰ বৰ্খাস্তৰ কাম আৰম্ভ হৈছিল। বৰ্খাস্ত কৰা শ্ৰমিকৰ তালিকা চাটাইৰ অফিচত আঁৰি দিয়া হৈছিল। 'ডেইলী পেইড' বা 'ক্যাজুৱেল' শ্ৰমিকক প্ৰথমেই বৰ্খাস্ত কৰা হৈছিল। টাইম কিপাৰৰ অফিচৰ বাহিৰত এখন এখনকৈ বৰ্খাস্ত হোৱা শ্ৰমিকৰ তালিকা আঁৰি দিয়া হৈছিল। জামাদাৰৰপৰা আৰম্ভ কৰি ফিটাৰছ্ হেলপাৰছ্ চকিদাৰ, লাঙ্গৰৰ ৰান্ধনি, গেষ্ট হাউছৰ লগুৱা আৰু আন আন শ্ৰমিকৰ মাজত হাঁহাকাৰ লাগি পৰিছিল। এই সময়তে ইউনিয়নে ধৰ্মঘট আৰম্ভ কৰিছিল। তেওঁলোকৰ দাবী আছিল এই বৰ্খাস্ত হোৱা ক্যাজুৱেল শ্ৰমিকসকলক সমগ্ৰ হিন্দুস্থানত শাখা-প্ৰশাখাৰে বিয়পি থকা কোম্পানীৰ আন আন ব্ৰাঞ্চসমূহত যাতে তৎক্ষণাতে নিয়োগ কৰি লোৱা হয়।

প্ৰচণ্ড গতিৰে ধৰ্মঘট চলিছিল।

কোম্পানীৰ কাম কাজ বন্ধ হৈ গৈছিল। কোম্পানীৰ অফিচৰ সন্মুখত ইউনিয়নৰ নেতা কিছুমানে 'ভোক হৰতাল' আৰম্ভ কৰিছিল।

মই একেবাৰে ওচৰৰপৰা এই ধৰ্মঘট নিৰীক্ষণ কৰিছিলোঁ।

ৰঙা নিচান লৈ বেৰেকৰ আগেৰে পাৰ হৈ যোৱা অৰ্দ্ধহাৰী হৰিজনৰ আৰু আন আন শ্ৰমিকৰ মোৰ্চা বাহিৰ হৈছিল।

লাহে লাহে এই ধৰ্মঘটে ভয়ানক ৰূপ ল'বলৈ আৰম্ভ কৰিছিল। এইখিনি সময়তে মই শ্ৰমিক নেতা এটিয়ে আন এটা ব্ৰাঞ্চৰ শিৰোদকৰ নামৰ ইঞ্জিনীয়াৰ এগৰাকীক গুলীয়াই হত্যা কৰাৰ কথাও শুনিছিলোঁ। --- এই সাই একোৱেডাক্টৰো মেনেজাৰ আছিল বাৰ্জোৰ সাতাৰাৱালা। তেওঁৰ বাবেও মোৰ কিছু চিন্তা হৈছিল। ভোক হৰতাল কৰি পৰি থকা শ্ৰমিকৰ ওচৰলৈ মই গৈছিলোঁ। লাহে লাহে সুদীৰ্ঘ কাল চলা এই ধৰ্মঘটৰ এক কৰাল ৰূপ ধীৰে ধীৰে প্ৰকট হৈ পৰা মই দেখা পালোঁ। এই কৰাল ৰূপৰ কথাকে মোৰ উপন্যাস 'মামৰে ধৰা তৰোৱাল'ত দেখুৱাইছিলো। শ্ৰমিক ইউনিয়নৰ যি শক্তিৰ কল্পনা মই 'অহিৰণ'ত কৰিছিলোঁ সাই একোৱেডাক্টৰ ব্ৰাঞ্চত সেই কল্পনা এক প্ৰকাৰ ধূলিসাৎ হৈ গৈছিল। মই এই সুদীৰ্ঘকাল চলা ধৰ্মঘটৰ লীডাৰ কেইটাক চিনি পাইছিলোঁ। কথা-বতৰাও পাতিছিলোঁ। যিহেতু সাই একোৱেডাক্টৰ স্বয়ং মেনেজাৰৰ লগতে আছিলোঁ। মই অনেক কথাৰ উমান পাইছিলোঁ। কোম্পানীয়ে ইউনিয়নৰ লীডাৰ দুই এটাক কিনি লোৱাৰ দৰে কাহিনীও মোৰ কাণত পৰিল।

এদিন ধৰ্মঘট চলাই নিয়া লীডাৰ এটাই (এওঁ বঙ্গদেশৰ মানুহ আছিল) মোক সুধিছিল – "মেনেজাৰ গৰাকীয়ে একেবাৰে কথা নকয়, এনেকুৱা কথা নগতা মানুহ আমি আগে পিচে দেখা নাই। ----- এনেকুৱা মানুহৰ লগত আপুনি কেনেকৈ বাস কৰিছে ?"

---- ধৰ্মঘট সফল নহ'ল। লোকেল লীডাৰৰ প্ৰভাৱেও প্ৰভূত অনিষ্ট সাধন কৰিলে। ধৰ্মঘটৰ এই বিফলতাৰ কাহিনী মই যেনেদৰে দেখিছিলোঁ ঠিক তেনেদৰেই ৰাখিছিলো যদিও কোনো ঠাইত যথেষ্ট ৰহণ সানিছিলোঁ। এই ৰহণ সত্যক শক্তিশালী কৰি প্ৰকাশ কৰিবৰ বাবেই প্ৰয়োজন হৈছিল। ইয়াৰ অনেক চৰিত্ৰ কাল্পনিক আছিল। মূল কাহিনীতো কল্পনাৰ ৰহণ সনা হৈছিল।

নিৰপেক্ষভাৱে থাকি মই ধৰ্মঘটৰ কাহিনী লেখিছিলোঁ। মোৰ বোধেৰে নিৰপেক্ষতা লেখকৰ এটাইতকৈ ডাঙৰ অলঙ্কাৰ।

কোনোবাই যেন কাণে কাণে সোঁৱৰাইছিল,– "লেখকসকল আকাশৰ সূৰ্য্যৰ দৰে হোৱা উচিত।" মই নিজে নেজানো এনেদৰে নিজ চকুৰে দেখা বাস্তৱৰ কাহিনীক উপন্যাসৰ আকাৰেৰে সজাই মানুহৰ আগত প্ৰকাশ কৰাত কৃতকাৰ্য্য হৈছো নে নাই। এই কথাৰ বিচাৰ একমাত্ৰ পাঠকেহে কৰিব পাৰিব বুলি মোৰ বিশ্বাস।

   

উঁয়ে খোৱা হাওদা নামৰ উপন্যাসখন লেখি মই এক অন্যধৰণৰ আনন্দ উপভোগ কৰিছিলোঁ। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত থকা আমাৰ পূৰ্বপুৰুষসকলৰ সত্ৰ এখনৰ অনুপ্ৰেৰণাত মই এই উপন্যাস লেখিছিলোঁ। শৈশৱত এই সত্ৰখন মোৰ প্ৰাণ কেন্দ্ৰ-স্বৰূপ আছিল। গুৱাহাটী চহৰতকৈ তেতিয়া ভাল পাইছিলোঁ – মই এই সত্ৰৰ মুক্ত আৱাহাৱা। স্কুল ক্ষতি কৰি হলেও এই সত্ৰলৈ যাবলৈ মই কুণ্ঠাবোধ নকৰিছিলোঁ। সেই সময়ত মোৰ বাবে যদি কিবা স্বৰ্গপুৰী আছিল তেতিয়াহলে এই সত্ৰই আছিল। মোৰ পিতাৰ মৃত্যুৰ পাছত এই সত্ৰৰ মাটিবাৰী চলাইছিল মোৰ খুড়া চন্দ্ৰকান্ত গোস্বামীয়ে। সত্ৰৰ অধিকাৰ অৱশ্যে মোৰ আন এগৰাকী খুৰা ব্ৰহ্মকান্তহে আছিল। চন্দ্ৰ খুৰাই মোক বৰ স্নেহ কৰিছিল। কেতিয়াবা তেওঁৰ লগত চাইকেলত উঠি সত্ৰলৈ গৈছিলোঁ। কেতিয়াবা আমাৰ গোটেইটো পৰিয়ালেই পুৰণা ফৰ্ড গাড়ী এখনত বহি এই সত্ৰলৈ গৈছিলোঁ। জালীয়া নদীৰ পাৰৰ

আঁহত গছ্ এজোপাৰ গুচৰত আমাৰ হাতী সাজু হৈ আছিল । কাৰণ ৰাস্তা ইমান বেয়া আছিল যে আধা বাট এই হাতীৰেই গাড়ী টানি নিব লগীয়া হৈছিল । বয় খুৰাই পঢ়া শুনা আমাৰ ঘৰতে কৰিছিল । তেওঁ মোৰ বৰ প্ৰিয় আছিল । স্বত্ৰৰ গ্ৰাম্য সকলোবোৰ চৰিত্ৰকে মই চিনি পাইছিলোঁ । কালীয়া বহুৱা, কাউৰীয়া বুঢ়া, চেকবৃদ্ধ চেনীৰাম মহাজন, সোনেশ্বৰ মহৰী, বৰিহাটৰ কবিৰাজ বাবু, শম্ভু, দম্ভু, সন্ধ্যা, সাধা, সতৰী, ফুলৌ, ঘেনটেপী, থানেশ্বৰী আদি অনেক চৰিত্ৰৰ এক অনন্য জগতত বিচৰণ কৰিছিলোঁ । ----- মাটিয়া পাহাৰৰ নামনিত নিজৰ মাটিবাৰীলৈ অকলশৰে বাস কৰা বিধবা 'আবু' এগৰাকী আছিল মোৰ অতি প্ৰিয় চৰিত্ৰ । কানি বৰবিহে ধ্বংস কৰা দৰিদ্ৰ জনগণৰ সৈতে সেই শিশু অৱস্থাতে মোৰ সাক্ষাৎ হৈছিল ।

এসময়ত আমাৰ কেইবাটাও হাতী আছিল কিন্তু মই এটা হাতীকহে দেখা পাইছিলোঁ । এই হাতীত উঠি জগলীয়াত স্নান কৰা, মাটিয়া পাহাৰৰ অৰণ্যত ফুৰিব যোৱা সকলো কথাই মনৰ মাজত ফৰকাল হৈ আছে --- একো একোটা দৃশ্য এতিয়াও চকুৰ আগত ভাস্বৰ হৈ উঠে -----,

---- তুঁহ জুই আগত লৈ টোপনিয়াই বহি আছে সৌৱা মোৰ পেহী ----

শহাপহুৰ ছালৰ দৰে চিকুণ চোতালৰ এচুকত ৰবাব টেঙা এজোপাৰ তলত বুকুত মেখেলা পিন্ধি সক আবুৱে কৰবী ফুল আৰু তুলসীৰে শিৱ পূজা কৰি আছে ।

---- আহ সৌবোৰ মানুহে উদং গাৰে মাটিয়া পৰ্বতৰ পিনে চপলিয়াইছে, হাতত টাঙোন । মাটিয়া পৰ্বতত বাঘ ওলাইছে । হুলস্থুল । বাটঘৰত বৈ আছোঁ । মই খালী ভৰি ফুটফুটীয়া ফ্ৰক ----- উৰি থকা চুলি ---- সৌৱা পিতা আৰু খুৰাই আতাৰ শ্ৰাদ্ধৰ পিণ্ড দিবলৈ গৈছে । মূৰৰ ওপৰত প্ৰকাণ্ড ছাতি – গোলপীয়া ৰেশমৰ । পিছে পিছে গোটেই গাঁওখনেই যেন উঠি গৈছে । গোঁসাইক প্ৰশংসা কৰি গোৱা আয়তীসকলৰ গীত কাণত পৰিছে । সিহঁতৰ বুকুত মেখেলা । উদং ভৰি । জগলীয়াৰ পানীৰ দৰে গাৰ গোন্ধ ।

পিছে পিছে সৌটো কাউৰীয়া বুঢ়া অকলে অকলে কালীয়া বজাই সকলোৰে পিছে পিছে গৈ আছে । --- তাৰ ক'লা উদং গাৰ হাড় কেইডাল মই স্পষ্টভাৱে দেখিছোঁ । --- সৌটো সাধা এটা চকু কণা । পিঠিত প্ৰকাণ্ড

কুঁজ অস্থিচৰ্মসাৰ দেহ ! খিলখিলকৈ হাঁহি কৈছে – "মাইচানা খোজ কাৰবা পাৰা নাই ? নুচুবি নুচুবি ম'ক গাৱঁধুবা লাগব তহনাই !"

সৌটো আমাৰ প্ৰকাণ্ড হাতী ৰাজেন্দ্ৰ ! ভৰিত কাৰী হৈছে । মানুহে শোৱাৰ দৰে শুই আছে --- নদী পাৰ হৈ অহা চিকিৎসকটোৰ লগত খুৰাই নিজ হাতেৰে তাৰ কাৰী হোৱা ভৰিত ঔষধ লগাই দিছে । এই দৃশ্য চাবলৈ সত্ৰৰ ল'ৰা-ছোৱালীৰ ভিৰ লাগিছে । সিহঁত উলঙ্গ । বোকা মাটিৰে লপথপকৈ থকা শৰীৰ । পেলুৰে ভৰি থকা ঢোল যেন পেট ।

আহ মই এয়া কান্টু মাউতৰ খুপৰিত বহি আছোঁ । সি খোলা এখনত পাণ ভাজিছে । ধুতিৰ খোচনিৰপৰা কানিৰ সৰু সৰু বড়িবোৰ উলিয়াই ভজা পাণৰ লগত মিহলাই দিছে --- । "মাইচানা কি চাই আছাহ ! ----- কানি নাখেলি বৰ কষ্ট ! বৰ কষ্ট !!"

--- এয়া খুৰাৰ হাতত ধৰি আমাৰ নিজৰ বাৰীৰ প্ৰকাণ্ড অৰণ্যত সোমাইছোঁ । --- মলমলীয়া গোন্ধ ! বনৰীয়া ফুল, কাগজী নেমুৰ গোন্ধ । শাল, শিমলু, গমাৰী, নাগেশ্বৰ, খৈৰা, গন্ধসৰৈ -- ক'ত নাম কৈছিল খুৰাই -- হিচাপ ল'ব দিছিল মৌ বাঁহবোৰৰ ।

সৌৱা বিয়া গীতৰ সুৰ ভাঁহি আহিছে – । নলিনীবায়ে বিয়া গীত জুৰিছে --- আমি ল'ৰা-ছোৱালীবোৰে ছৈ নিদিয়া গৰু গাড়ীত উঠি বৰিহাটৰ পিনে ফুৰিব গৈছোঁ । ফটফটীয়া জোনাক ৰাতি হাত বন্ধা বাকৰাখনে বুঢ়ী আবুৰ মেল খোৱা চুলিৰ দৰে কঁফাল খাই পৰি আছে ।

❑ ❑ ❑ ❑

ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত থকা আমাৰ সত্ৰৰ এনে ধৰণৰ অজস্ৰ ছবি মোৰ মানস পটত ভাঁহি উঠে । এই স্মৃতি কাহিনীক কেন্দ্ৰ কৰিয়েই মই মোৰ উপন্যাস 'উঁয়ে খোৱা হাওদা' লেখিছিলোঁ ।

এই উপন্যাস লেখাৰ সময়ত মই অতীতৰ মোৰ সেই প্ৰিয় চৰিত্ৰবোৰৰ লগত এই সত্ৰৰ মাজতে যেন ঘূৰি ফুৰিছিলোঁ ।

---- উপন্যাসখনৰ কাহিনী ভাগত অৱশ্যে কল্পনাৰ ৰহণ সনা হৈছিল । নিজৰ প্ৰিয় চৰিত্ৰবোৰৰ মাজৰপৰা উপন্যাসৰ প্ৰধান চৰিত্ৰবোৰ বুটলি লৈছিলোঁ যদিও এই চৰিত্ৰবোৰত অনেক ৰহণ সনা হৈছিল । সম্পূৰ্ণৰূপে কল্পনা কৰি লিখা চৰিত্ৰৰ সংখ্যাও অনেক আছিল । লিখি থকা অৱস্থাত কেইবাবাৰো মই দিল্লীৰপৰা গুৱাহাটীলৈ যোৱাৰ সময়ত সত্ৰলৈ গৈছিলোঁ । --- বিচ্ছেদৰ নিৰ্মম কাহিনীৰ কথা এই সত্ৰই মোক অহৰহ

সোঁৱৰাই আছিল । এই উপন্যাসখন লেখাৰ বাবে প্ৰেৰণা পোৱা চৰিত্ৰসমূহ আৰু নাই । সৰু গোঁসানীৰ চৰিত্ৰটি লেখিবলৈ প্ৰেৰণা পোৱা গোঁসানী গৰাকীক মাটিয়া পাহাৰৰ একাষে দাহ কৰা হৈছিল । মই তেওঁক পুৰি শেষ কৰা জুই কুৰাৰ অৱশেষ ৰূপে থকা আধা পোৰা খৰি আৰু পুঁজি এটাহে দেখিছিলোঁ । সতৰী নামৰ মোৰ আন এটি প্ৰিয় চৰিত্ৰক মই ১৯৮৯ চনত এক মৰ্মস্পৰ্শী অৱস্থাত দেখিছিলোঁ । গোহালী ঘৰ এটাত তাই ৰুগ্ন নাৰীৰূপে পৰি আছিল । ৰ'দ দিলে তাইক চোঁচৰাই টানি চোতালৰ ৰ'দত পেলাই থৈছিল, ৰাতি আকৌ আমি গোহালিত থৈছিলোঁ । মই যেতিয়া তাইৰ ওচৰত থিয় হৈছিলোঁ তাই মোক চিনি পোৱা নাছিল । চিনি পাওঁতে তাইৰ চকুৰে দুধাৰী লোতক বাগৰি পৰিছিল । হৃদয়ৰ মাজৰ কিছুমান অদৃশ্য অঙ্গহে যেন খহি পৰিছিল । এনে এক শূন্যতা মই অনুভৱ কৰিছিলোঁ । প্ৰিয়জনক লগ পোৱা আৰু বিচ্ছেদ হোৱা এই যন্ত্ৰণাই মোক কেনে এক ৰহস্যৰ জগতলৈ লৈ গৈছিল সেই কথা মই ঠিক লেখি প্ৰকাশ কৰিব নোৱাৰিছিলোঁ । সকলোকে মই সমান ভাবেই হৃদয়েৰে ভাল পাইছিলোঁ ।

চুটি গল্পবোৰৰ বাহিৰে মোৰ প্ৰায়বোৰ উপন্যাসতে জীৱনৰ এটি এটি অংশ সোমাই আছে । কল্পনা আৰু বাস্তৱৰ মায়াজাল গুঠি মই ভাল পাওঁ । বঞ্চিতসকলে মানুহৰ মৰ্যদা পোৱাৰ সপোন দেখোঁ । বৰ্ণনাসমূহে যাতে হুবহু বাস্তৱৰ ৰূপ পাব পাৰে তাৰ বাবে মই কোনো চেষ্টা বাদ নিদিওঁ ।

--- মোৰ চুটি গল্পবোৰৰ মাজত দিয়া বৰ্ণনাবোৰো মই বাস্তৱৰ ভেটিত আঁকিব চেষ্টা কৰোঁ ।

'হৃদয়' নামৰ গল্পটো লেখাৰ সময়ত এটা শৱ গৃহৰ বৰ্ণনাৰ প্ৰয়োজন হৈছিল । মই নিজেই এই বৰ্ণনা দিয়াৰ আগেয়ে দিল্লীৰ এটি শৱ গৃহ চাই অহা উচিত হ'ব বুলি ভাবিছিলোঁ । দিল্লীৰ 'সবজীমণ্ডি' বৰফখানাৰ ওচৰত থকা শৱ গৃহ এটা মই মহেশ গুপ্ত নামৰ বন্ধু এগৰাকীৰ লগত এদিন চাবলৈ গৈছিলোঁ । মহেশ গুপ্তই ভাৰত চৰকাৰৰ গুপ্তচৰ বিভাগত কাম কৰে ।

মেথডিষ্ট মিশ্বনে ডাক্তৰ উইলিয়াম বাটলাৰৰ স্মৃতিত সজা গীৰ্জা ঘৰৰ একেবাৰে সম্মুখত আছিল এই গৃহ । মই যিদিনা এই গৃহলৈ গৈছিলোঁ সেইদিনা দিল্লীৰ দুই নম্বৰ চৌকিৰ ৰেল দুৰ্ঘটনা এটাত মৃত্যু হোৱা অনেক শ পৰি আছিল । চিনাক্তকৰণ তেতিয়াও হোৱা নাছিল । পৰীক্ষাত বেয়া

কৰি আত্মহত্যা কৰা গাভৰু ছোৱালী এজনীৰ শ' এটাও আছিল। ক'ব নোৱাৰো কি কাৰণে শৱ গৃহৰ ইনচাৰ্জ গৰাকীয়ে মোক ভিতৰলৈ যাবলৈ তৎক্ষণাতে অনুমতি দিছিল কিন্তু পুলিচৰ বিষয়া দুজন মানে সন্দেহেৰে চাইছিল। শ'বোৰ আঁতৰাই এটি ৰাস্তা কৰি দিবলৈ আৰু পষ্টমৰ্টেম কৰা শিলৰ বিছনাখনৰ তেজ ধুই দিবলৈ বিষয়াজনে লগুৱা কেইটাক আদেশ দিছিল। যি গৰাকী ডাক্তৰে শ'বোৰৰ পষ্টমৰ্টেম কৰিছিল সেইগৰাকীয়ে মোক বৰ সন্দেহেৰে চাইছিল। প্ৰশ্নবোৰৰ উত্তৰ ঠিক মতে দিব নুখুজিছিল। মই সোমাই গৈছিলোঁ। মোৰ পিছে পিছে নাকত ৰুমাল লৈ মহেশ গুপ্ত সোমাই গৈছিল। মই নাকত ৰুমাল লোৱা নাছিলোঁ। কাৰণ মই ইয়াৰ হুবহু বৰ্ণনা দিব লাগিব। অৰ্থাৎ গোন্ধৰো বৰ্ণনা দিব লাগিব। সেই সময়ত এই কোঠাৰ গোন্ধ মোৰ ভেকুৰা লগা চাউলৰ গোন্ধৰ দৰে লাগিছিল।

শিলৰ বিছনাখনৰ তেজৰ চেকুৰা অৱশ্যে ধুই দিওঁতেও যোৱা নাছিল। খাজবোৰৰ মাজত বীজলুৱা তেজ তেতিয়াও লাগি আছিল। দুটামান মৰাশ একেবাৰে উলঙ্গ হৈয়ে পৰি আছিল। হঠাৎ দেখিলোঁ মহেশে কোঁ-কোঁ কৈ ওলাই গৈ বাহিৰত হক হকাই বমি কৰিব ধৰিলে। অলপ পিছতহে মই দেখা পালোঁ যে লগুৱাকেইটাই বৰ লৰালৰি কৰোঁতে হয়তো শিলৰ বিছনাখনৰ নিচেই ওচৰত এটা কটা মূৰ আন এটা শ'ৰ ওপৰত পেলাই থৈ গৈছিল। মূৰটো বাগৰি আহি মাটিত পৰিছিল তাতেই সম্ভৱ মহেশ গুপ্তই উজুতি খাইছিল। আচৰিত কথা এয়ে যে চকুৰ আগত এনে দৃশ্য দেখিও মই মুঠেই বিচলিত নহলোঁ।

এই শৱ গৃহৰ সম্পূৰ্ণ বৰ্ণনা মই 'হৃদয়' নামৰ গল্পটিৰ মাজত দিব পাৰিছিলোঁ।

---- বাস্তৱ আৰু কল্পনাক এনেদৰেই মই মোৰ সাহিত্যৰ মাজলৈ আনিছিলোঁ। সাহিত্য আৰু জীৱন এতিয়া মোৰ বাবে এক হৈ গৈছে।